# মুখবন্ধ

বাস্তৱ জীৱনৰ লগত জড়িত পৰিপাৰ্শীক সৌন্দৰ্য্যত কৈয়ো হয়তো মানুহ মাত্ৰৰে সীমাহীন কল্পনাৰে গঢ়া বিচিত্ৰ জগত এখনৰ সৌন্দৰ্য্য সৃষ্টি - অন্তৰ দৃষ্টিৰ যুগ্ম আবেগ অনুভূতিৰে উপলব্ধি কৰা তাৰ ৰূপ, ৰস, ৰঙৰ অক্ষয় সম্পদৰাশী নিঃসন্দেহে তুলনাহীন।

এই সম্পদৰাশীকে সময়ে সময়ে দুই এজোৰা অত্যুৎসাহী কলা-মোদিয়ে হয়তো আংশীক ভাৱে হলেও, প্ৰকাশ কৰিবৰ চেষ্টা কৰে এফাঁকি স্বতঃস্ফুৰ্ত্ত সুৰৰ মাজেৰে, নহয়তো কথা-কাহিনীৰ বিবিধ বৰ্ণনাৰে, নহয়তো বিভিন্ন ৰং— তুলিকাৰ মধ্যমেৰে। মুঠতে হিয়াৰ আবেগত ৰুচি সাপেক্ষে এই সকলৰ লক্ষ্য উদ্দেশ্য ধৰ্ম্মী হলেও, স্বকীয় প্ৰেৰণাৰ উৎস কিন্তু আদিম।

তেনে এটা কাল্পনিক চৰিত্ৰই হল এই কথা-কাহিনীৰ মুল উপজীৱ্য···।

কা. ব.

# উৎসৰ্গ

..সঙ্গীত, চিত্ৰকলা, সাহিত্য-সংস্কৃতিক প্ৰগাঢ় নিষ্ঠাৰে সদায় সেৱা কৰি অহা, স্নেহাস্পদ্ শ্ৰীমান জয়ন্ত কুমাৰ বৰুৱাক...

কা. ব.

# এক

'…মীনা ! ইমান দাঁতলৈ নাযাবা, পানীত পৰি যাবা… ।

সুবশাল লুইতৰ পাৰৰ ওখ গৰাটো । তাৰ নিচেই দাঁতিত থিয় হৈ মীনাই তন্ময় হৈ চাই আছে দূৰলৈ । দক্ষিণৰপৰা বৈ অহা কোমল বতাহজাকত অলপ অলপকৈ উৰিছে, মীনাৰ কপালৰ ওপৰত পৰি থকা চুলিৰ আগকেইডাল ! উৰিছে বাউঁসিৰপৰা খহি অহা ক'পাহি চাদৰখনৰ সৰুকৈ ফুলাম দীঘল আঁচলটো । মীনাৰ মুখত পৰিছেহি অস্তগামী সূৰ্ব্য ৰশ্মিৰ শেষ চমকা সোণেৰালী ৰহণ… !

মীনাই চাইছে—মুগ্ধ তন্ময়তাৰে চাইছে দিন-ৰাতিৰ মধুমিলনৰ এই খন্তেকীয়া লগনটোৰ অন্তহীন সৌন্দৰ্য্যৰ অপূৰ্ব বৈভৱৰাশী… !

মীনাৰ চকুৰ সমুখত বুঢ়া লুইতৰ বুকু ওপচা অফুৰন্ত পানী । তাৰ কোলাত চিক্‌মিক কৰি নাচি আছে লক্ষ কোটি সৰু সৰু সোণোৱালী ঢৌ । মূৰৰ ওপৰত দিগন্ত বিয়পা নীলা আকাশ । তাৰ কোলাত ভাঁহি ফুৰিছে দুই এচপৰা লক্ষ্যহীন চঞ্চল ডাৱৰ ।

চকুৰে মণিব পৰা পশ্চিমৰ শেষ সীমালৈ বৈ যোৱা বুঢ়া লুইতৰ বুকুত লাহে লাহে ডুবি গৈছে ৰঙা বেলিটো । তাৰ জেউতিত ৰাঙলি হৈ উঠিছে আকাশখন । মুঠিয়ে মুঠিয়ে কোনোবাই যেন উৰি ফুৰা ডাৱৰৰ শুকুলা আঁচলত ছটিয়াই দিছে সেন্দুৰীয়া আবিৰ !

মীনা শিল্পী ! চিৰ সুন্দৰৰ পূজাৰিণী মীনা । সমুখত প্ৰতি মুহূৰ্তে বৰণ সলোৱা আকাশ, পানীৰ এই বিচিত্ৰ সৌন্দৰ্য্যৰাশীক, সৌন্দৰ্য্য পিপাসী শিল্পী মীনাই সেয়ে হয়তো অন্তৰৰ গোটেইখিনি একাগ্ৰতা লৈ, মনৰ পটত অক্ষয় কৰি ধৰি ৰাখিব বিচাৰিছে তাৰ সুমধুৰ সোঁৱৰণী । …এদিন কেন্‌ভাচৰ বুকুত তাক ৰূপ দিব । প্ৰকৃতিৰ অন্তহীন সৌন্দৰ্য্যৰ পূৰ্ণতাৰে ভৰা সেই খন্তেকীয়া ৰূপ-জ্যোতিক নতুনকৈ জীৱন্ত কৰি সৃষ্টি কৰিব—অক্ষয় কৰি তুলি থব তুলিকাৰ সহায়েৰে । …এই সৃষ্টিৰ সাধনাই, শৈশৱৰেপৰা গোটেই জীৱন কৰি আহিছে শিল্পী মীনাই … ।

'…নুশুনা কিয় মীনা ! গৰাটোৰ ইমান দাঁতিলৈ নাযাবা ! পানীত পৰি যাবা … ।'

প্ৰকৃতিৰ ৰূপমুগ্ধা মীনাৰ কিন্তু তন্ময়তা নাভাগে । পিছফালৰপৰা অহা কথা-কেইযাৰ কাণত হয়তো পৰে, কিন্তু সি স্পৰ্শ নকৰে অন্তৰ । মীনাৰ চকু ঘূৰি যায় পুব আকাশলৈ । পশ্চিম আকাশৰ ৰঙীন প্ৰতিবিম্ব তাত হয়তো নেদেখে—দেখে মাথো ক্ষণে ক্ষণে বৰণ সলোৱা দৃশ্যৰ পৰিৱৰ্তন, বিভিন্ন ৰঙৰ চিত্ৰ-বিচিত্ৰ সমাৰোহ । সেইফালে চাই চাই হঠাৎ এবাৰ শিল্পীৰ মুখৰপৰা ওলাই আহে আক্ষেপ—

'…নাই ! ৰঙৰ এই অপূৰ্ব্ব কম্বিনেশ্যনটো মই দেখিছো আজিলৈকে কেন্‌-ভাচত হুবহু ফুটাই তুলিব নোৱাৰিলো অঞ্জন ! ই ৰঙাও নহয়, নীলাও

নহয়, বেগুনীয়াও নহয়। হয়তো 'ভিব্‌জিওৰ' - সপ্ত ৰঙেই যেন বিধাতাই একেলগে মিহলাই, ঘূৰি ঘূৰি কৰি সিঁচি দিছে আকাশৰ নীলিম আঁচলত। কৰি তুলিছে গোটেই জগতখন ৰহস্যময়! কিন্তু মই যিমানেই চেষ্টা কৰো লাগিলে, মোৰ কেনুভাচত্ তাৰ প্ৰতিচ্ছবি কেতিয়াও ৰহস্যময় হৈ নুঠে—হয় অসম্ভৱ ধৰণে মামুলি একেবাৰে নিৰ্জীৱ। শিল্পীৰ স্বকীয় বৈশিষ্ট্য হয়তো অলপ থাকে—নাথাকে কিন্তু ছবিৰ প্ৰাণ··· ।'

অঞ্জনৰ ফালৰপৰা কোনো উত্তৰ নাহে। ক্ষন্তেক মৌনতাৰ পাছত মীনায়েই আকৌ কৈ যায়—

'জানা অঞ্জন! মোৰ হেঁপাহ, মোৰ প্ৰতিখন ছবিৰ মাজেৰে যেন মানুহে শুনিবলৈ পাই, মোৰ অন্তৰৰ অনাবিল আনন্দ ধ্বনিৰ মৌন প্ৰতিধ্বনি! তাৰ সৌন্দৰ্য্যৰ ঔৰসত জন্ম লভা এক জীৱন্ত শিশুৱে যেন হঠাৎ মোৰ কেনভাচত দেখা দিছে -প্ৰাণময় হৈ উঠিছে তাৰ হাঁহি ভৰা মুখৰ অকৃত্ৰিম উজ্জ্বলতা-- মৌন মুখৰতা!

···মই কিন্তু আজিলৈকে তোমাৰ সৌ পূৱ আকাশৰ বিচিত্ৰ ৰঙৰ সমাৰোহ, সম্পদৰ যুগমীয়া চানেকীৰে কোনো মতেই সেই শিশু-জ্যোতিক সৃষ্টি কৰিব নোৱাৰিলো। সেয়ে হয়তো মোৰ ছবিত ফুটি নুঠে, শিশুৰ হাঁহিৰ মধুৰ উচ্ছলতা। তাৰ ঠাইত হঠাৎ ফুটি উঠা দেখো, ক্লান্ত বাৰ্দ্ধক্যৰ বিষাদ গভীৰতা। যি ৰঙৰ গভীৰতা সৃষ্টিৰ উপাসক মই নহয়—তুমি··· ।'

'হুঁ! কিন্তু তোমাৰ ৰঙৰ গভীৰতাতকৈয়ো গৰাটোৰ দাঁতিৰ পানীখিনি হয়তো বহুত বেছি গভীৰ! ···তোমাক সদায়ে কওঁ, নহয় মীনা, গৰাটোৰ ইমান দাঁতিলৈ নাযাবা, কেতিয়াবা পানীত পৰি যাবা . !'

লাহে লাহে আকাশৰপৰা চকু নমাই মীনাই এবাৰ পিছফালে ঘূৰি চায়। . নৈৰ পাৰৰ ওখ গৰাটোত কাহানিবাতে কোনোবা পাৰ ওপছা বানপানীত উটি আহি লাগি ধৰা ক'লা শুকান বিৰাট গছ এডালৰ ওপৰত অঞ্জন বহি আছে। মুখত সামান্য বিৰক্তিৰ চিন !

মীনাৰ ভাল লাগে। অঞ্জনৰ ওপৰত চকু পৰাৰ লগে লগেই গোটেই মুখখনত বিৰিঙি উঠে তৃপ্তিৰ কোমল হাঁহি। এখোজ দুখোজকৈ আগুৱাই আহি নিজেও বহি পৰে অঞ্জনৰ ওচৰত··· ।

'অঞ্জন!'

'কি ?'

'তোমাৰ দেখিছো কৈশোৰৰ সেই পুৰণা অভ্যাসটো আজিও নগ'ল . ?'

'কি অভ্যাস ?'

'...লুইতৰ পাৰৰ এই একেটা পুৰণা গৰা—তোমাৰ মুখৰ সেই একেষাৰ পুৰণা কথা—'মীনা ইমান দাঁতিলৈ নেযাবা, পানীত পৰি যাবা.' বিয়া অঞ্জন বুঢ়া লুইতকনো তোমাৰ ইমান ভয়নে ?'

'ভয় নহয়, সাৱধানতা ··।' খন্তেক ভাবি অঞ্জনে আকৌ যোগ কৰে—'ক'ব নোৱাৰো, হয়তো সঁচাকৈয়ে অলপ ভয়ো। কিন্তু তাত আচৰিত হ'বৰ একো নাই··· ।'

…অঞ্জনৰ মনটো ঘূৰি যায় অতীতৰ হেৰাই যোৱা তাৰ শৈশৱলৈ। সামান্য হাঁহি লাহেকৈ মন্তব্য কৰে—

'…এই ৰাক্ষসীৰ পানীক ভয় কৰাটো যে মোৰ জন্মগত অভিশাপ, সকলো জানাই দেখো…।'

'জানো! কিন্তু সেইবোৰ পুৰণা কথা এৰি এবাৰ চোঁৱাচোন, আমাৰ চৌপাশৰ প্ৰকৃতিৰ ঐশ্বৰ্য্যৰে ভৰা এই মনোমোহা দৃশ্যটো।…দূৰণিৰ সৌ ৰিণি ৰিণি দেখা অস্পষ্টতাৰ মাজত স্বপ্নময় হৈ উঠা গছবোৰ। সিপাৰৰ গাঁওখনৰ বাঁহনিৰ মাজে মাজে ধিমিক্ ধামাক্কৈ জ্বলি উঠা দুই এটা চাকি। ইপাৰত আমি—তাৰ মাজেৰে বৈ যোৱা লুইতৰ বুকুৰ সোণোৱালী পানী…! সুন্দৰ নহয়নে?'

মীনাৰ কথাত অঞ্জনৰ মুখৰ বিৰক্তিৰ ভাব নাইকিয়া হয়। স্বপ্নময় হৈ উঠে চকু দুটা! …অঞ্জনো শিল্পী! শিল্পী হিচাপে মীনাতকৈ হয়তো বহুত বেছি প্ৰতিভাশালী। …দূৰলৈ চাই লাহে লাহে উত্তৰ দিয়ে—

'সুন্দৰ মীনা! অতি সুন্দৰ। কিন্তু তথাপি মোৰ শিল্পীমনে বুঢ়া লুইতৰ এই সৌন্দয্যৰাশি স্বীকাৰ কৰিলেও, স্বীকাৰ নকৰি নোৱাৰে তাৰেই সুপ্ত হৈ থকা আন এটা মূৰ্তিৰ কথা, —যিটো সুন্দৰ নহয়—অসুন্দৰ। যিটো ধীৰ শান্ত নহয় —উদ্বাউল, অশান্ত। মানুহৰ কাষলৈ যিটোৱে লগত লৈ নানে দেৱতাৰ আশীৰ্বাদ! যিটোৱে সৌন্দৰ্য্যৰ সৃষ্টি নকৰে—কৰে মাথো ধ্বংস!

…তোমাৰ দৈহিক চকুৰ দৃষ্টিৰে দেখা এই সৌন্দৰ্য্য, মোৰ মানস চকুৰ দৃষ্টিৰ আগত, সেয়ে হয়তো সি সময়ে সময়ে দেখা দিয়ে ভয়াবহ হৈ। যেন, ফেনে-ফোটোকাৰে হিলদেল ভাঙি সি বৈ আহিছে ক্ৰুদ্ধ গৰ্জনত। এফালৰপৰা গ্ৰাস কৰি নিচে, চহৰ, গাঁও, পথাৰ, হাবি! চূৰ্ণ কৰি—মষিমূৰ কৰি নিচে শত সহস্ৰ ঘৰ-বাৰী—মানুহ-পশু…।'

'আস্! হ ল হ'ল অঞ্জন! আৰু নকবাচোন! তোমাৰ দেখিছো সদায়ে সেই একেটাই কদৰ্য্য কল্পনা। অথচ শিল্পী তুমি! সৃষ্টিৰ সকলো সৌন্দৰ্য্য স্বীকাৰ কৰিও কিয় তাৰ প্ৰকৃত মূল্যটো তুমি আজিও নিদিলা?'

'দিয়া নাই?'

'দিছা। ভালৰ নিৰ্মল পবিত্ৰতাৰ মাজত সদায়ে বেয়াৰ কলংক কালিমা সানি দিয়াটোৱেই তোমাৰ ৰীতি, তোমাৰ শিল্প সাধনাৰ মূল ভেটি। যিটোক তুমি কোৱা তোমাৰ 'আইডিয়েল'—তোমাৰ আদৰ্শ…।'

'তোমাৰ নহয়?'

'নিশ্চয় নহয়।'

'বেচ্, স্বীকাৰ কৰিলো। সেয়ে হয়তো মোৰ শিল্পৰ আদৰ্শ তোমাৰ ভাল নালাগে। কিন্তু মীনা, মোৰ ছবিবোৰ তোমাৰ ভাল নালাগিলেও সি অসত্য নহয়।'

'সত্য হ'লেও সি নিষ্ঠুৰ!'

'অপ্ৰিয় সত্য সদায়েই নিষ্ঠুৰ। জানা, সৰ্বহাৰা ৰিফিউজী ছোৱালীৰ কোলাৰ কঙ্কালসাৰ সন্তানৰ প্ৰতিচ্ছবিৰ লগত,—ৰাফেলৰ কাল্পনীক মেডোনাৰ হয়তো তুলনা নহয়। কিন্তু মোৰ চকুত মেডোনাৰ সেই অলীক সৌন্দৰ্য্যতকৈয়ো,

অভিশপ্ত ৰিফিউজী ছোৱালী আৰু তাইৰ কংকালসাৰ সন্তানটো বোঁছ ৰিয়েল। মেডোনাৰ সৌন্দৰ্য্যত মুগ্ধ হৈ ৰিফিউজী ছোৱালীৰ নগ্ন কুৰূপতা পাহৰি পেলাব পৰাত হয়তো মানসিক তৃপ্তি আছে, কিন্তু কৃতিত্ব একো নাই ।'

'নাই বাৰু মানিলো। সেই বুলি তুমি ক'ব খোজা নেকি লুইতৰ বুকুৰ এই মনোমোহা ৰূপছবি ৰিয়েল্ নহয় ?'

'নোখোজো। ৰিয়েল্ নিশ্চয় হয়। কিন্তু তাৰ ক্ষণিকৰ এই ৰিয়েলিতিয়েই সকলো নহয়—চূৰান্ত নহয়।'

ক্ষন্তেকলৈ দুয়ো মনে মনে ৰয়। লাহে লাহে চাই থাকোতে থাকোতেই বেলিটো সম্পূৰ্ণ মাৰ যায়। কিন্তু তাৰ লগে লগেই বিপৰিত ফালে. পূব আকাশৰ পৰ্ব্বত ঠেলি, ৰূপোৱালী ডাঙৰ কাঁহি এখনৰ দৰেই উদয় হয় পূৰ্ণিমাৰ জোনটো। তালৈকে চাই চাই অঞ্জনে আকৌ কৈ যায়

'সৌ জোনটোও সুন্দৰ! মানুহৰ বুকুত কোন অতীতৰেপৰা তাক লৈ কিমান কাব্য, কিমান স্বপ্ন, কিমান গীত, কিমান কবিতা ! যেহেতু সি সুন্দৰ! কিন্তু তাৰ সেই সৌন্দৰ্য্যই জানো তাৰ একমাত্ৰ পৰিচয় ?...তোমাৰ সৌন্দৰ্য্য-লোভী মনটোৱে হয়তো বাসনা কৰিছে যেন, এই মুহূৰ্ত্তে সি তাৰ ওচৰলৈ উৰি যাব একান্তভাৱে উপভোগ কৰিব তাৰ সকলো ৰূপজ্যোতি। কিন্তু সি গৈ তাত কি পাব ? বতাহ নাই, পানী নাই, জীৱ নাই আছে কেৱল বিৰাট বিৰাট কিছুমান গহ্বৰ ছাইৰে ভৰা বিশাল এখন মৰিশালী ।'

কিন্তু সেই মৃত ৰূপোৱালী মৰিশালীৰে ৰূপ-মুগ্ধা মীনাই তন্ময় হৈ উত্তৰ দিয়ে- ।

'মোৰ চকুত পৃথিৱীৰ মানুহৰ চকুত তথাপি সি আজিও সুন্দৰ... !'

'অহ্ নিশ্চয়, তথাপি সি সুন্দৰ। মাথো তোমাৰ চকুত অসুন্দৰ সেই ৰিফিউজী ছোৱালীজনী !'

অঞ্জনৰ বিদ্ৰূপত মীনাৰ তন্ময়তা ভাঙি যায়। দীপ্ত হৈ প্ৰতিবাদ কৰে—

'সেই কথা মই কেতিয়াও কোৱা নাই !'

'মুখেৰে নাই কোৱা সঁচা, কিন্তু প্ৰকাৰান্তৰে তোমাৰ প্ৰতিখন ছবিয়ে তাকেই কয়... ।'

মীনাই মুখেৰে নামাতে। ক্ষন্তেক মৌনতাৰ পাছত অঞ্জনেই লাহে লাহে কৈ যায়

'চোৱা মীনা ! মহৎ শিল্পকলা সৃষ্টিকাৰীৰ দৃষ্টি একমাত্ৰ বাহ্যিক সৌন্দৰ্য্যৰ মামুলি 'ৰিপ্ৰডাকশানে ৰেই কৰিব নোৱাৰা। তাক কৰিবলৈ হ লে তোমাৰ বিষয়-বাছনিৰ সঙ্কীৰ্ণ গণ্ডীৰ প্ৰসাৰতাৰ প্ৰয়োজন।.. মানুহৰ এই বাস্তৱ পৃথিৱীখনৰ বৃহৎ অংশটো সম্পূৰ্ণ উপেক্ষা কৰি, সৃষ্টি কৰা তোমাৰ সকলো সৌন্দৰ্য্যও প্ৰকৃত শিল্পমোদীৰ ওচৰত হৈ ৰব উপেক্ষিত। মানুহৰ সংসাৰত মানুহক এৰি কেৱল অলীক সৌন্দৰ্য্যৰ ৰিপ্ৰডাক্শ্যন ! ...নহয়, নহয় মীনা, তাৰ কাৰণে তোমাৰ জন্ম নিশ্চয় হোৱা নাই। পাহৰি যোৱা কিয় ? তুমি শিল্পী—ফটোগ্ৰাফাৰৰ কেমেৰা নোহোৱা !

.. সুখ, আনন্দ, ব্যথা-বেদনাৰে ভৰা এই পৃথিৱীৰ প্ৰত্যেক প্ৰকৃত শিল্পীৰ দৃষ্টিত সেয়ে থাকিব লাগিব সৌন্দৰ্য্যৰ বাহিৰেও মানুহৰ বুকুৰ আদিম কথা।

তুলিকাৰ নানা ৰঙৰ সূক্ষ্ম ভাষাৰে লিখা, তোমাৰ অন্তৰৰ, তোমাৰ আত্মাৰ বাণী। তেহে সাৰ্থক হ'ব তোমাৰ ছবি– তাৰ আদৰ্শ—সাৰ্থক হ'ব তোমাৰ শিল্পী-জীৱন।'

অঞ্জনৰ দীঘলীয়া বক্তৃতাটো নিঃশব্দে শুনি লৈ মীনাই তপৰাই প্ৰশ্ন কৰে—

'ৰ'বা অঞ্জন! তুমি তেন্তে ইয়াকে ক'ব খোজা যে, ইমান দিনে মই যিবোৰ ছবি আঁকিলো, পোৰ্ট্ৰেট আঁকিলো, যিবোৰ সৌন্দৰ্য্যৰ সৃষ্টি কৰি আহিলো সেইবোৰৰ কোনো মূল্য নাই ?

'মূল্য নিশ্চয় আছে। সেই সৌন্দৰ্য্য সৃষ্টি সকলোৱে গ্ৰহণো কৰিছে ; সিও স'চা। কিন্তু সেই সকলো কেৱল চকুৰ তৃপ্তিৰ কাৰণে- মীনা! জীৱনাত্মৰ চৰম উপলব্ধিৰ—মানৱ অন্তৰৰ সূক্ষ্ম অনুভূতিৰ খোৰাকী তাত নাই।'

নিজৰ ছবি সম্বন্ধে মীনাৰ উচ্চ ধাৰণা। সেই ধাৰণাক বজাই ৰখাৰ ক্ষমতা আৰু প্ৰতিভা মীনাৰ পূৰা আছে। সেয়ে অঞ্জনৰ অনাৱশ্যক সমালোচনাত মীনাৰ খং উঠে। সমৰ্থন কৰিব নোৱাৰে অঞ্জনৰ কথা। মীনাৰ প্ৰতিখন ছবি বাস্তৱধৰ্মী নহ'ল বুলিয়েই যে তাৰ কোনো লক্ষ্য নাই—আদৰ্শ নাই, তাক মীনাই কেতিয়াও স্বীকাৰ নকৰে। কল্পনাও কৰিব নোৱাৰে, অঞ্জনে বিচাৰিছে দেখিয়েই যে মীনাই নিজৰ মনোমত শিল্পচৰ্চা, তাৰ আদৰ্শ জলাঞ্জলি দি আকৌ নতুনকৈ অঞ্জনৰ ওচৰত ছবি অ'কাৰ দীক্ষা লব ?

.এদিন এই অঞ্জনেই মীনাৰ হাতত ধৰি ছবি আঁকিবলৈ শিকাইছিল। কিশোৰ গুৰুৰ ওচৰত কিশোৰী ছাত্ৰী। কিন্তু সেইদিনা গুৰু-ছাত্ৰীৰ দুখনি সৰু নিৰ্মল অন্তৰৰ সীমাহীন উৎসাহ, বাধাহীন শিল্প সাধনাৰ মাজত নাছিল কোনোবিধ আদৰ্শৰ সংঘাত। শিল্পৰ আদৰ্শতকৈয়ো সেইদিনা হয়তো মীনাৰ বেছি প্ৰয়োজন হৈছিল একাগ্ৰতাৰ অধ্যাৱসায়ৰ।

আজি কিন্তু একুৰী বছৰীয়া তৰুণী মীনাৰ কাৰণে সেই গুৰু শিক্ষা, অধ্যাৱসায় নিষ্প্ৰয়োজন। অনাৱশক অঞ্জনৰ সকলো উপদেশ। আজি মীনাই জানে, অঞ্জনৰ বিনা সাহায্যত উচ্চমানবিশিষ্ট শিল্প সৃষ্টি কৰাৰ ক্ষমতা মীনাৰ আছে—আছে শিল্প সাধনা সম্বন্ধে, তাৰ আদৰ্শ সম্বন্ধে স্বাধীন মতামত।

কিন্তু সেইবোৰলৈ এই মুহূৰ্তে আৰু অঞ্জনৰ লগত তৰ্ক কৰিবলৈ মীনাৰ আগ্ৰহ নহয়। জানে, তাৰপৰা একো লাভ নহ'ব। বুজন হোৱাৰেপৰা প্ৰায় প্ৰতি দিন দুয়ো সেই একেবিধ তৰ্কই কৰি আহিছে। তথাপি কিন্তু তাৰ সমাধান আজিলৈকে আৰু হৈ নুঠিল। কেতিয়াবা যে হ'ব সিও অনিশ্চিতৰ গৰ্ভত।

খন্তেকলৈ অঞ্জনেও নিজৰ ভাবতে মগ্ন হৈ দূৰলৈ চাই চাই হঠাৎ লাহে লাহে কৈ যায় —

'.. তোমাৰ ছবিবোৰৰ মাজত, সোঁ দুৰণীৰ হাবিডৰাৰ দৃশ্যটো দেখা মনত পৰে। মনত পৰে, মাটি, পানী আৰু হাবি, এই তিনিওটাৰে লগত তিনিওটাৰে অবিচ্ছেদ্য সম্বন্ধ আৰু তাৰ আকৃতিগত পাৰ্থক্যখিনি, মামুলি 'লাইট' আৰু 'শেবড্'ৰ ব্যৱহাৰেৰে অপূৰ্ব কৌশল কৰি প্ৰকাশ কৰিছিলা। কিন্তু মই নুবুজিলো তাৰ মাজত থকা, ডাল-পাত নোহোৱা সেই ওখ শুকান গছডাল কিয় বাদ দিলা ? সি সম্ভৱ চৌপাশৰ জীৱন্ত সেউজীয়া সৌন্দৰ্য্যৰ মাজত, মৃত্যুৰ নগ্ন বিভীষিকা দেখিয়েই হয়তো তোমাৰ ছবিত তাৰ স্থান নহ'ল।

কিন্তু তুমি নিশ্চয় জানা মীনা, এনেবোৰ ছবি মই নেআঁকো, কিন্তু কেতিয়াবা অঁকাহে'তেনো সেই মৰা গছডালেই হৈ উঠিলহে'তেন মোৰ ছবিৰ প্ৰধান কেন্দ্ৰ— মূল বিষয়। সেয়ে দেখিছো একেটা দৃশ্য আঁকিলেও তোমাৰ ছবিৰ লগত মোৰ ছবিবোৰ কোনোদিন নিমিলিলে।

'কোনো দিন নিমিলেও!'

তৰ্ক নকৰে বুলি ঠিক কৰিও মীনাই নোৱাৰিলে। আপোনা-আপুনি ওঁঠ ফুটি ওলাই গ'ল উত্তৰ। মীনাৰ উত্তৰত আচৰিত হৈ অঞ্জনে মীনাৰ মুখলৈ চায়—

নিমিলে? তাৰ মানে?

''মানে শিল্পী হিচাপে আমাৰ আদৰ্শই যেতিয়া বেলেগ, আমাৰ ছবিবোৰো বেলেগ হোৱাটো স্বাভাৱিক।'

'কিন্তু এদিনতো বেলেগ নাছিল?'

'সেইদিন কেতিয়াবাই শেষ হ'ল। ছাত্ৰী হিচাপে তেতিয়া মাথো তোমাৰ ওচৰত লৈছিলো প্ৰশিক্ষণ। এতিয়া স্বাধীন শিল্পী হিচাপে কৰিছো শিল্পৰ সাধনা ..!'

মীনাৰ কথা শুনি অঞ্জন অধৈৰ্য্য হৈ যায়। বিৰক্তিৰে কৈ উঠে—

'আস্! সেয়েতো কৈ আহিছো, যাতে তোমাৰ সেই সাধনা ব্যৰ্থ হৈ নাযায়, তাৰ কাৰণে তোমাৰ দৃষ্টিভঙ্গী, তোমাৰ ভুলবোৰ সংশোধন কৰা।'

উপযাচি দিয়া অঞ্জনৰ উপদেশ শুনি মীনাৰো খং উঠি যায়। হঠাৎ কঠোৰ হৈ ওলাই আহে উত্তৰ—

'ভুলবোৰ? কিবোৰ ভুল দেখিলা তুমি? নহয় মোৰ ভুল, আৰু, আৰু ভুল-শুদ্ধৰ বিচাৰ যে তোমাৰটোৱেই একমাত্ৰ সত্য তাকেই বা তুমি কেনেকৈ জানিলা? ময়ো দেখো ক'ব পাৰো, তোমাৰ ছবিবোৰ ভুল—তোমাৰ আদৰ্শই ভুল--!'

'মীনা! অবুজ নহ'বা।'

সমানে দীপ্ত হৈ মীনায়ো উত্তৰ দিয়ে—

'অবুজ মই নহয়— অবুজ তুমি। তোমাৰ নিজৰ ছবিবোৰক, শিল্পী হিচাপে নিজক তুমি যিমানেই ডাঙৰ বুলি ভাবা ভাবিব পাৰা, মই আপত্তি নকৰো, কিন্তু মোকো তাকেই ভাবিবলৈ জোৰ নকৰিবা। তোমাৰ ছবি, তোমাৰ শিল্পৰ আদৰ্শ তোমাৰ ওচৰত যেনেকৈ সত্য, মোৰ ছবি, মোৰ আদৰ্শও মোৰ ওচৰত সিমানেই সত্য।'

'মুঠেই নহয়। সি ভুল ধাৰণা—ভুল কনচেপ্‌শ্যন্। সেই বিশ্বাস সম্পূৰ্ণ 'ভেগ্।''

'হওক ভেগ্, মই তাতেই তৃপ্ত।'

এইবাৰ খং উঠে অঞ্জনৰ। নিষ্ঠুৰভাৱে কৈ উঠে—

'নিশ্চয় নহয়। তৃপ্ত বুলি ভাবিছা মাথো। সি তোমাৰ জেদ্। সি নিজক প্ৰবঞ্চনা কৰা। ৰিপ্ৰডাক্‌শ্যনত দক্ষ হ'লেও শিল্পী হিচাপে আচলতে তুমি আজিও অজ্ঞ—মূৰ্খ!'

অপমানত মীনাৰ গালখন হঠাৎ ৰঙা হৈ উঠে। অঞ্জনৰ নিষ্ঠুৰতা সহ্য কৰিব নোৱাৰি দম্ভেৰেই উত্তৰ দিয়ে—

"বেচ্, মোৰ মূৰ্খতা, মোৰ অজ্ঞতাই মোৰ গৌৰৱ। কিন্তু তথাপি তোমাৰ পাণ্ডিত্য ধাৰ কৰি মই তাক উন্নত কৰিব নোখোজো।"

কথাৰ লগে লগে উচাৎ মাৰি মীনাই মুখখন আনফালে ঘূৰাই নিয়ে। অঞ্জনেও আৰু মুখেৰে নামাতে। কৈশোৰেৰ দৈনন্দিন পুৰণা দিনবোৰৰ নিয়মে কাজিয়াখন 'ক্লাইমেক্স' পোৱাৰ লগে লগে ক্ষান্ত হয়। দুয়ো দুফালে মুখ কৰি নিঃশব্দে বহি ৰয় সেই একেডাল কাঠৰ ওপৰত। এই মুহূৰ্তে যেন দুয়ো দুয়োৰো পৰম শত্ৰু।

...অঞ্জন আৰু মীনা! মানুহৰ পৃথিৱীত, মানুহৰ মাজৰে দুটা বন্ধনহীন উন্মুক্ত প্ৰাণ দুখনি, অভিন্ন হৃদয়! শৈশৱত দুয়োৰে প্ৰথম দেখা দেখি হোৱা দিনৰেপৰা দুয়োৰে মাজত ক'ব নোৱাৰাকৈয়ে গঢ় লৈ উঠিছে সেই অনাদি কালৰ আদিম সম্বন্ধটো। এজনাক নহ'লে আনজনাৰ নচলে। এজনাৰ কাৰণে আনজনাই অনায়াসে দিব পাৰে জীৱন—ত্যাগ কৰিব পাৰে যথাসৰ্বস্ব। কিন্তু একমাত্ৰ শিল্প-সাধনাৰ ক্ষেত্ৰতে দুয়োৰে প্ৰকৃতি সম্পূৰ্ণ বেলেগ। শিল্পী হিচাপে দুয়োৰে মনোজগত, দুয়োৰে বাস দুখন বেলেগ বেলেগ পৃথিৱীত।

সেয়ে মীনাই সহ্য কৰিব নোৱাৰে অঞ্জনৰ কঠোৰ সমালোচনা। অঞ্জনেও সহ্য কৰিব নোৱাৰে মীনাৰ অৱজ্ঞা-- সহ্য কৰিব নোৱাৰে নিজৰ বিচাৰ বিবেচনা মতে ভুল মূল্যহীন বাটেৰে পৰিচালিত কৰা মীনাৰ জন্মলগ্ন শিল্প-প্ৰতিভাক। তাৰে ফলত ক্ষণে ক্ষণে দুয়োৰে ভিতৰত লাগে কাজিয়া, যিটো হৈ উঠিছে দুয়োৰে দৈনন্দিন জীৱনৰ অপৰিহাৰ্য্য অঙ্গ।

ভাগ্যে সেই অশুভ ক্ষণবোৰ চিৰস্থায়ী নহয়- নিতান্তই ক্ষন্তেকীয়া। তাৰে ফলত অলপ সময়ৰ পাছতেই অঞ্জনৰ মুখত ফুটি উঠা খংটো মাৰ যায়। হঠাৎ ঘূৰি লৈ নিঃশব্দে মীনাৰ মুখখন, থুতৰিত ধৰি নিজৰ ফালে ঘূৰাই লয়। তাৰ পাছত দুয়ো হাতৰ মাজত মুখখন তুলি ধৰি গভীৰ আগ্ৰহ লৈয়ে চাই ৰূপহী মীনাৰ স্বপ্ন-বিভোৰা চকুযুৰিলৈ।

...পূৰ্ণিমাৰ জোনাকৰ গোটেইখিনি জেউতি আহি যেন উবুৰি খাই পৰিছেহি মীনাৰ মুখত। মীনাক কৰি তুলিছে অপূৰ্ব্ব মোহময়ী!

অঞ্জনৰ লগে লগে মীনাও শান্ত হৈ পৰে। লুপ্ত হৈ যায় মনৰ সাময়িক খং—অভিমান। পৰম পৰিতৃপ্তিৰ কোমল হাঁহিটো আকৌ দেখা দিয়ে ওঁঠত। গভীৰ আবেশত জীৱনৰ উম্ বিচাৰি, অঞ্জনৰ বুকুৰ মাজত মুখখন গুজি, এহাতেৰে সাৰটি ধৰে অঞ্জনৰ ডিঙিত··।

"মীনা!"

"কি?"

"চোৱা আজিও আমি মিছাতে আকৌ কাজিয়া কৰিলো। শিল্প আৰু তাৰ আদৰ্শ লৈ কাজিয়া কৰাটো আমাৰ বাবে শোভা নাপায়, জানা? নিজকে আমি শিল্পী হ'লো বুলি যিমানেই ভাবো লাগিলে, আচলতে প্ৰকৃত শিল্পী আমি আজিও হোৱা নাই ।"

"তাক মই জানো অঞ্জন! জানো, প্ৰকৃত শিল্পী আমি আজিও হোৱা নাই···।"

খন্তেকলৈ মীনা মৌন হৈ ৰয়। লাহে লাহে উদাস হৈ যায় মনটো। দূৰ—দিগন্তৰ সীমাহীন শূন্যতালৈ চাই চাই আক্ষেপ কৰে। কণ্ঠত ফুটি উঠে অন্তৰৰ সুপ্ত বেদনা—।

'...ঈশ্বৰে জানে কেতিয়াবাকৈ হ'ব পাৰিমনে নোৱাৰিম! মোৰ ভয় হয়, লুইতৰ পাৰৰ এই সৰু অখ্যাত প্ৰাণহীন, গতিহীন গাঁৱত পৰি থাকিলে হয়তো কোনো দিন নহম। আন নহ'লেও মইনা মাহীয়েই হ'বলৈ নিদিয়ে...।'

'মইনা মাহী?'

বিশেষ নামটো মীনাৰ মুখত উচ্চাৰিত হোৱাৰ লগে লগে মুহূৰ্তলৈ অঞ্জনৰ মুখখন কঠোৰ হৈ পৰিছিল যদিও, ক্ষন্তেক পাছতে তাৰ পৰিৱৰ্তন হয়। হঠাৎ কিবা এটা যেন মনত পৰাত, কঠোৰতাৰ পৰিৱৰ্তে মুখত আকৌ দেখা দিয়ে হাঁহি।

...সংসাৰ সমুদ্ৰত দিশ হেৰুৱাই এদিন ওপঙি ওপঙি উটি যাব খোজা সৰ্বহাৰা অনাথ অঞ্জন, আৰু অঞ্জনৰ দৰেই পিতৃ-মাতৃহীনা অনাথিনী মীনা, সংস্পৰ্শহীন নিক্ষিপ্ত দুটা অসহায় জীৱনৰ শৈশৱতেই, আশ্ৰয়দাত্ৰী, অন্নপূৰ্ণাৰ বেশতে মইনা মাহী আইৰ আৱিৰ্ভাৱ যদিও আজি এযুগ পাছত, সেই আশ্ৰয়দাত্ৰী মইনা মাহীয়েই দুয়োৰে শিল্প সাধনাত হৈ উঠিছে আটাইতকৈ ডাঙৰ বিঘ্ন - সদাতোকৈ বৰ শত্ৰু! সেয়ে তেওঁৰ নাম উল্লেখত অঞ্জনৰ মুখত খঙৰ পৰিৱৰ্তে হাঁহি দেখি মীনা বিস্মিত হয়। লৰালৰিকৈ সোধে—

'কি হ'ল? মোৰ কথা বিশ্বাস নহ'ল হ'ব পায়?'

'অবান্তৰ প্ৰশ্ন কিয় কৰিছা?'

'তেন্তে তুমি হাঁহিছা কিয়?'

'কিয় হাঁহিছো? শুন্য, ইমান দিন আমাৰ দৈনন্দিন জীৱনৰ প্ৰতি খোজে খোজে, মনৰ যি অতৃপ্ত বাসনাৰ কলীয়া ডাৱৰে তোমাৰ মোৰ জীৱন দুটা নিৰানন্দময় কৰি তুলিছে, এইবাৰ হয়তো সি শেষ হোৱাৰ সামান্য আশা দেখিছো ..।'

তাৰ মানে?'

মানে? হঠাৎ অঞ্জনৰ চকু দুটা অনাগত আনন্দত উজ্জ্বল হৈ উঠে—

'...মানে মুক্তি।'

'মুক্তি?'

'নিশ্চয়, তোমাৰ মাহীআইৰ নাগ-পাশৰপৰা, সকলো বন্ধনৰপৰা হয়তো চিৰদিনলৈ মুক্তি। তেওঁৰ কঠোৰ শাসন, অত্যাচাৰ, প্ৰতি মুহূৰ্তৰ গঞ্জনা, লাঞ্ছনা এই সকলোৰেপৰা মুক্তি। যিটোক বিচাৰি দিনৰ পাছত দিন আমি ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰি আহিছো, সেই প্ৰাৰ্থনা হয়তো ভগৱানে এইবাৰ শুনিছে।'

অঞ্জনৰ কথা শুনি উৎসাহত, আনন্দত অধীৰ ব্যগ্ৰতাৰে মীনাই প্ৰায় চিঞৰি উঠে -

'সঁচাই অঞ্জন?'

'সঁচা মীনা। মহাদেউৰ কাৰবাৰৰ কাম লৈ মই প্ৰতিবাৰেই ইয়াৰ ঘৰ এৰি, চহৰৰ বুকুত টাকুৰি ঘূৰা দি এনেয়ে ঘূৰা নাই। আগৰ কেইবাৰৰ দৰে এইবাৰো উপৰ্যাচিয়েই গৈছিলো, আচলতে আমাৰ স্বাৰ্থৰ কাৰণেই ।'

'ক'তা, মোকতো তুমি এইবোৰ একো কৈ যোৱা নাছিলা?'

'ইচ্ছা কৰিয়েই কোৱা নাছিলো। ইয়াৰ আগতে প্ৰত্যেক বাৰেই কৈ গৈছিলো, প্ৰত্যেক বাৰেই অধীৰ আশা লৈ গৈছিলো ঃ মাহীআইৰ ঘৰৰ চাৰি বেৰৰ বাহিৰত

থকা বিশাল মুক্ত পৃথিৱীৰ কোনোবা চুকত হয়তো নিশ্চয় আমাৰ ভৱিষ্যতৰ কাৰণে ব্যৱস্থা এটা কৰি আহিব পাৰিম। কিন্তু প্ৰতিবাৰেই ব্যৰ্থ হৈ আহিয়েই চকুত পৰিছিল আশা, আনন্দ, উদ্দীপনাৰে ভৰা তোমাৰ মুখখন অব্যক্ত বেদনাত ক'লা পৰি গৈছে।

সেয়ে আশা ভঙ্গৰ ব্যথা তুমি যাতে আকৌ নোপোৱা তাৰ কাৰণে ইচ্ছা কৰিয়েই এইবাৰ একো কৈ যোৱা নাছিলো. কিন্তু মীনা মই স্বপ্নটো ভবা নাছিলো যে এইবাৰ সঁচাকৈয়ে কৃতকাৰ্য্য হৈ ঘূৰি আহিব পাৰিম···।'

আগ্ৰহৰ আতিশয্যত অঞ্জনৰ হাত এখন মীনাই, দুয়ো হাতৰ মাজত সাৱটি ধৰি, উজ্জ্বল হৈ উঠা চকুযোৰ তুলি অঞ্জনৰ মুখলৈ চায়—

'অহ্‌! অঞ্জন সঁচাই ? মই যে ভাবিবই পৰা নাই, কিন্তু -কিন্তু দুপৰীয়াতে ঘূৰি আহিও তুমি এতিয়ালৈকে সেই কথা মোক কোৱা নাছিলা কিয় ?'

ক'ম বুলিয়েইতো নৈৰ পাৰলৈ তোমাক আনিছিলো।'

কথাৰ লগতে অঞ্জনে লাহে লাহে চকু ঘূৰাই এবাৰ চাই লয় দুয়োৰে পিছফালে ভালেখিনি নিলগত থকা ডাঙৰ ঘৰটো। ঘৰটোৰ দুয়ো দাঁতিয়ে থকা আৰু তাৰ পিছফালে প্ৰায় গৰাৰ ওচৰ চাপি অহা বিৰাট বাৰীকেইখন বিভিন্ন ফল-মূলৰ গছেৰে পৰিপূৰ্ণ। তথাপি তাৰ মাজেৰেই জোনাকৰ পোহৰত চকা-মকা কৰি থকা ঘৰৰ বগা বেৰখনৰ লগতে পিছ চোতালখনৰ ওপৰতো, চকু ফুৰাই অঞ্জনে কৈ যায়—

'.. সৌ তোমাৰ মইনা মাহীৰ ৰাজত্বত নিৰলে দু-দণ্ড কথা পতাৰ সৌভাগ্য-ফেৰাতো আমাৰ দিনে দিনে শেষ হৈ আহিছে জানাই। তোমাক সেয়ে ইয়ালৈ আনিছিলো, সকলো ক'বলৈ ।'

'আৰু তাকে কৰাৰ পৰিবৰ্তে প্ৰথমেই তুমি মোৰ লগত আৰম্ভ কৰিলা কাজিয়া ?'

তাৰ কাৰণে দায়ী তুমি।'

'নিশ্চয় নহয়. দায়ী তুমি।'

'মই নহয়।'

ময়ো নহয়···।'

চিৰা-চৰিত তৰ্ক যদিও এইবাৰ সি অৱশ্যে শিল্পকলা লৈ নহয়। গতিকে সামান্য উগ্ৰতাৰে ক্ষন্তেক দুয়ো দুয়োৰে মুখলৈ চাই পাছ মুহূৰ্তত মুক্তকণ্ঠে হাঁহি উঠে—।

' নাই, আমাৰ দেখিছো তৰ্ক কৰাৰ প্ৰবৃত্তিটো দিনে দিনে ভয়ংকৰ বদ্ অভ্যাসত পৰিণত হৈ পৰিছে ।'

অঞ্জনৰ কথা স্বীকাৰ কৰাৰ লগতে মীনাই সামান্য হাঁহি যোগ কৰে। ·

'এৰা সি সঁচা। পাছে মই ভাবি পাইছো, সম্ভৱ ইয়াৰ কাৰণে দায়ী মাহী-আইৰ এই ঘৰখনৰ! ...অকল ঘৰখন কিয় ? সহস্ৰ বছৰৰ পুৰণা, পৰিত্যক্ত মন্দিৰৰ সেল বৈ থৰা জীৰ্ণ দেৱালয়ৰ দৰেই বয়সৰ ভৰত ক'লা হৈ যোৱা, সৰু-চাপৰি গাঁৱৰ এই শুই থকা চুকটোৱেই দায়ী। আজিলৈকে তাৰ কোনো পৰিবৰ্তন নহ'ল—আমাৰো একো পৰিবৰ্তন নহ'ল।

...যা হওক, এইবাৰ তেওঁ অলপ আশা হৈছে, এই পুৰণা ঠাই এৰি নতুন ঠাইলৈ যোৱাৰ লগে লগে সকলো পুৰণা বদ্ অভ্যাসেই ইয়াত পেলাই থৈ যাম। কিন্তু অঞ্জন ।'

'কি ?'

'তুমিতো মোক এতিয়াও একো এটাই কোৱা নাই। কোৱাচোন, আমাৰ নতুন ব্যৱস্থা ক'ত কিটো কৰিছা ? আমি প্ৰথমেই ক'লৈ যাম ? কেতিয়া যাম ? ক'ত থাকিম ? আমাৰ কেনেকৈ চলিব ? সেইবোৰ জানিবলগীয়া প্ৰশ্ন যে মোৰ বহুত আছে ।'

'ব্যস্ত হৈছা কিয় ? লাহে লাহে সকলো জানিবা।'

'কিন্তু ইয়াৰপৰা যাম কেতিয়া ?'

'যেতিয়াই সময় হ'ব। সি নিৰ্ভৰ কৰিছে কলিকতাৰপৰা আহিবলগীয়া এখন চিঠিৰ ওপৰত—।'

'চিঠি ? কাৰ ওচৰৰপৰা ? নাম কি তেওঁৰ ?'

'গগন গাঙ্গুলী, প্ৰখ্যাত কমাৰ্চিয়েল আৰ্টিষ্ট !'

সামান্য নিৰুৎসাহেৰেই মইনাই প্ৰশ্ন কৰে

'কমাৰ্চিয়েল আৰ্টিষ্ট ? কিন্তু...'

'কিন্তুৰ ব্যাখ্যা পাছত হ'ব।' হঠাৎ অঞ্জন ব্যস্ত হৈ পৰে।'

'ক'লো নহয়, পাছত সকলো তোমাক বুজাই কম। এতিয়া ব'লা যাওঁ। কেইটা বাজিলে খবৰ আছে ? ইমান সময়লৈকে ঘৰৰ বাহিৰত থকা গম পালে মাহীয়ে হুলস্থুল লগাব।'

'তাৰ ভয় নাই। মাহী আৰু মহাদেউ আজি অমলাহঁতৰ ঘৰলৈ ফুৰিবলৈ গৈছে। তাৰোপৰি ৰঘুকাতো ঘৰত আছেই। সেইফালে আমাৰ কিবা বিপদৰ আশঙ্কা থাকিলেতো আগজননী দিবলৈ ৰঘুকা ইয়ালৈকে ঢাপলি মেলি আহিবই, চিন্তা কিহৰ ? তথাপি ব'লা যোৱাই যাওক ; মই এতিয়ালৈকে গোঁসাই ঘৰত ধুপ-ধুনা দিয়াই নাই ব'লা যাওঁ ।'

বহাৰপৰা উঠি দুয়ো নিঃশব্দতাৰ মাজেৰেই সৰু হাবিতলীয়া আলিটোৰে মইনা মাহীৰ ঘৰৰ ফালে খোজ দিয়ে।

## দুই

…দুয়োৰে পিছফালে পাৰি ৰয় নিৰ্জন গৰাটো। জোনাকৰ পোহৰত স্বপ্নময় হৈ উঠে সমুখৰ বিশাল নৈখন। পূৰৈলৈ গৰাটোৰ গাতে লাগি থকা, সৰু এচিকতা অক্ষৎ সেউজীয়া পৃথিৱী—

…দুই এজোপা ডাঙৰ ডাঙৰ গছ। তাৰ মাজে মাজে মুকলি নিমজ ঘাঁহনি। ঠায়ে ঠায়ে সৰু সৰু কহুৱা বনৰ জোপা। পশ্চিমলৈ ভালোখনি দূৰত বাৰীৰ ঢাপৰ ওপৰে ওপৰে থকা, দীঘল এশাৰী আজাৰ ফুলৰ গছে, গাঁৱৰ কেন্দ্ৰ স্থলৰ দৃষ্টিৰপৰা, আবৰি ৰাখিছে, অঞ্জন-মীনাৰ শৈশৱৰেপৰা এই বৰ্তমানলৈকে মইনা মাহীৰ ঘৰখনতকৈয়ো আপোন হৈ পৰা এই সৰু নিৰ্জন পৃথিৱীখন। বাহিৰা মানুহৰ সমাগম তাত কোনো কালে নহয়।

সেয়ে হয়তো এই খুদ্ৰ ভূখণ্ড হৈ পৰিছে অঞ্জন, মীনাৰ নিজস্ব সম্পদ। দুয়োৰে ধাৰণা, একমাত্ৰ তেওঁলোকৰ কাৰণেই যেন প্ৰকৃতিয়ে এই নিৰ্জনত আঁকি থৈছে এখন বিচিত্ৰ কেনভাচ্—দুয়োৰে জীৱনৰ লগত একিভূত হৈ পৰা জীৱন্ত এখন ছবি।

কিন্তু দুটা শিল্পী মনৰ সকলো অভিলাস পূৰ্ণ নোহোৱাত– বাধাগ্ৰস্ত হৈ অহাত, ইয়াৰ প্ৰতিও দুয়োৰ আকৰ্ষণ লাহে লাহে কমি আহিছে। সেয়ে বহুদিনৰ-পৰাই দুয়ো সপোন দেখি আহিছে, সকলো বন্ধন গ্ৰন্থি ছিন্ন কৰাৰ বিচাৰিছে চুৰান্ত মুক্তিৰ…!

কিন্তু মুক্তি ক'ত? 'মইনা মাহী' বা ভূঞা ডাঙৰীয়াৰ এই বিৰাট ঘৰখনৰ লগত জড়িত দুয়োৰে জীৱন দুটাতো এদিনীয়া নহয় ঠুনুকাও নহয়? থিতাতে সেই সুদৃহ বন্ধন ছিন্ন কৰাৰ শক্তি ক'ত?

তেনেকুৱা এটা অকল্পনীয় সম্ভাৱনাৰ কথা কোনো দিন হয়তো স্বপ্নতো এবাৰ ভবা নাই মইনা মাহীয়ে—ভবা নাই ৰঘুকাইয়ে- ভবা নাই ভূঞা ডাঙৰীয়াই…।

উচ্চ শিক্ষিত সম্ভ্ৰান্ত গৃহস্থি ভূঞা ডাঙৰীয়া। ঘৰে-বাৰীয়ে, খেতিয়ে-পথাৰে যথেষ্ট সম্পদশালী। …সৰু এটা ৰাইচমিল্ আছে। ওচৰত ডাঙৰ চহৰৰ বহুকুত তেওঁৰ বিবিধ কাৰবাৰ। তথাপি তেওঁৰ স্থায়ীবাস গাঁৱতেই।

.এটা হুলস্থুলীয়া পৰিবেশতকৈ গাঁৱৰ এমূৰে আচুতীয়াকৈ গঢ়ি লোৱা বিৰাট গৃহস্থালীত থাকি ভূঞা ভাঙৰীয়াই ভাল পাই। ঘৰৰ বাহিৰত বিভিন্ন কামলৈ বিভিন্ন মানুহৰ লগত যোগা-যোগ আছে যদিও নিজা ঘৰখনৰ এমূৰে থকা ডাঙৰ কোঠা দুটাৰ শান্ত পৰিবেশৰ মাজত নিৰোপদ্ৰূপভাৱে কিতাপ-পত্ৰ লৈ ডুবি থকাটোৱেই তেওঁৰ বহুদিনীয়া অভ্যাস।

ঘৰ-দুৱাৰ সা-সম্পত্তিৰ লগতে সম্পূৰ্ণ গৃহস্থালীখনৰে যাই ধৰণী হ'ল তেখেতৰ পৰিবাৰ। অখণ্ড প্ৰতাপ তেওঁৰ। ভদ্ৰমহিলাৰ নিৰ্দেশতেই চলে গোটেই ঘৰখন।

ভূঞা ডাঙৰীয়াৰ অৱশ্যে একোতে আপত্তি নাই। কোনো বিষয়তে ওজৰ-আপত্তি, হকা-বধা নাই, অসম্মতি নাই।...মোটকথা সংসাৰৰ দৈনন্দিন কৰ্তব্যৰ, দায়-দায়ীত্বৰপৰা চূড়ান্তভাৱে অব্যাহতি পোৱাত তেখেত হৈ পৰে নিৰাসক্ত নিৰ্লিপ্ত-নিশ্চিন্ত। আন কি সন্তানহীন ঘৰখনত শৈশৱৰপৰাই তালিতুলি ডাঙৰ-দীঘল কৰা তোলনীয়া সন্তান অঞ্জন-মীনাৰ স্বাধীনতাতো ভূঞা ডাঙৰীয়াই কোনো দিন হস্তক্ষেপ কৰা নাই। সিহঁতৰ মনো-জগৎখনত, প্ৰতি মুহূৰ্ত স্বপ্ন-ৰঙীন হাবিয়াস লৈ বিভোৰ হৈ থকা দুয়োৰে মন দুটাক হয়তো তেওঁ বুজিব পাৰে বুজিব পাৰে বাসনা বিহ্বল দুখন অন্তৰৰ সুগভীৰ ঐকান্তিকতা।

কিন্তু মাতৃ স্বৰূপিণী গৃহকৰ্ত্ৰী, অঞ্জন মীনাৰ 'মইনা মাহী'ৰ ওচৰত সিহঁতৰ সেই জগৎখনৰ কোনো মূল্য নাই—স্বীকৃতি নাই। তেওঁৰ ইচ্ছাৰ বিপৰীত কিবা কৰা দেখিলেই কঠোৰভাৱে শাসন কৰে। দুয়ো নতুন তৰুণ্যৰ দুৱাৰডলি পাৰ হৈ আহিছে, তথাপি মইনা মাহীৰ চকুত আজিও যেন দুয়ো জ্ঞান বুদ্ধিহীন শিশু হৈয়ে আছে—অবোধ, অবাধ্য হৈয়ে আছে। সেয়ে প্ৰয়োজন দেখে কঠোৰ শাসনৰ।

অঞ্জন বিবুদ্ধি হয়। ক্ৰমাত, সময়ৰ লগে লগে অতিষ্ঠ হৈ উঠে। ভাবি নাপায় একালৰ সৰবৰহী, দয়া, মায়া, স্নেহৰ মূৰ্ত প্ৰতীক 'মাহীমাই' গৰাকীৰ এই অভূতপূৰ্ণ পৰিবৰ্তন কিয় হ'ল? ...অঞ্জন তেওঁৰ তোলনীয়া সন্তান! এই পৰিবৰ্তনৰ কাৰণ জানো সেয়ে? তেওঁৰ নিজৰ সন্তান হোৱা হ'লে বাৰু কি কৰিলেহেঁতেন মাহীআইয়ে? ভাবি ভাবি অঞ্জনে একো উত্তৰ বিচাৰি নাপায়।

অঞ্জনৰ হঠাৎ কেতিয়াবা মনত পৰে নিজৰ মাকলৈ—অন্ততঃ মনত পেলাবলৈ চেষ্টা কৰে। কিন্তু একো এটাই মনত নপৰে। চকামকা কাল্পনিক মূৰ্তি এটাও মনৰ পটত গাঢ় তুলিবলৈ শিল্পী অঞ্জন সক্ষম নহয়।

পিতৃ-মাতৃৰ অকিঞ্চিৎ স্মৃতিকণো বিস্মৃতিৰ অনন্ত আন্ধাৰৰ মাজত কেতিয়াবাই লুপ্ত হৈ গৈছে। তাৰ সোঁৱৰণ ৰোমন্থন কৰিবলৈ গ'লেই, অঞ্জনৰ চকুৰ সমুখত বিণি বিণি মাথো ভাহি উঠে, হিল্‌দল্‌ ভাঙি বৈ যোৱা, ভয়াবহ এক বানপানীৰ, উন্মত্ত, অশান্ত প্ৰলয়ংকৰি ৰূপটো!

তাৰ স্বৰূপ উপলব্ধি কৰাৰ বয়স তেতিয়াও হোৱা নাছিল। এটা বিন্দুৰ নিচিনা অতি খুদ্ৰ এটা বৃত্তৰ মাজত সীমাবদ্ধ এখন শিশু জগৎ তেতিয়াও আবৰি আছিল অজ্ঞানতাৰ আন্ধাৰে। সেয়ে অঞ্জনৰ অতীত ইতিহাস আজিও অতীতৰ মাজতেই সীমাবদ্ধ ।

পাছলৈ অৱশ্যে বয়স হোৱাৰ লগে লগে ভূঞা ডাঙৰীয়া বা ৰঘুকাইৰ মুখত শুনা দুই চাৰিটা অসংলগ্ন কথাৰ মাজেৰেই মনৰ পটত অস্পষ্ট হ'লেও জীৱনৰ নিঃচিহ্ন অধ্যায় এটাকে, পুনৰ জীৱন্ত ৰূপত সজাবলৈকে চেষ্টা কৰি চায় কল্পনাতে আঁকি লোৱা এখন ছবিৰ মধ্যমেৰে ..।

...চকুৰ সমুখত যেন ভাহি উঠে, সাধাৰণভাৱে শিক্ষিত এহাল অত্যুৎসাহী তৰুণ দম্পতীক। অস্পষ্ট তেওঁলোকৰ অৱয়ব। লোকালয়ৰ মাজৰপৰা বহু দূৰত, পমুৱা লগাই হাবি কাটি, মাটি চহায় নিয়াৰিকৈয়ে আৰম্ভ কৰিছিল, ফলমূল, মাহ-কুঁহিয়াৰৰ এখন পাম। লগতে স্থায়ী আবাস। সময় সাপেক্ষে ক'ব পাৰি

দুঃসাহসীক অভিযান। কিন্তু দুয়োৰে দুঃসাহস থাকিলেও নাছিল হয়তো দুৰদৰ্শিতা। ...চকুৰ সমুখত সদায় দেখি থকা বৰনৈৰ দীঘলীয়া পাৰটো সুৰক্ষিত বুলিয়েই ভাবি থৈছিল। কিন্তু দৃষ্টিৰ অন্তৰালত তাৰে হয়তো কোনোবা গভীৰত ঢাক খাই আছিল বিৰাট এটা ফাঁকি।

সপ্তাহ জোৰা প্ৰবল বৰ্ষণৰ পাছত ফেনে ফোটোকাৰে উপচি উঠিছে বৰনৈৰ পানী। হঠাৎ এনিশা আচম্বিতে পাৰৰ বাধা ভাঙি সোমাই আহিল পানী আৰু পানী। অন্তহীন দানবীয় তাৰ গৰ্জন ৰুদ্ৰ তাৰ মূৰ্তি! সেই প্ৰলয়ঙ্কৰী ঢলৰ আগত ঘণ্টা দিয়েকৰ ভিতৰতে, বহু আশাৰে গঢ়ি তোলা সকলো সম্পদ লুপ্ত হৈ গ'ল -নিঃচিহ্ন হৈ গ'ল পাম-পমুৱাক লৈ ঘৰ বাৰী, গৃহস্থালী সকলো।

আকস্মিক মৃত্যুৰ পূৰ্ব ক্ষণত হয়তো কোনোবা এজনে ভাঙি পৰা চালৰ মাৰলীৰ লগত গামোচাৰে বান্ধি দিছিল দম্পতীৰ শিশু পুত্ৰক -আশা দুৰাশাৰ অচিৰস্থায়ী ক্ষুদ্ৰ এটা স্থিতিহীন স্মৃতিৰ অনিশ্চিত বিন্দু। ...ছবিৰ শেষ তাতেই। তাৰ পাছৰ ইতিহাস অস্পষ্ট ।

তথাপি অনুমান কৰিবলৈ টান নহয়, অদৃষ্টৰ বিৰাট এটা ব্যতিক্ৰম হিচাপেই যেন অৱশ্যাম্ভাবি মৃত্যুক জয় কৰি সেই অস্পষ্ট বিন্দুটো টিকি থাকে। ...আৰম্ভ হয় শিশুৰ জীৱন পৰিক্ৰমা। অৱশ্যে বৰ বেছি আলৈ-আথানি হোৱাৰ আগতেই সৌভাগ্যবশতঃ এদিন অভাৱনীয়ভাৱে আশ্ৰয় লাভ কৰে মইনা মাহীৰ ঘৰখনত-- একেবাৰে চিৰস্থায়ী আশ্ৰয়। অক্ষাৎ শিশুৰ অনাগত ভৱিষ্যৎ জীৱনটোৰ সকলো সমস্যা দেখাত সমাধা হৈ যায় সেইদিনাই- অন্ততঃ মইনামাহীৰ সেয়ে বিশ্বাস...।

কিন্তু? অঞ্জনৰ সন্দেহ হয় ।...জীৱনটোৰ সকলো সমস্যা সমাধান হ'ল জানো? যদি হয়েই তেন্তে প্ৰতি মুহূৰ্ত্তে এতিয়া মুক্তিৰ স্বপ্ন দেখিবলগীয়া হৈছে কিয়?

অঞ্জনৰ সমস্যা বৰ্তমানক লৈ, কিন্তু আনফালে এদিন সেই শিশু অঞ্জনেই সমস্যা হৈ উঠিছিল মইনা মাহীৰ।

...পোষ্যপুত্ৰ লোৱাৰ কামনা মইনা মাহীৰ নতুন নহয়। তথাপি আন্তৰিক আগ্ৰহ থাকিলেও, অভিপ্ৰেত সম্পদ এটা হাতৰ মুঠিলৈ আহিলেই যে তাক থিতাতে গ্ৰহণ কৰিব লাগিব তেনে এটা মনোবৃত্তি মইনা মাহীৰ কোনোকালেই নাছিল।

সেয়ে আচহুৱা এটা পৰিস্থিতিৰ মাজত, বযুকাইয়ে কান্ধত তুলি অনা সৰু ল'ৰাটোক সমুখত থিয় কৰাই দিয়াৰ পাছতো মইনা মাহীৰ কোনো ভাবান্তৰ নহয়। ধীৰ স্থিৰ নিৰ্লিপ্ত দৃষ্টিৰেই চায় ৰয় সমুখৰ পৰিচয়হীন অক্ষ্যাৎ মানৱ শিশুটোক।...ক্ষীণ সৰু এটা দেহা। মূৰত এসোপা কেঁকোৰা চুলি। গাৰ বৰণ, মুখৰ গঢ় কোমল মৰম লগা। লাহে লাহে মইনা মাহীৰ ধাৰণা হয় ল'ৰাটো যেন ৰ'দ-বতাহত দেই যোৱা বৃন্তচ্যুত ধূলি-মলিন এপাহ বনৰীয়া ফুল।

নিৰ্লিপ্ততা আৰু বেছি সময় স্থায়ী নহয়। মইনা মাহীয়ে নিজেই ক'ব নোৱাৰে কিয় হঠাৎ এই প্ৰথম মুহূৰ্ততে ল'ৰাটোৰ প্ৰতি অনাস্বাদিত অচিন এটা মৰমে আপ্লুত কৰি তোলে তেওঁৰ অন্তৰখন।

আন্তৰিক আগ্ৰহ লৈয়ে ল'ৰাটোক ওচৰলৈ মাতে। হাত মেলি তাক আকৰ্ষণ কৰিব খোজে। কিন্তু হঠাৎ সামান্য বিস্মিত নহৈ নোৱাৰে। ওচৰলৈ

অহাৰ পৰিবৰ্তে ক্ষুদ্ৰ ল'ৰাটো ছিটিকি দুহাত পিছুৱাই যায়। তাৰ মুখত হাঁহি নাই—কথা নাই, কোনো ধৰণৰ কোনো অনুভূতিৰ প্ৰকাশ নাই। মাথো উদ্‌ভ্ৰান্ত, আতংকিত এটা বোবা দৃষ্টি লৈয়ে সি চাই থাকে মইনা মাহীৰ মুখলৈ। বঘুকাৰ চুৰীয়াৰ আগটো তাৰ ক্ষুদ্ৰ হাতৰ মুঠিত টানকৈ ধৰি থাকে যদিও, সেই বঘুকাইৰ প্ৰতিও তাৰ সেই একেটা বোবা অৰ্থহীন শংকিত দৃষ্টি। দেখিলে ভাব হয়, সি যেন এই পৃথিৱীত কাৰো ওচৰত ক'তো নিজক নিৰাপদ বুলি ভাবিব পৰা নাই—কাৰো ওপৰত কেনেকৈ ভৰষা কৰিব লাগে তাকো শিকা নাই।

··অজ্ঞানতাই আবৰি থকা জীৱনটোৰ আৰম্ভণিতে পোৱা ক্ষন্তেকীয়া সময়-ছোৱা, যিখন পৃথিৱীৰ মাটিত এটা খোজৰ পিছত আনটো খোজ পেলাই অলপ অলপকৈ চিনাকি হ'বলৈ আৰম্ভ কৰিছিল, আচম্বিত খণ্ড প্ৰলয়ত সি চিৰতৰে লুপ্ত হৈ যোৱাৰ লগে লগে, সিও যেন তাৰ গঢ় লবলৈ ধৰা মানসিক ভাবনা শক্তি বুদ্ধি অনুভূতি সকলো হেৰুৱাই ৰূপান্তৰিত হৈ গৈছে এটা জীৱ থকা নিৰ্জীৱ পুতলালৈ। বহুৱাই দিলে বহি ৰয়—থিয় কৰাই দিলে থিয় হৈ থাকে। কোনো অৱস্থাতে তাৰ কোনো স্বভাৱজাত প্ৰতিক্ৰিয়া নাই···।

মইনা মাহী বিমোৰত পৰে। ভাবি লয়, নতুন অচিনাকি এটা পৰিস্থিতিত পৰি সম্ভৱ অসহায় অবুজ ল'ৰাটো শংকিত হৈছে -মুখ মেলিবলৈ সংকোচ কৰিছে। দুদিন পাছতে নিশ্চয় সকলো ঠিক হৈ যাব ।

··কিন্তু একো এটাই ঠিক নহয়। এটা দুটাকৈ দিন যায় দিন আহে। ইয়াৰ ভিতৰতে তাৰ ৰুগ্ম মলিন অৱস্থাটো, প্ৰয়োজনীয় আপ্দাল্, পৰিচৰ্য্যাৰ ফলত পল্লৱিত হৈ পৰে। লগতে আৰু বেছি আকৰ্ষণীয় আৰু বেছি মৰম লগা হৈ উঠে ল'ৰাটো।

মইনা মাহীৰো হেপাহ বাঢ়ি যায়। ইচ্ছা হয় তাৰ পৰিষ্কাৰ ক্ষীণ কোমল দেহাটো যেন দুয়ো হাতৰ মাজত সাৱটি ধৰি তাৰ লগত কথা পাতিব তাৰ মৌনতা ভাঙি স্বাভাৱিক কৰি তুলিব।

কিন্তু তেওঁৰ সকলো প্ৰয়াস- সকলো ধৰণৰ চেষ্টাই ব্যৰ্থ হয়। ল'ৰাটোৰ দৈহিক পৰিবৰ্তন হ লেও আন কোনো পৰিবৰ্তন নহয়, তাৰ মৌনতাৰ- নিৰুত্তাপ নিষ্ক্ৰিয়তাৰ। ডাঠ বৰফৰ চেঁচা দেৱাল এখনৰ মাজতহে যেন সি সোমাই আছে।

মইনা মাহী হতাশ হৈ পৰে। এৰি দিয়ে সেই চেষ্টা। ভূঞা ডাঙৰীয়াও সামান্যভাৱে চিন্তিত হয়। তথাপি উৎসাহিত কৰিবলৈকে প্ৰবোধ দিয়ে ।

'চিন্তা নকৰিবা! এনে এটা বয়সতে যিটো বুজিব নোৱাৰা কল্পনাতীত বিপৰ্য্যয়ত পৰি সি নিঠৰ হৈ গৈছিল, আচহুৱা নিষ্ঠুৰতাত বোবা-মূক হৈ গৈছিল, তাৰ প্ৰভাৱৰপৰা সি হয়তো এতিয়াও মুক্ত হোৱা নাই—স্বাভাৱিক হ'ব পৰা নাই। তুমি নিৰুৎসাহ নহ'বা···।'

ভূঞা ডাঙৰীয়াৰ উৎসাহ বাণীয়ে মইনা মাহীক কিমানখিনি প্ৰবোধ দিয়ে—কিমান নিচিন্ত কৰে ক'ব নোৱাৰি, কিন্তু লাহে লাহে এটা মাহ পাৰ হৈ যোৱাৰ পাছতো কোনো পৰিবৰ্তন নোহোৱাত মইনা মাহীয়ে শেষলৈ চিন্তা কৰিবলৈকে এৰি দিয়ে। ··দিন আহে—যায়। তাৰ পাছত হঠাৎ এদিন আকস্মিকভাৱেই এই অস্বস্তিকৰ পৰিবেশটোৰ অন্ত পৰে -।

..চৌদিশ নিস্তব্ধ হৈ থকা এটা শান্ত দুপৰীয়া। কৌচত আলোচনী লৈ কোনোবা পৌৰাণিক উপাখ্যানৰ গভীৰত ডুবি আছিল মইনা মাহী। অৱসৰ বিনোদনৰ তেওঁৰ প্ৰিয় উপাদান সেইবোৰ। কোঠাটোৰ এদাঁতিত থকা খিৰিকী-খনৰ গড়ডালত থুতৰিটো থৈ নিঃশব্দে থিয় দি আছে সৰু ল'ৰাটো। তাৰ চকুৰ দৃষ্টি বাহিৰৰ কোনোবা অচিন জগতত ভ্ৰমি ফুৰিছে। কোঠাৰ ভিতৰত ক্ষুদ্ৰতমো শব্দ নাই…।

কিন্তু এটা নাটকীয় মুহূৰ্তত, আচম্বিতে এবাৰ মইনা মাহীয়ে চক্ খাই উঠে। হঠাৎ অনুভৱ কৰে, সৰু সৰু দুখন কোমল হাতে মাহীৰ ডিঙিটো পিছফালৰপৰা সাৱটি ধৰিছে।

অকল্পনীয় এটা পৰিস্থিতি। ক্ষন্তেকলৈ মইনা মাহী বিহ্বল হৈ যায়। কিবা এটা অচিন আবেশত মুদখাই আহে চকু দুটা। ওঁঠ ফুটি কথা নোলাই। ল'ৰাটোৱেনো কাণৰ কাষত কি কৈছে তাকো বুজিব নোৱাৰে।

আনফালে কিন্তু গভীৰ আন্তৰিকতাৰে মইনা মাহীৰ গাত আউজি, গালে-মুখে মুখ লগাই সামান্য যেন উত্তেজিত হৈয়ে আনন্দত ল'ৰাটোৱে চিঞৰি উঠে—

'জিলী! জিলী! সেইয়া জিলীয়ে মাতিছে, শুনিছা !

লাহে লাহে মইনা মাহী প্ৰকৃতিস্থ হয়। আপোনা আপুনি হাত দুখনে সাৱটি ধৰে ল'ৰাটোক! তাৰ লগতে তাৰ দৰেই উৎকৰ্ণ হৈ শুনে, দুপৰীয়াৰ শান্ত নিস্তব্ধতা ভেদ্ কৰি খিৰিকীৰে কোঠাৰ ভিতৰলৈকে ভাহি অহা জিলীৰ মাত। ল'ৰাটোৰ উদগ্ৰীৱ উত্তেজিত মুখখনলৈকে চাই মইনা মাহীয়ে অকল জিলীৰ মাতেই নহয়, তাৰ লগতে যেন আন বিভিন্ন ধৰণৰ মাত-কথা শুনিবলৈ পায়-। বহুত বহুত নেদেখা অস্পষ্ট দৃশ্য দেখিবলৈ পাই। এটা অবুজ শিশুৰ অতীতৰ ক্ষণস্থায়ী সেউজীয়া জগতখন যেন খন্তেকলৈ ভাহি উঠে মইনা মাহীৰ চকুৰ সমুখত।

নগণ্য এফাঁকি জিলীৰ মাত--কিন্তু বিৰাট অপৰিসীম তাৰ প্ৰতিক্ৰিয়া।…বৰফৰ দাঠ দেৱাল হঠাৎ চূৰ্ণ হৈ যায়। বোবা ওঁঠত প্ৰাণ পাই জীৱন্ত হৈ উঠে শিশুৰ মুখত হেৰাই যোৱা ভাষা।

ল'ৰাটিয়ে এটা দুটাকৈ কথা ক'বলৈ আৰম্ভ কৰে--হাঁহে। তাৰ লগতে হাঁহি উঠে গোটেই ঘৰখন। চাই থাকোতে থাকোতেই সাময়িকভাৱে স্থবিৰ হৈ পৰা ঘৰখনৰ নিষ্ক্ৰিয় পৰিস্থিতি সক্ৰিয় হৈ উঠে দুৰ্বাৰ গতিত। শিশু কণ্ঠৰ স্বাভাৱিক কল-কাকলিত মুখৰ হৈ পৰে চৌদিশ।

দৈনন্দিন কৰ্ম তালিকা মইনা মাহীৰ বাঢ়ি যায়। লাহে লাহে ল'ৰাৰ কাৰণে শ্লেট্, পেঞ্চিল্ আহে, কিতাপ-বহী আহে, আৰু অদ্ভুতভাৱে আহে এটা ৰঙৰ বাকচ। হয়তো অৱশৰ সময়ত অকলে ৰং লৈ ধেমালি কৰিবলৈকে ল'ৰাটোক আনি দিছিল সেই ৰঙৰ বাকচ।

কিন্তু তাৰ প্ৰতিক্ৰিয়া যে ভৱিষ্যতে কি ৰূপ লব পাৰে, সেই সম্ভাৱনাৰ কথা হয়তো মইনা মাহীয়ে সেইদিনা এবাৰ কল্পনাও কৰি চোৱা নাছিল—কল্পনাও কৰা

নাছিল, গধূলি গধূলি ল'ৰাটোক ওচৰত বহুৱাই লৈ পঢ়া-শুনাৰ লগে লগে কৈ যোৱা সংখ্যাহীন সাধু, গল্প, উপাখ্যানবোৰৰ ৰোমাঞ্চকৰ বিবিধ কাহিনী। সেইবোৰে যে কেনেকৈ তাৰ কুমলীয়া শিশু মনটোৰ ওপৰত প্ৰতিক্ৰিয়া কৰিছে তাকো উপলব্ধি কৰা নাছিল।

গভীৰ আন্তৰিকতাৰে চকু ডাঙৰ কৰি মাহীৰ ক্ষুদ্ৰ শ্ৰোতা গৰাকীয়ে থৰ্ লাগি মাথো শুনি যায় তেওঁৰ মুখৰপৰা ওলোৱা প্ৰতিটো কথা—প্ৰতিটো কাহিনী।

সেইবোৰেই যেন লাহে লাহে ল'ৰাৰ মনৰ পটত গঢ় লৈ, বন্ধ হৈ থকা বিচিত্ৰ দুৱাৰ এখন, অলপ অলপকৈ খুলি দিয়ে। তাৰ দুৱাৰডলিত থিয় দি ল'ৰাটোৱে যেন চকা-মকাকৈ এই প্ৰথম দেখিবলৈ পাই, সীমাহীন অলিক বৈভৱেৰে ভৰা এখন নতুন অচনাকি পৃথিৱীক —দেখে ৰঙে ৰূপে ভৰা অন্তহীন দৃশ্য সম্ভাৰৰ বিচিত্ৰ সমাৰোহ।

জন্ম লগ্নতে হয়তো ল'ৰাটোৱে কিবা এটা আপুৰুগীয়া সম্পদৰ অধিকাৰী হৈ আহিছিল। সেয়ে অত্যুৎসাহী কোমল মনটোত চমক্ লাগে। অপৈণত বয়সৰ সিমিত জ্ঞান, সীমাবদ্ধ কল্পনা শক্তিৰেও সি যেন দেখিবলৈ পাই মাহীআইৰ মুখত শুনা উপাখ্যানবোৰৰ ৰঙীন দৃশ্যকল্প। মনৰ চকুৰেই দেখে ঋষি-মুনিৰ আবাস স্থল, দেৱাতাত্মা হিমালয়ৰ বৰফৰ মাজৰপৰা সেইয়া যেন বৈ আহিছে মন্দাকিণী—শিলৰ ওপৰে ওপৰে নাচি নাচি বৈ গৈছে অলকানন্দা, ভাগীৰথী–জাহ্নবী। আকৌ দেখে সীমাহীন পুষ্প পাৰিজাতেৰে ভৰা অপৰূপ নন্দনকানন–দেখে সৰোবৰ বৰফ গলা পানীত অবগাহন কৰা সেই তৰুণ সন্যাসীজনক। উষা লগ্নত কৰযোৰে তেওঁ সূৰ্য্য বন্দনা কৰিছে,...ওঁ জবা কুসুম সংকাশং ..'

মাহীআইৰ মুখৰ সেইবোৰ দুৰ্বোদ্ধ ভাষা, নুবুজা কথা শুনিবলৈ অৱশ্যে ল'ৰাৰ সিমান আগ্ৰহ নাই, কিন্তু শুনি থাকিব খোজে সেইবোৰ কথা-কাহিনীৰ বিচিত্ৰ বৰ্ণনা।

তাৰ পাছত লাহে লাহে সেইবোৰ বৰ্ণনাই দিন যোৱাৰ লগে লগে এইবাৰ ৰূপান্তৰিত হ'বলৈ আৰম্ভ কৰে কাগজৰ বুকুত। তাকে লৈ একান্ত মনে ব্যস্ত হৈ থকা ল'ৰাটোৰ ওপৰত মইনা মাহীৰ হঠাৎ কেতিয়াবা চকু পৰে। কৌতুহলি হৈয়ে তাৰ ওচৰ চাপি যায়

'এইবোৰ কি···?'

'ছবি। এইয়া দেখিছা যমুনা নদী। তাৰ বালিৰ ওপৰেদি গৰুবোৰে পানী খাবলৈ গৈছে। নদীৰ পাৰত এইবোৰ বিৰিণা গছ...।

'আৰু ওপৰলৈ সেইবোৰ . ?

'সেইবোৰ গৰখীয়া ল'ৰা, এইয়া শ্ৰীকৃষ্ণ—বাঁহী বজাইছে... ।'

'অ' হয়নেকি···।'

ছবি চাই ওলাই আহিব খোজা হাঁহিটো মইনা মাহীয়ে সংবত কৰে। লেপ্-থেপ ৰঙেৰে একেকাৰ হৈ থকা কাগজখনৰ বুকুত যে ক্ষুদ্ৰ শিল্পী গৰাকীৰ ইমানবোৰ কল্পনা সোমাই আছে তাক বুজাই নিদিয়া হ'লে অৱশ্যে কাৰো পক্ষে

বুজাতো সম্ভৱ নহয়। তথাপি আনে বুজক নুবুজক শিল্পী গৰাকীৰ কিন্তু দৃঢ় ধাৰণা, দৃঢ় বিশ্বাস, তেওঁৰ মনৰ ভাৱধাৰাৰ নিখুঁত প্ৰকাশ সেই ছবিবোৰ।

প্ৰস্তৰ যুগৰো বহু আগৰ সেই আদিম বন্য মানৱৰ মাজৰে কোনোবা এটাই হয়তো ঠিক্ এনেকৈয়ে এদিন গুহাৰ বেৰত কিছুমান আঁক্ বাঁক্ ৰেখাৰে জগতৰ প্ৰথমখন ছবি অ'কাৰ প্ৰয়াস কৰিছিল। সেইদিনা কল্পনা কৰাৰ সামৰ্থ্য তাৰ নাছিল নাছিল কোনো উপাদান আৰু তাৰ প্ৰয়োগ কৌশলৰ সাধাৰণ জ্ঞান। বন্য জীৱনৰ কোনোবা এটা শুভ মুহূৰ্ত্তত হয়তো আকস্মিকভাৱে প্ৰেৰণা পাইছিল, শিলৰ বুকুত আঁক মাৰি মাৰি দেখি থকা কোনো বন্য জন্তুৰ প্ৰতিচ্ছবি আঁকিবলৈকে প্ৰথম চেষ্টা কৰিছিল। শিল্প সৃষ্টিৰ মৰ্য্যাদা সি পাওক নেপাওক, সেই আকৃতিহীন আঁক্ বাক্ ৰেখাবোৰেই কিন্তু নিঃসন্দেহে প্ৰমাণ কৰি দিলে মানুহ আৰু বন্য জন্তুৰ মাজৰ বিধিগত পাৰ্থক্যৰ কথা– প্ৰমাণ কৰিলে প্ৰাণী জগতত মানুহৰ অপৰাজেয় শ্ৰেষ্ঠত্ব···।

তাৰ পাছত হেজাৰ হেজাৰ বছৰ পাৰ হৈ গ'ল। বিশ্বৰ দিশে দিশে শত সহস্ৰ জাতি, উপজাতি, মহাজাতিৰ উত্থানু হ'ল, পতন হ'ল। সেই সকলে পৰ্ব্বতৰ গুহাত, শিলৰ বুকুত, চহৰ-নগৰৰ পটভূমিত স্বাক্ষৰ থৈ গ'ল যুগে যুগে বিকশিত শিল্প, ভাস্কৰ্য্য, স্থাপত্যৰ সহস্ৰ ধাৰাৰ পূৰ্ণতাৰে সমৃদ্ধ সীমাহীন নিদৰ্শন। তাৰ যেন শেষ নাই· শেষ নাই নিতে নতুন পৰিৱৰ্ত্তন, পৰিৱৰ্দ্ধন, আঙ্গিক বিস্তাৰৰ বিৰামহীন প্ৰচেষ্টা। গুহাৰ বেৰৰ সেই অকিঞ্চন ৰেখা চিত্ৰৰে জগত যোৰা মহাযাত্ৰা আজিও অব্যাহত গতিত চলি আছে, নৱ নৱ সৃষ্টিৰ নৱ দিগন্তৰ সন্ধানত।

মইনা মাহীৰ ঘৰৰ ক্ষুদ্ৰ শিল্পী গৰাকীয়েও অব্যাহত ৰাখে তেওঁৰ শিল্প সৃষ্টিৰ ক্ৰমবৰ্দ্ধমান গতি।...তাৰ মাজতে এদিন সেই শিল্পী গৰাকীৰ সীমাবদ্ধ সৰু পৃথিৱীখনৰ বিচিত্ৰতাৰ মাজত হঠাতে উদয় হয়হি সৰু এজনী ছোৱালী— নাম তাইৰ মীনা।

···মীনাৰ লগত মইনা মাহীৰ তেজৰ সম্বন্ধ কিমান তাক ক্ষুদ্ৰ মীনাইতো নেজানেই আনকি মইনা মাহীৰ নিজৰো কোনো ধাৰণা নাই। তথাপি সামান্য কিবা অলপ থাকিলেও সি ইমান দূৰৰ—ইমান অস্পষ্ট যে তাক লৈ পিতৃ-মাতৃহীন অনাথ ছোৱালী এজনীক হঠাতে চিৰস্থায়ী আশ্ৰয় দিয়া-নিদিয়াৰ দায়-দায়ীত্ব বা মান-সন্মানৰ প্ৰশ্ন নুঠে।

তথাপি মইনা মাহীয়ে নিজহে উদ্যোগী হৈ সংগ্ৰহ কৰি আনে সৰু ছোৱালী-জনীক। হয়তো নিজৰ সংসাৰৰ লগতে, এই নতুন ল'ৰা-ছোৱালী হালৰ অনাগত ভৱিষ্যত দুটাও সাঙুৰি লৈ, কিবা কিবা এটা পৰিকল্পনা সেই দিনাই মইনা মাহীয়ে নিজৰ মনতে কৰি পেলাই, আৰু তাৰে পৰিপ্ৰেক্ষিতত, ঘৰখনৰ জীয়াৰী ছোৱালী এজনীৰ পূৰ্ণ মৰ্য্যাদা লৈ, প্ৰথমৰপৰাই প্ৰতিষ্ঠিত হৈ যায়, মীনা নামৰ সেই অখ্যাত অকণমানী ছোৱালীজনী।

তাৰ পাছত আৰু কোনো বাধা নাই। সমস্যাহীন সন্মুখৰ বাট নিমজ মসৃণ! ভূঞা ডাঙৰীয়া, মইনা মাহী আৰু ৰঘুকাইৰ বৈচিত্ৰহীন জীৱনধাৰাৰ পুৰণা ধীৰ শান্ত গতিটো সলনি হয়। প্ৰাণ প্ৰাচুৰ্য্যৰে ভৰা এহাল ল'ৰা-ছোৱালীৰ সান্নিধ্যত,

ৰূপান্তৰ ঘটে মইনা মাহীৰ এই নতুন ভৰা সংসাৰ। স্বাভাৱিক নিয়মে সময়ৰ বাধাহীন দীঘল বাজ আলিয়েদি সি আগবাঢ়ি যায় পূৰ্ণ গতিত। পিছফালে ঘূৰি চোৱাৰ আৰু প্ৰয়োজন নহয়।

ঘৰখনৰ দৈনন্দিন কৰ্ম্মতালিকাৰ লগত একিভূত হৈ যোৱা অঞ্জন আৰু মীনায়ো পিছফালে ঘূৰি চোৱাৰ আৰু প্ৰয়োজন বোধ নকৰে। পঢ়া-শুনাৰ লগতে প্ৰতি নিয়ত বিভোৰ হৈ থাকে নিতে নতুন শিল্প সৃষ্টিৰ মায়া জালত। উপাখ্যানৰ বৰ্ণনাৰ আৰু প্ৰয়োজন নহয়- অভাৱ নহয় চৌদিশে ভৰি থকা প্ৰতীকি দৃশ্য সম্ভাৰৰ।

...প্ৰকৃতিৰ এটা ঋতুৰ পাছত আনটো আহে। আৰু তাৰে প্ৰতিফলন হয় দুয়োৰে মনত - দুয়োৰে কল্পনাৰ জগতত। ভৰ বাৰিষাৰ ক'লা মেঘ লাহে লাহে আঁতৰি যায়। তাৰ ঠাইত উন্মুক্ত হৈ পৰে শাৰদীয় ঋতুৰ নিৰ্ম্মল নীলা আকাশ। আহে শীত বৈধব্যৰ ৰুক্ষ্য কালিমাত ঢাক খাই যায় নিজীৱ প্ৰকৃতি। তাৰ পাছত এটা দুটাকৈ দেখা দিয়া কুঁহিপাতৰ অন্তৰালত জাগি উঠে বন-বনান্তৰ। নতুন সেউজীয়া আৱৰণেৰে সমৃদ্ধ হৈ পৰে প্ৰাণ প্ৰাচুৰ্য্যৰে ভৰি উঠা ৰঙীন বসন্ত...

...আৰু সেই সকলো নৈসৰ্গিক সম্পদ লৈয়ে সমৃদ্ধ হৈ উঠে অঞ্জন আৰু মীনা। তাৰ প্ৰতিফলনৰ মাজেৰেই সৃষ্টি কৰে তেওঁলোকৰ এখন আচুতীয়া শিল্পীৰ পৃথিৱী। সি জন্ম লাভ কৰে কাগজৰ বুকুত—বিস্তাৰ লাভ কৰে মনৰ পটত। বয়স বঢ়াৰ লগে লগে নিতে নতুন প্ৰত্যাশাৰে অফুৰন্ত হৈ থাকে তাৰ অব্যাহত গতি...।

কিন্তু হঠাৎ এদিন সকলো স্তব্ধ হৈ যায়। সাময়িকভাৱে হ'লেও ৰুদ্ধ হৈ যায় সেই অপ্ৰতিহত গতি।

আকস্মিকভাৱেই যেন মইনা মাহী হঠাৎ এদিন সজাগ হৈ উঠে। উপলব্ধিও কৰিব নোৱাৰে, চকুৰ আগত সদায় দেখি থকা সৰু সৰু ল'ৰা-ছোৱালী হাল যে কোন টলকত সিহঁতৰ শৈশৱ কৈশোৰ পাৰ কৰি ডাঙৰ-দীঘল হৈ উঠিছে।

উৎকণ্ঠিত হৈ উঠে মইনা মাহী। চকুত পৰে, সিহঁত দুয়োৰে ভৱিষ্যত লৈ নিজে পৰিকল্পনা কৰি থোৱা লক্ষ্য এৰি, ল'ৰা-ছোৱালী হালে যে বেলেগ, নিজস্ব একো একোটা লক্ষ্য লৈ অনিশ্চিত বাটেৰে দুৰ্ব্বাৰ গতিত আগবাঢ়িছে তাক প্ৰথম উপলব্ধি কৰাৰ লগে লগে নিজৰ ওপৰতে মৰ্ম্মান্তিক এটা খং উঠে মইনা মাহীৰ! আৰু তাৰে প্ৰতিক্ৰিয়া আৰম্ভ হয় দুয়োৰে ওপৰত। দিনে দিনে কঠোৰৰপৰা কঠোৰতৰ হ বলৈ ধৰে তেওঁৰ শাসন তেওঁৰ ব্যৱহাৰ!

আৰম্ভ হয় নিঃশব্দ 'টাগ্ অব ওৱাৰ্'! শিল্পী মন একোটাৰ উন্মাদনাত অঞ্জন-মীনাই পাহৰি যায় দুয়ো আশ্ৰিত— দুয়ো মাহীআইৰ দয়াৰ ওপৰত নিৰ্ভৰ-শীল। তথাপি এফালে যেনেকৈ অব্যাহত থাকে মাহীৰ শাসন- আনফালে অঞ্জন-মীনায়ো অব্যাহত ৰাখে দুয়োৰো শিল্প সাধনা। কিন্তু অতীতৰ দৰে চকুৰ সমুখত স্বাধীনভাৱে আৰু নহয় সাৱধানে লুকাই চুৰকৈ চকুৰ অন্তৰালত।

...কিন্তু তাৰো এটা সীমা আছে। দুয়ো ভাগৰি পৰে। গভীৰ হতাশাত প্ৰতি নিয়ত আৱৰি থাকে দুয়োৰে মন দুটা। উপায়হীন অঞ্জনে মাজে মাজে নিৰাশাত আকুল হৈ চিঞৰি উঠে—'...কিয়? কিয়? এয়ে যদি ভবিতব্য, তেন্তে পানীৰ মাজৰপৰা মোক বুটলি নানি পানীতে আকৌ উটাই নিদিলে কিয়? দিয়া-হেঁতেনেই হয়তো ভাল আছিল...।'

অঞ্জনৰ দৰেই স্বভাৱ শিল্পী মীনাও সমদুখী—সমভাগী। তথাপি অঞ্জনৰ যুক্তিহীন কথাত তিৰস্কাৰ কৰি উঠে—

'চি চি অঞ্জন! তেনেকৈ কিয় কৈছা? কিবোৰ কথা কৈছা? চোৱা, পাহৰি নেযাবা। তোমাক বা মোক উটুৱাই দিয়াৰ কথা মাহীআইয়ে নিশ্চয় কোনো দিন ভবা নাই। শৈশৱৰপৰাইতো দেখিছো, দুটা সম্পূৰ্ণ অনাত্মীয় ল'ৰা-ছোৱালীক, খুৱাই-পিন্ধাই সকলো কষ্ট, সকলো ত্যাগ, স্বীকাৰ কৰি, মৰম-দয়া, চেনেহৰ মাজত, মানুহ কৰি তোলাত কোনো দিন, কোনো ফালে তেওঁ ক্ষুদ্ৰতমো কাৰ্পণ্য কৰা নাই। তাক আমি দুয়ো স্বীকাৰ কৰিবই লাগিব...।'

অঞ্জন শান্ত হয়। তাৰ পাছত লাহেকৈ উচ্চাৰণ কৰে—

স্বীকাৰ মই নিশ্চয় কৰো। হয়তো কেতিয়াবা তোমাক কৈছোও,...মইনা মাহীৰ সেই মহত্বৰ কাৰণে চিৰদিন তুমি-মই তেওঁৰ ওচৰত কৃতজ্ঞ। মাথো ভাবি আচৰিত লাগে, অতীতৰ সেই সোণোৱালী দিনবোৰৰ,—সেই দয়া, মায়া, চেনেহৰ

মূৰ্ত্ত প্ৰতীক মাহীআই গৰাকী দিনে দিনে এনেকুৱা নিৰ্দ্দয় হৈ উঠিলে কিয় ? কিয় আজি কালি আমাক খোজে প্ৰতি লাঞ্ছনা দি, গঞ্জনা দি, আমাৰ জীৱনৰ একোটা ইচ্ছা, একোটা হাবিয়াসক নিৰ্ম্মমভাৱে বাধা দি, কঠোৰ সমালোচনাৰে আমাৰ জীৱন দুটা দুৰ্ব্বহ কৰি তুলিছে ? আগেয়েতো তেওঁ এনেকুৱা নাছিল ! কেতিয়াৰেপৰা হ'ল তেওঁৰ এই অভুতপূৰ্ব্ব পৰিৱৰ্ত্তন ?'

ওঁঠত ফুটি উঠা ক্ষীণ হাঁহিটো লৈ মীনাই লাহেকৈ উত্তৰ দিয়ে—

'মই জনাত যেতিয়াৰেপৰা তুমি আৰু মই মাহীআইৰ ইচ্ছা, আগ্ৰহ সকলো উপেক্ষা কৰি, সকলো শাসন অমান্য কৰি, পঢ়া-শুনা একপ্ৰকাৰ জলাঞ্জলী দি কেৱল ছবি ছবি কৰি প্ৰায় বলিয়া হৈ উঠিলো তেতিয়াৰপৰাই। সি আৰু বেছি উগ্ৰ হৈ উঠিলে সেই দিনাৰপৰা, যিদিনা তুমি কলেজৰ দুটা বছৰো সম্পূৰ্ণ নকৰাকৈয়ে ঘৰলৈ ঘূৰি আহি স্পষ্ট জনালাহি যে তুমি আৰু কলেজত নপঢ়া। ... কিয় বাৰু পৰীক্ষাটো দি নাহিলা ? তাকে কৰা হ'লে হয়তো মাহীৰ উগ্ৰতা বহু-খিনি সাম কাটি থাকিলে হয় ..।'

'সি হয়তো সঁচা, কিন্তু ভাবি চালো, যি স্থলত আমাৰ ভৱিষ্যত কৰ্ম্ম পন্থা শৈশৱৰপৰাই ঠিক কৰি আহিছো, তেনেস্থলত অৱাবতে সময়বোৰ নষ্ট কৰি লাভ কি ? তাৰোপৰি পৰীক্ষাটো দিওঁ বুলিয়েই বা দিওঁ কেনেকৈ . ?'

'কিয় ?'

'নামতহে কলেজ, তাতনো পাঢ়িলো কিমান ? গোটেই বছৰটো দেখো চহৰৰ লাইব্ৰেৰীয়ে লাইব্ৰেৰীয়ে, দোকানে দোকানে ঘূৰি ঘূৰি, কিবা অলপ শিকো বুলি, যিমান আৰ্টৰ কিতাপ পালোঁ, আলোচনী পালোঁ, তাকে লুটিয়াই বগৰাই থাকোতেই দিনবোৰ পাৰ হৈ গ'ল। অথচ বিশেষ যে কিবা এটা লাভ হ'ল সিও নহয়। ভিঞ্চি, এঞ্জেলোৰ, ৰেনেছা যুগৰপৰা চেজান্, গয়া, মানেৰ শিল্প শৈলী-লৈকে আধুনিক কিউবিজীম, ফোবিজীমৰপৰা পপ্ আৰ্টলৈকে, পাঢ়িলোতো বহুত, কিন্তু হ'ব কিটো ? কিতাপৰ পাতত পাঢ়লেইতো আৰু প্ৰকৃত শিক্ষা নহয় মীনা ; আমাৰ প্ৰয়োজন উপযুক্ত গুৰুৰ—প্ৰয়োজন হাতে কলমে তালিম লোৱাৰ ।

...সেয়েতো স্বপ্ন দেখি আহিছো মুক্তিৰ ; শুনিছো দূৰৰ আহ্বান, য'ত শিকিব পাৰিম- বুজিব পাৰিব তুলিকাৰ প্ৰতিটো আঁচ- - প্ৰতিডাল ৰেখাৰ অন্তৰ নিহিত বক্তব্য, ৰঙৰ ভাষা —বিভিন্ন শৈলীৰ ব্যাকৰণ··· ।

কিন্তু সেইবোৰতো আৰু মাহীক জানোৱা কথা নহয়, সেয়ে··· ।'

অঞ্জনৰ অসমাপ্ত বাক্যটো সমাপ্ত হোৱাৰ আগতেই মীনাই হাঁহি মুখে তপৰাই কৈ উঠিল—

'সেয়ে কলেজত আৰু নপঢ়া বুলি মুক্ত কণ্ঠে জনাই দিলা ? কিন্তু তাৰ প্ৰতিক্ৰিয়া যে কেনেভাৱে শেষ হ'ল, সেইটো নিশ্চয় মনত আছে ?'

'নেথাকি উপায় ! মোৰ স্পৰ্দ্ধা দেখি প্ৰথম মুহূৰ্ত্তত মইনা মাহী নিৰ্ব্বাক হৈ গৈছিল। তাৰ পাছত প্ৰবল বিস্ফোৰণৰ আগত গোটেই ঘৰখনেই প্ৰায় উৰি যোৱাৰ অৱস্থা। মইনা মাহীৰ সেইদিনাৰ সেই ৰুদ্ৰ মূৰ্ত্তিটোৰ কথা মনত পৰিলে মোৰ আজিও ভয় লাগে।'

'ভয় মোৰো কম লগা নাছিল।...তাৰ লগতে অলপ হয়তো দুখো লাগিছিল, অঞ্জন... ।'

'দুখ লাগিছিল... ?'

'লাগিছিল, সঁচাই, .. মাহীআইৰ সেই অন্ধ খঙৰ লগত যে সেইদিনা বহুত পৰিমাণে যোগ হৈ আছিল, তেওঁৰ অন্তৰৰ অসহায় হতাশা, দুখ, ব্যৰ্থতা! মাহী আইৰ বহু বাঞ্ছিত আশাৰ সপোন যে তুমি সেই দিনাই ভাঙি দিলা... ।'

'কিনো কৈছা এইবোৰ? সপোন ভাঙি দিলো?'

'দিলা! তেওঁৰ আশা আছিল, মহাদেউৱে যিটো তেওঁক দিব নোৱাৰিলে, তাক তুমি দিবা। কিন্তু মাহীৰ দুৰ্ভাগ্য তুমিও তেওঁক নিৰাশ কৰিলা!'

'কি বিচাৰিছিল তেওঁ মহাদেউৰ ওচৰত ?'

'অলপ সম্মান, অলপ পদমৰ্য্যাদাৰ গৌৰৱ... !'

'সম্মান! পদমৰ্য্যাদাৰ গৌৰৱ... ?' অঞ্জনৰ মুখত বিস্ময় ফুটি উঠে—'তুমি দেখো সাঁথৰ আৰম্ভ কৰিলা!'

'সাঁথৰ নহয়।...মাহীআইৰ দুৰ্বলতা কোনখিনিত মই জানো। প্ৰায় 'পৌৰাণিক' মনস্তত্বৰে পৰিচালিত তেওঁৰ মনটোৰ বিচাৰত- বিবেচনাত সা-সম্পত্তি, শিক্ষা-দিক্ষা যিমানেই থাওক লাগিলে, যি জন মানুহে চৰকাৰৰ ঘৰত তুচ্ছ হ'লেও বিষয়বাব এটা খাব নোৱাৰে -সম্মানজনক চাকৰি এটা নকৰে, তেওঁ সম্ভ্ৰান্ত মানুহ হিচাপে বহুত নিম্ন স্তৰৰ।

...মাহীয়ে বিচাৰিছিল চৰকাৰী বিষয়াৰ পত্নী হোৱাৰ পদমৰ্য্যাদা, গৌৰৱ। কিন্তু সকলো ফালে শিক্ষা-দিক্ষাৰে মহাদেউ উপযুক্ত আছিল যদিও, চৰকাৰে যাচি দিয়া বিষয়বাবো উপেক্ষা কৰি স্বাধীনভাবে ব্যৱসায় কৰিবলৈ গৈ মাহীআইক সেই সম্মান-গৌৰৱৰপৰা বঞ্চিত কৰাত, মাহীয়ে আনকি তেওঁকেই কোনো দিনে ক্ষমা নকৰিলে, তেনে স্থলত তুমি মই কোন কুটা? মহাদেউৰ দুৰ্ভাগ্য, পূৰ্ণ মৰ্য্যাদাৰে সমাজত প্ৰতিষ্ঠিত হৈ, ব্যক্তি স্বাধীনতা বিসৰ্জন নিদি, একোগৰাকী ডাঙৰ বিষয়াতকৈ দহ গুণ উপাৰ্জন কৰিছে যদিও মাহীৰ চকুত মহা আজিও মানুহ হিচাপে তলথাপৰ সাধাৰণ লোক... !

গতিকে বুজিছাই নহয়, বিষয়াৰ পত্নী হোৱাৰ গৌৰৱ কপালত নঘটিল দেখি- য়েই হয়তো আশা কৰিছিল, তোলনীয়া পোৱেই হয়তো বিষয়া হৈ সেই অভাৱ পূৰণ কৰি দিব। মাহীয়ে তাকেই হেপাহ কৰিছিল কিন্তু তেওঁৰে দুৰ্ভাগ্য, পোৱেও আকৌ উচিত শিক্ষা-দীক্ষাৰে নিজক বিষয়া হোৱাৰ কাৰণে উপযুক্ত নকৰি হ'বলৈ গ'ল নাম-গোত্ৰহীন শিল্পী... !'

'হুঁ, বুজিছো! বিবোৰ সম্ভৱ মাহীআইৰ বিচাৰত, স্বাধীন ব্যৱসায়তকৈয়ো আৰু বেছি তুচ্ছ—আৰু বেছি নিম্ন স্তৰৰ প্ৰাণী, ...কি মস্কিল... !'

অঞ্জনৰ কথাশুনি মীনাই হাঁহি উঠে—

'এৰা, মস্কিল আৰু বেছি হৈছে, যিহেতু গোটেই জীৱনটো তেওঁ নিজ ইচ্ছা আৰু মতামতৰ ওপৰত কাৰো ইচ্ছা-অনিচ্ছাৰ কোনো যুক্তিয়েই মানি লবলৈ আজিও নিশিকিলে। তেওঁ নিজে যি বিচাৰে, যিটো ইচ্ছা কৰে সেয়ে হ'ব লাগিব। তাৰ ওপৰত কোনো প্ৰশ্ন নুঠে। ভৱিষ্যত জীৱনলৈ আমাৰ হেপাহ, আগ্ৰহ, ইচ্ছা,

ব্যক্তি স্বাধীনতা, সেইবোৰ মাহীয়ে কোনো কালে স্বীকাৰ কৰা নাই—আজিও নকৰে। সেয়া তেওঁৰ জন্মগত স্বভাৱ।

সেই স্বভাৱটো কিয় হ'ল, তাৰ কাৰণটোও মই অলপ বুজিব পাৰো। ৰঘুকাইৰ মুখত শুনিছিলো, সৰুৰেপৰা বহুত পাইছে তেওঁ। মৌজা হিচাপে মুঠিৰ মাজত সোমাই পৰা ক্ষুদ্ৰ আছিল যদিও তেওঁয়েই আছিল মৌজাদাৰৰ একমাত্ৰ সন্তান। তাতে আকৌ মাউৰা। গতিকে বাপেকৰ আদৰৰ ধন। সৰুৰেপৰা যেতিয়াই যিটো বিচাৰিছে, যেতিয়াই যিটো ইচ্ছা প্ৰকাশ কৰিছে, সেই সকলো অপৰ্য্যাপ্ত পৰিমাণে পোৱোটোৱেই হৈ উঠিছিল মাহীৰ ওচৰত স্বাভাৱিক নিয়ম।

...গতিকে কেতিয়াবা সেই নিয়মৰ ব্যতিক্ৰম হ'ব পৰা সম্ভাৱনাটো তেওঁৰ ওচৰত আজিও অচিনাকি হৈয়ে ৰ'ল। নিজৰ মনটোৰ বাহিৰে আনৰ মনৰ পৰিচয় লোৱাৰ প্ৰয়োজনবোধ তেওঁৰ অভিধানত অনাৱশ্যক কৌতূহল ।

মাহীআইৰ মনস্তত্বৰ বিচিত্ৰ আলেখ্য মীনাৰ মুখত শুনি বহু সময় মনে মনে থকা অঞ্জনে হঠাৎ এবাৰ কৈ পেলাই

'তাৰপৰা লাভ কাৰ কিটো হ'ল? সকলো থাকিও, সকলো পায়ো তুচ্ছ এটা দুৰ্বলতাৰ কাৰণে মাহীআই নিজেতো সুখী হ'ব নোৱাৰিলেই, লগতে মহাদেউৰ-পৰা আৰম্ভ কৰি, ঘৰখনৰ কোনো এটা প্ৰাণীকে সুখী হৈ থাকিব নিদিলে।'

খন্তেক ৰৈ অঞ্জনে হঠাতে আকৌ যোগ কৰে - '...যাবলৈ দিয়া সেইবোৰ দুৰ্ভাগ্যজনক কাৰণ তাৰ ব্যাখ্যা। ...দেখিছো আমি দুয়ো গুচি গ'লেহে যদিবা মাহীআইৰ অলপ পৰিৱৰ্ত্তন হয় অলপ সুখী হয়। ঘৰখনলৈকো শান্তি ঘূৰি আহে। ন'হলে আমাৰ জীৱন দুটা যে দুৰ্বহ হ'বই, লগতে মহাদেউ ৰঘুকা-হঁতৰো জীৱন কেইটাও মাহীয়ে দুৰ্বহ কৰি তুলিব।...তথাপি আলেওে আলেওে নিৰ্বিকাৰ হৈ থাকে দেখি, মহাদেউ যেনিবা বহুত পৰিমাণে শান্তিত থাকিব পাৰে, কিন্তু বাকীবোৰ? চাকৰ নাকৰ এৰিও বিশেষকৈ ৰঘুকা... ?'

..এৰা, ৰঘুকা! মইনা মাহীৰ সংসাৰত- অঞ্জন-মীনাৰ জীৱনত হাড়ে হিমজুৰে সাঙোৰ খাই পৰা অসাধাৰণ এটা মানুহ এই ৰঘুকা! দুৰ্দান্ত প্ৰতাপী অভিভাৱক হয়তো নহয়, কিন্তু ভৃত্য জাতীয় নহয়। ঘৰখনৰত ৰঘুকাইৰ স্বকীয়া মৰ্য্যাদা আছে, প্ৰতিপত্তি আছে, মতামতৰ মূল্যও আছে। কিন্তু ৰঘুকাইৰ কাৰণে সেইবোৰ অপ্ৰয়োজনীয়, অনাৱশ্যক ভূষণ!

ন ছোৱালীৰ যৌতুকৰ লগত, জীৱন্ত যৌতুক হিচাপেই যেন এদিন এইখন ঘৰলৈ আহিছিল ৰঘুকা। ঘূৰি যোৱাৰ কথা আছিল যদিও আৰু ঘূৰি যোৱা নহ'ল - থাকি গ'ল। ৰঘুকা নহ'লে মইনা মাহীৰ নচলে, ভূঞা ডাঙৰীয়াৰ নচলে। তাৰ বহুত পাছত অঞ্জন-মীনাৰ শৈশৱৰপৰাই, সিহঁতৰ জীৱনতো অপৰিহাৰ্য হৈ উঠে ৰঘুকা।

কিন্তু প্ৰকৃততে ক'ব নোৱাৰাকৈয়ে, লাহে লাহে ৰঘুকাইৰ জীৱনতহে যেন এক-প্ৰকাৰ অপৰিহাৰ্য্য হৈ পৰে অঞ্জন আৰু মীনা। ঘৰুৱা দৈনন্দিন জীৱনত সিহঁত হাল চকুৰ আঁৰ হ'লেই যে ৰঘুকাইৰ ধৰফৰণি লাগে সেইকথা ঘৰখনৰ সকলোৱে জানে...।

সেই ৰঘুকাকে এৰি গুচি যোৱাৰ কথা ভাবিলেই, মাজে মাজে মীনাৰ মনটো মৰহি যায়। কিন্তু এই মুহূৰ্ত্ত নিজৰেই আশাহত অনিশ্চিত পৰিস্থিতিটোৱে মীনাক হয়তো ৰঘুকাইৰ কথা পাহৰাই ৰাখে। প্ৰতি নিয়ত এতিয়া ভাবিবলগীয়া হয় নিজৰ কথা অঞ্জনৰ কথা। ভাবিবলগীয়া হয় অনাগত ভৱিষ্যতটোৰ কথা—। আশাহত মনটো শান্ত কৰিবলৈকে, গুচৰত আমন জিমনকৈ অঞ্জনক বহি থকা চকুত পৰাত হঠাৎ এবাৰ প্ৰস্তাৱ কৰি পেলাই—

'বলা অঞ্জন! এপাক নৈৰ পাৰত ফুৰি আহোগৈ···।'

অঞ্জনে অলপো উৎসাহ বোধ নকৰে। মনটোৰ লগত শৰীৰটোও সুস্থ নহয়। তথাপি আপত্তি নকৰি মীনাৰ লগতে ওলাই যায়—বহেগৈ পুৰণা কাঠডালৰ ওপৰত. ।

সন্মুখৰ বিশাল নৈখন শান্ত। তাৰ বেগৱতী সোঁত লাহে লাহে কমি আহিছে। চিক্‌মিক্ কৰিছে সৰু সৰু ঢৌবোৰ। সিপাৰৰ দূৰ দিগন্তত, দেখা নেদেখা নীলা পৰ্ব্বতমালাৰ বুকুত ঠায়ে ঠায়ে বন্দী হৈ আছে, একো চপৰা সৰু সৰু শুভ্ৰ মেঘৰ গতিহীন কুণ্ডলী। সোঁহাতে গৰাৰ প্ৰায় গাতে লাগি আছে দুয়োৰে আচুতীয়া সম্পদ সেই অখ্যাত সেউজীয়া ভূখণ্ডৰ অকৃপণ নৈসৰ্গিক সৌন্দৰ্য্য-ৰাশি · !

কিন্তু এই মুহূৰ্ত্তত সেইবোৰ চাবলৈ অঞ্জনৰ অলপো আগ্ৰহ নহয়,—আগ্ৰহ নহয় মুখেৰে মাতিবলৈ। আনকি প্ৰতি নিয়ত নিজক সচেতন কৰি ৰখা দুয়োৰে ভৱিষ্যত দুটাৰ কথা ভাবিবলৈকো উৎসাহ বোধ নকৰে।

তাৰ পৰিৱৰ্ত্তে হঠাৎ এবাৰ অস্থিৰ হৈ নিজৰ চকু দুটা আঙুলিৰে হেঁচি ধৰে। একোবাৰ ইচ্ছা যায় দুয়ো হাতেৰে মোহাৰি মোহাৰি যেন মাজে মাজে উক্ দিয়া চকু দুটাৰ এই অস্বস্থিকৰ পৰিস্থিতিটো নিৰাময় কৰি তোলে। কিন্তু সাহ নহয়,—জানে তাৰপৰা একো লাভ নহ ব সি বৰঞ্চ বাঢ়িহে যাব।

নিজৰ ভাবত তন্ময় হৈ থকা মীনাই হঠাৎ কিবা এটা সন্দেহ কৰি সজাগ হৈ উঠে। তৎক্ষণাৎ ঘূৰি লৈ একপ্ৰকাৰ বলেৰেই অঞ্জনৰ হাত দুখন চকুৰপৰা আঁতৰাই অনাৰ লগতে উৎকণ্ঠাত অধীৰ হৈ অস্ফুট আৰ্ত্তনাদ কৰি উঠে···

'অঞ্জন!'

আতঙ্কগ্ৰস্ট মীনাৰ সৰু চিঞৰটোৰ মাজেৰেই যেন মীনাৰ মনৰ বহুতবোৰ প্ৰশ্ন অঞ্জনে শুনিবলৈ পাই। শান্ত কৰি তোলে মনটো। খন্তেক মৌন হৈ থাকি লাহে লাহে মীনাৰ মুখলৈ ঘূৰি চাই অলপকৈ হাঁহিবৰ চেষ্টা কৰে—

' জানা; মাজে মাজে মোৰ এই চকু দুটাৰ কথা ভাবি সঁচাই ভয় হয়। তুমিতো তাৰ সকলো ইতিহাস জানাই···!'

মীনাই জানে। অঞ্জনৰ চকুৰ ক্ৰমিক ৰোগৰ সকলো ইতিহাসেই মীনাই জানে। তথাপি অঞ্জনৰ কথা শুনি এই মুহূৰ্ত্তত নতুনকৈ এবাৰ উচপ্ খাই উঠে। লাহে লাহে হাত মেলি আলফুলে অঞ্জনৰ চকুৰ ওপৰত আঙুলি বুলাই সৰুকৈ প্ৰশ্ন কৰে—

'আকৌ তোমাৰ চকুৰ বিষ আৰম্ভ হৈছে? মোক কোৱা নাছিলা কেলৈ? কেতিয়াৰপৰা হ'ল···?'

মীনাৰ এই অকৃত্ৰিম উৎকণ্ঠাকণ অঞ্জনৰ বৰ ভাল লাগে। লৰালৰিকৈ মীনাৰ আঙুলিকেইটা, নিজৰ হাতৰ মুঠিলৈ নমাই অনাৰ লগতে সৰু কোমল দেহাটোও নিজৰ বুকুৰ মাজলৈ টানি আনি লাহেকৈ হাঁহি ঘূৰাই সোধে –

'কেতিয়াবাৰেপৰা ?'

মীনাৰ মুখৰ মাত হেৰাই যায়। গভীৰ অনুশোচনাত চকু দুটা চল্‌চল্‌লীয়া হৈ উঠে। অঞ্জনৰ বুকুত মুখখন গুঁজি অস্ফুটভাৱে আক্ষেপ কৰে –

'তোমাৰ চকুৰ কথা ভাবিলেই মই যে আৰু নিজক ক্ষমা কৰিবও নোৱাৰো অঞ্জন! শৈশৱৰ সেই অমঙ্গলীয়া আপদীয়া দিনটোত কিহে যে পাইছিল মোক... ... তুচ্ছ এখন ছবিৰ কাৰণে কাজিয়া কৰি, অন্ধ খঙত প্লেটৰ্ গোটেইখিনি ৰঙেই তোমাৰ মুখলৈ মাৰি পাঠিয়াইছিলো। চকুৰ বিষত তিনি দিন তুমি চকু মেলিব পৰা নাছিলা। সেই কথা যেতিয়াই মনত পৰে তেতিয়াই মোৰ নিজৰ এই চকু দুটাই ফুটাই অন্ধ কৰি দিবৰ মন যায়..।'

লৰালৰিকৈ অঞ্জনে মীনাৰ মুখখন সোপা মাৰি ধৰে –

'চুপ্। কিবোৰ অনাৱশ্যক অবান্তৰ কথা কৈছা?' পিছমুহূৰ্ত্তত কিন্তু মুখত কোমল হাঁহি এটা লৈ মীনাৰ মুখলৈ চাই লাহেকৈ মন্তব্য কৰে –

'—চকু দুটাই অন্ধ কৰি দিব খোজা? পিছে তুমি অন্ধ হ'লে মোৰ চলিব কেনেকৈ? পাহৰিলা? ডাক্তৰৰ ভৱিষ্যত বাণী বিশ্বাস কৰিলে দেখো তোমাৰ সেইযোৰ চকুৰ দৃষ্টিৰ মাজেৰেই, কোনোবা ভৱিষ্যতত সঁচাই অন্ধ হৈ যোৱা এই অঞ্জনে পৃথিৱীৰ পোহৰ বিচাৰি ফুৰিব লাগিব..।'

'মনে মনে থাকা! সেইবোৰ অমঙ্গলীয়া কথা নক'বা!'

'নকওঁ বাৰু! কিন্তু তুমিয়েই বা ভুল ধাৰণা এটা মনৰ মাজত পুহি ৰাখিছা কিয়? তোমাৰ সেই দিনাৰ সেই অপকীৰ্ত্তি মোৰ এই চকুৰ অসুখৰ কাৰণে দায়ী কেতিয়াও নহয়। অসুখৰ গুৰি তাতকৈয়ো হয়তো আদিম। যিটো নিঃসন্দেহে তোমাৰ জন্মৰো আগতেই ঘটা ঘটনা- ঘটনা নহয়, কোৱা উচিত দুৰ্ঘটনা..।'

সেই দুৰ্ঘটনাৰ দুঃসহ স্মৃতি মন্থনৰ মাজেৰেই এই মুহূৰ্ত্ত অঞ্জনে মীনাক প্ৰবোধ দিবলৈকে পুনৰ দোহাৰে

'কিয় বাৰু মিছাতে নিজক সদায় জগৰীয়া বুলি ভাবি থৈছা..!'

অঞ্জনৰ বুকুৰপৰা লাহে লাহে মুৰ তুলি মীনাই অঞ্জনৰ মুখলৈ চাই প্ৰতিবাদ কৰাৰ সুৰতেই উত্তৰ দিয়ে—

'নেভাবি কি কৰিম? সেই অমঙ্গলীয়া দিনটোৰ পিছৰপৰাই যে তোমাৰ চকুৰ এই অসুখ আৰম্ভ !'

'তেতিয়াৰেপৰা নহয় মীনা। তাতোকৈ হয়তো বহুত আগৰ আৰু এটা অমঙ্গলীয়া—আৰু এটা বহুত বেছি অভিশপ্ত দিনৰপৰা—।

...ৰিণি ৰিণি মনত পৰে, জগতৰ সহস্ৰ আৱৰ্জ্জনাৰে ভৰা, ঘোলা পানীৰ প্ৰখৰ সোঁতত মই উটি গৈছো। সোঁৱে-বাঁৱে, আগে-পিছে, চৌদিশে কেৱল পানী— সীমাহীন অফুৰন্ত পানী। তাৰ ওপৰত চকু কণা কৰি দিয়া বংদৰ পোহৰৰ তীব্ৰ চিক্‌মিক্‌নি।

'...স্নো-ব্লাইণ্ড্' হোৱাৰ কথা শুনিছিলোহে। কিন্তু ভবা নাছিলো পানীৰ চিক্‌মিকনিও যে ইমান মাৰাত্মক হব পাৰে! পৰিস্থিতিটো উপলব্ধি কৰাৰ বয়স

তেতিয়া অৱশ্যে মোৰ হোৱা নাছিল। সেয়ে শৈশৱৰ কুমলীয়া চকুৰ সূক্ষ্ম, অলসুৱা শিৰা-উপশিৰাৰ বহুখিনি সম্ভৱ সেই দিনাই একেবাৰে নষ্ট হৈ গৈছিল। সেইয়া মোৰ কথা নহয়, ডাক্তৰৰ অভিমত। মোৰ মাজে মাজে উকু দিয়া বৰ্ত্তমানৰ অসুখ নিঃসন্দেহে তাৰেই 'ৰিয়েকশ্যন'।'

মীনাই একো উত্তৰ নিদিয়ে। এই মুহূৰ্ত্ত 'ৰিয়েকশ্যন' বা দোষী নিৰ্দোষীৰ বাদানুবাদ তল পৰি যায়। অঞ্জনৰ শৈশৱ কাহিনীৰ নিষ্ঠুৰতাই মীনাৰ মুখৰ মাত হৰি নিয়ে। মীনাৰ কল্পনাৰ চকুৰ সন্মুখত মাথো ভাহি উঠে, হেৰাই যোৱা কোনোবা অতীতত এদিন, প্ৰলয়ংকৰি বানত উটি যোৱা এটা অসহায় শিশুৰ জীৱনৰে এটা নিৰ্ম্মম দিনৰ ভয়াবহ, বিভৎস অভিজ্ঞতাৰ কৰুণ ছবিটো।

তাক পাহৰি যাবলৈকে, মানসিক বিমৰ্ষতাৰ মাজতে লাহে লাহে বহাৰপৰা উঠি অঞ্জনকো হাতত ধৰি থিয় কৰাই দিয়ে- -

'উঠা! আৰু ইয়াত নহয়। ঘৰলৈ বলা, তোমাৰ চকু দুটা অলপ সেঁকি-পোতাকি দিওঁগৈ ; আঁহা · !'

অঞ্জনে একো উত্তৰ নিদিয়ে, আপত্তিও নকৰে। নিঃশব্দতাৰ মাজতে দুয়ো খোজ লয় ঘৰলৈ। দুয়োৰে কাণত পৰে পিছফালে পৰি থকা শান্ত সেউজীয়া ভূখণ্ডৰ মাজৰপৰা বৈ বৈ উটি আহিছে দূৰ দিগন্তলৈ বৈ যোৱা জিলীটোৰ অবিশ্ৰান্ত মাত।

## চাৰি

অন্তৰৰ অন্তস্থলত থকা আশা-নিৰাশাৰ অশান্ত উন্মাদনা, ভৱিষ্যত জীৱনৰ সুনিশ্চিত নিৰাপত্তা ইত্যাদিৰ বিবিধ চিন্তা লৈ, প্ৰতিক্ষণ দুয়োৰে অন্তৰ দুখন উদ্‌গ্ৰীৱ হৈ, অস্থিৰ হৈ থাকে যদিও, তাৰ বহিঃ প্ৰকাশ যাতে ঘূণাক্ষৰেও নহয় তাৰ বাবে কিন্তু অঞ্জন-মীনা দুয়ো জনেই যথেষ্ট সজাগ সদা সতৰ্ক।

সেয়ে ওপৰে ওপৰে দেখাত দুয়ো শান্ত উত্তেজনা শূন্য। মইনা মাহীৰ দৈনন্দিন সংসাৰখনত আৰু তেওঁৰ তীক্ষ্ণ দৃষ্টিৰ সমুখতো দুয়ো ইমান স্বাভাৱিক হৈ মিলি থাকে যে তাৰ মাজত কোনো ধৰণৰ কোনো অস্বাভাৱিকতা কাৰোৰেই চকুত নপৰে।

কিন্তু ভিতৰি ভিতৰি, দিন যোৱাৰ লগে লগে দুয়ো ক্ৰমাত অধৈৰ্য্য হৈ উঠে। সময় সুবিধা হ'লেই দুয়ো ভৱিষ্যত কৰ্ম্মপন্থা লৈ বিষদ আলোচনা কৰে।" আলোচনা কৰে আহিবলগীয়া বিশেষ চিঠিখনলৈ—গগন গাঙ্গুলীক লৈ— 'কমাৰ্শিয়েল আৰ্ট' লৈ।

সম্মুখত অনিশ্চিত এটা ভৱিষাত লৈ মীনাৰ সংশয় ওপজে, দুঃচিন্তাগ্ৰস্ত হৈ উঠে। নিজৰ সীমিত সামথ্যৰ ওপৰত ভৰষা কৰিবলৈ টান পাই অলপ নিশ্চিন্ত হোৱাৰ আশাতে লাহেকৈ প্ৰশ্ন কৰে

'··তুমি 'কমাৰ্শিয়েল্ আৰ্ট'ৰ কথা কৈছিলা। কিন্তু অঞ্জন! আমাৰ শিল্পৰ আদৰ্শতো কোনো কালে 'কমাৰ্শিয়েল্ আৰ্ট'' নাছিল ?'

'নাছিল মীনা! আজিও নাই। গগন বাবুৰো কোনো দিন নাছিল। কিন্তু তুমি ইমান হতাশ হৈছা কিয় ? আইডিয়েল্ বা প্ৰকৃত লক্ষ্য আমাৰ যিয়েই নহওক লাগিলে, সদাহতে আৰু বিশেষভাৱে, দূৰ অচিন্ মহানগৰীত আমাৰ জীৱন ধাৰণৰ সমস্যাটো পাহৰিব গ'লেতো নচলিব। মাহীআইৰ এই ঘৰ, নিৰাপদ নিশ্চিত এডোখৰ আশ্ৰয় যেতিয়া বাহিৰত কোনেও আমাৰ কাৰণে মজুত কৰি থোৱা নাই, তেনেস্থলত অকণমান আশ্ৰয় সাধাৰণ অন্ন-বস্ত্ৰৰ নিচিনা একান্ত জৈৱিক প্ৰয়োজনবোৰৰ ব্যৱস্থাতো আমিয়েই কৰিব লাগিব। আৰু আমাৰ বৰ্ত্তমান পৰিস্থিতিলৈ চাই ঘৰ এৰাৰ লগে লগে তাকে কৰাৰ একমাত্ৰ ভৰষা হ'ল 'কমাৰ্শিয়েল্ আৰ্ট' ···।'

'সেইটো যেনিবা বুজিলো, কিন্তু সেই 'কমাৰ্শিয়েল্ আৰ্ট''তো আমি নেজানো···।'

'শিকিব লাগিব। গগন বাবুয়েই আমাক অলপ তালিম দি, মাহ দিয়েকৰ ভিতৰতে পকা আৰ্টিষ্ট্ কৰি গঢ়ি তোলাৰ ভাৰ লৈছে।'

'কিহৰ কাৰণে ? ···নাই, দেখিছো গগন বাবুৰ ওচৰত তুমি বহুত বেছি আশা কৰিছা। শেষত যদি তেওঁ আমাক বিপাঙত পেলাই ?'

'নেপেলাই ! মানুহজনক নেদেখাকৈ, চিনা জনা নোহোৱাকৈ এতিয়াই তেওঁক সন্দেহ কৰিছা কিয় ? আত্ম ভোলা উদাৰ শিল্পী তেওঁ। প্ৰায় এটা বছৰ ধৰি অকল চিনাকিয়েই নহয়, সম্পূৰ্ণভাৱে তেওঁৰ সকলো পৰিচয় আৰু প্ৰতিশ্ৰুতি পাইছো দেখিয়েই তেওঁৰ ওপৰতে ভৰষা কৰি ইমান ডাঙৰ দুঃসাহসীক কাম এটা কৰিবলৈ গুলাইছো। আমাৰ দৰেই তেওঁৰো শিল্পী জীৱনৰ প্ৰথমছোৱা সহস্ৰ বাধাৰে ভৰা আছিল। সমদুখী তেওঁ, সেয়ে হয়তো তেওঁ নিশ্চয় বুজিছে, আমাৰ হেপাহ, আমাৰ স্বপ্ন সাৰ্থক কৰি তোলাৰ লগতে, আমাৰ ভৱিষ্যত নিৰাপত্তাকণো সদ্যহতে তেওঁৰ ওপৰতে বিশেষভাৱে নিৰ্ভৰ কৰিছে । মানুহজনৰ ওপৰত মোৰ পুৰা আস্থা আছে। আমাৰ এই নতুন ব্যৱস্থাত তেওঁৰো যে অলপ স্বাৰ্থ জড়িত আছে তাকো তেওঁ খোলাখুলিভাৱেই মোক জনাইছে··· ।'

'তেওঁৰ আকৌ স্বাৰ্থ কি ?'

আছে ! বৰ্ত্তমান তেওঁ যিখন ফাৰ্মৰ হৈ কাম কৰি আছে তাৰপৰা মুক্তি বিচাৰিছে, যেহেতু সদায় মনে বিচৰা, প্ৰাচ্যৰ মধ্যযুগীয়া শিল্প শৈলী লৈ গৱেষণা-ৰত বহুত মৰ্য্যাদাসম্পন্ন আন এখন বিদেশী ফাৰ্মৰপৰা আমন্ত্ৰণ পাইছে। কিন্তু আগৰখনৰ লগত চুক্তিবদ্ধ হৈ থকাত তেওঁৰ চাবষ্টিটিউট্ হিচাপে উপযুক্ত কাৰোবাক বাহাল কৰি দিব নোৱাৰালৈকে তেওঁৰ গত্যন্তৰ নাই— ।'

অঞ্জনৰ কথাখিনি নিঃশব্দে শুনি লৈ মীনাই লাহেকৈ প্ৰশ্ন কৰে—

,সেইয়া যেনিবা বুজিলো, কিন্তু আমাৰ সামথ্যৰ কথা সেই ফাৰ্মখনে, আৰু তোমাৰ গগন বাবুয়েই বা তেওঁক মুক্তি দিয়া সামথ্য আমাৰ আছে নে নাই তাক কেনেকৈ বুজিলে ? কলিকতা হেন চহৰত 'কমাৰ্শিয়েল্ আৰ্টিষ্ট'ৰ অভাৱ কি ? আমাতকৈ বহুত ওখ খাপৰ বহু গুণী নাই জানো ?'

'ঢেৰ আছে। কিন্তু প্ৰয়োজনলৈ চাই এটা টকা দিয়েই যিটো বস্তু পোৱা যায়, তাৰ কাৰণে কোন মুৰ্খইনো অবাৰতে দহ টকা খৰচ কৰিবলৈ যাব ? আমি অখ্যাত হ'লেও আমাৰ সামৰ্থ্য কিমান তাক গগন বাবুয়েহে নেলাগে ফাৰ্মখনেও নিশ্চিত ৰূপে জানে, নহ'লে তেখেতৰ হাতত থকা আমাৰ দহখন ছবিৰ ভিতৰত ছখন ছবিয়েই ফাৰ্মে আগ্ৰহ কৰি কিনি নললেহেঁতেন ।'

অঞ্জনৰ কথা শুনি মীনাই হঠাৎ প্ৰায় চকুখাই উঠাৰ দৰেই তেওঁৰ মুখলৈ চাই ক'লে—

'কি ক লা ? আমাৰ ছবি কিনি লৈছে ?'

'লৈছে মীনা ! আৰু ডাঙৰ কথা কি জানা ? সেই ছখনৰ ভিতৰত পাঁচখনেই তুমি অঁকা।'

'সচাঁই ?'

অপৰিসীম বিস্ময়ত মীনাৰ বাকবোধ হৈ যায়। নিজৰ শিল্প চৰ্চ্চা, নিজৰ ছবি সম্বন্ধে যিমানেই উচ্চ ধাৰণা থাওক লাগিলে তথাপি মীনাই পেটে পেটে স্বীকাৰ কৰে টেক্‌নিক্ বিষয় বাছনি, স্বকীয় বৈশিষ্ট্যপূৰ্ণ অঞ্জনৰ ছবিবোৰ নিজৰবোৰতকৈ বহুত মূল্যবান। তেনেস্থলত সেই ছবি এৰি মীনাৰ ছবি ?

'অঞ্জন ! মই যে এতিয়াও গোটেই কথাটোকেই বিশ্বাস কৰিব পৰা নাই ? আমাৰ নিচিনা অখ্যাত, অশিক্ষিত শিল্পীৰ ছবিও যে কোনোবাই টকা দি কিনিব পাৰে···?

'কি য় নোৱাৰিব ? সিহঁতেতো আমাৰ শিক্ষা-খ্যাতিক কিনা নাই, কিনিছে তোমাৰ কল্পনাৰ সৌন্দৰ্য্য সৃষ্টিক, যিটোৰ ক্ষমতা দেখিছো মোৰ তুলনাত তোমাৰেই বেছি… ।'

'অবান্তৰ কথা নক'বা !…কিন্তু মই যে সঁচাই আচৰিত হৈছো, কিনিলেতো কিনিলেই তাকো আকৌ তোমাৰ ছবি এৰি মোৰ ছবি …?'

'তাত আচৰিত হ'বৰ কিতো আছে ? শিল্প চৰ্চ্চাৰ বক্তব্য সম্বন্ধে—তাৰ আইডিয়েল্ সম্বন্ধে মোৰ 'চাৰ্মন্' যিয়েই হওক লাগিলে মই জানো, তোমাৰ আৰু মোৰ ছবিবোৰৰ এখন প্ৰদৰ্শনী পাতিলে, মোৰ ছবি চাব দৰ্শকৰ সৰু এটা অংশই আৰু হয়তো দুই চাৰি যোৱা কলামোদীয়ে—সমালোচকে, যি সকল ছবিৰ ক্ৰেতা নহয় ক্ৰিতক। কিন্তু তোমাৰ ছবি হ'ল সাৰ্বজনীন, ক্ৰিতকৰপৰা কলামোদী সৰ্ব্বসাধাৰণ ৰাইজৰ বস্তু বিশেষ। ছবি কিনাৰ গ্ৰাহক যি সকলৰ মাজতে আটাইতকৈ বেছি… ।'

অঞ্জনৰ কথাবোৰ মীনাই থিতাতে মানি লব নোৱাৰে -- ।

'মোৰ ছবিবোৰতকৈ দেখো তোমাৰ প্ৰতিখন ছবিৰে বিবিধ কলাশৈলী, ভাব, নিগূঢ় তথ্যৰাশি বহুত গধুৰ—বহুত উচ্চাঙ্গৰ—বহুত বাস্তৱ ধৰ্ম্মী… ।'

'বাস্তৱ ধৰ্ম্মী দেখিয়েইতো এই মুহূৰ্ত্তত আমাৰ প্ৰয়োজনলৈ চাই সি হৈ পৰিছে মূল্যহীন ! আজিৰ যুগত হয়তো দৈনন্দিন জীৱনৰ ৰুক্ষ দৈন্যতাৰ বিৰুদ্ধে, সংগ্ৰাম কৰি জীয়াই থাকিবলৈ বিচৰা সৰ্ব্ব সাধাৰণ মানুহে, তেওঁলোকৰ ঘৰৰ বেৰত আঁৰিবলৈ কংকালসাৰ ৰিফিউজী ছোৱালীৰ ছবি নিবিচাৰে—নিবিচাৰে নীলা আকাশ, পানী, হাবিৰ জীৱন্ত সেউজীয়া সৌন্দৰ্য্যৰ মাজত, বজ্ৰপাত পৰি মৰি যোৱা শুকান গছ এডালৰ উপস্থিতি ।…মাথো জীয়াই থাকিবলৈকে প্ৰতি মুহূৰ্ত্ত যুদ্ধ কৰি, অপৰিসীম নৈৰাশ্যৰ মাজত, আশাৰ পোহৰ বিচাৰি বিচাৰি হাবাথুৰি খাই ফুৰা অতি সাধাৰণ –অতি নিকৃষ্ট মানুহ ৰূপী প্ৰাণীবোৰে, সিহতৰ জুপুৰী পঁজাৰ বেৰত সেয়ে হয়তো আঁৰি থোৱা দেখিবা ফুল-ফলেৰে ভৰা বিৰাট বিৰাট আটক ধুনীয়া উদ্যানৰ ছবি—চৌখিন শাৰী, গাড়ীৰে সুশোভিত মনোমোহা দালানৰ ছবি। সেইবোৰ চাই চাই সিহঁতৰ পেট অৱশ্যে নভৰে—ভৰে হয়তো চকু ! আশাহত জীৱনত সেইবোৰৰ মাজেৰেই হয়তো পাব বিচাৰে ক্ষণিকৰ তৃপ্তি… ।'

অঞ্জনৰ কথাবোৰ শুনি বহুত পৰলৈকে মীনা মনে মনে থাকে। অঞ্জনেও আৰু একো নকয়। সেইবোৰ সাধাৰণ মানুহৰ আশাহত জীৱনৰ নৈৰাশ্যৰ লগত দুয়োৰে জীৱন দুটা সম পৰ্য্যায়ৰ নহয় যদিও, অচিন বেদনা এটাই খুন্দেকলৈ দুয়োকে ম্ৰিয়মান কৰি ৰাখে।

শৈশৱৰ সেই একেখন খোলা খিৰিকীৰ মুখত থিয় দি, বাহিৰ বিশ্বৰ বুকুত উটি যাব খোজা মনৰ গতিটোক সংযত কৰি, অঞ্জনে লাহে লাহে ঘূৰি চাই দেখে, নিজৰ ভাবত তন্ময় হৈ মীনা বহি আছে মূঢ়াটোত। অঞ্জন আগবাঢ়ি যায়। গধুৰ পৰিস্থিতিটো পাতল কৰি তুলিবলৈকে ওঁঠত হাঁহি লৈ আগৰ কথাৰ গুৰি ধৰি কৈ যায়—

'...যা হওক ভালেই হৈছে। এই গাঁও এৰি, চহৰ এৰি দূৰৰ মহানগৰীত আৰম্ভ কৰিব খোজা আমাৰ দুয়োৰে যুগ্ম জীৱনৰ আৰ্থিক সঙ্গতিকণ এতিয়াৰে-পৰা দেখিছো তোমাৰ ছবিৰ ওপৰতে বেছি ভৰষা কৰিব লাগিব... ।'

'চুপতি নকৰিবা !'

'মুঠেই কৰা নাই, আদৎ সঁচা কথাই কৈছো। অৱশ্যে তাত নতুনকৈ শিকি বুজি লোৱা 'কমাৰ্শিয়েল আৰ্ট''ৰ যুটীয়া প্ৰচেষ্টাৰ বাহিৰে, যিখিনি বাহিৰা উপাৰ্জ্জনৰ প্ৰয়োজন হ'ব, সি নিঃসন্দেহে তোমাৰ ছবিৰ ওপৰতে বেছি নিৰ্ভৰ কৰিছে... ।'

অধৈৰ্য্য হৈয়ে মীনাই অঞ্জনক বাধা দিয়ে– বাৰু বাৰু, সেইবোৰ ভৱিষ্যতৰ কথা ভৱিষ্যতে হ'ব। এতিয়া বাৰু এটা কথা কোৱাচোন,...ফাৰ্মে ছবি কিনিছে বুলিতো ক'লা পাছে, টকা তেওঁলোকে দিছে জানো ?'

'নিশ্চয় দিছে, নিদিলেনো বছৰৰ পাছত বছৰ ধৰি গোটোৱা আমাৰ সাঁচতীয়া খুদ্ৰ পুঁজিটোৰ ওপৰত নিৰ্ভৰ কৰি ইমান ডাঙৰ দুঃসাহসিক কাম এটা কৰিবলৈ সাহ হ লহে'তেন কেনেকৈ ?'

'মীনা ! অ' মীনা... !'

হঠাৎ ভিতৰ ফালৰপৰা অহা মইনা মাহীৰ আকস্মিক মাতটো শুনি মুহূৰ্ত্ততে অঞ্জনৰ ব্যক্তব্য আধাতে বৈ যায়।

লৰালৰিকৈ মীনাই বহাৰপৰা উঠি নিঃশব্দ ইঙ্গিতেৰে বিদায় লৈ, মাহীআইৰ উদ্দেশ্যে ঘৰৰ ভিতৰ ফালে আগবাঢ়ে। ইফালে অঞ্জনেও ভৱিষ্যত লৈ গুণা গঁথা কৰা পৰিকল্পনাৰ আঁত হেৰুৱাই, নিঃশব্দে নিজৰ কোঠাত সোমাই লাহেকৈ জপাই দিয়ে দুৱাৰখন—।

# পাঁচ

বৈচিত্ৰহীন আমনি লগা দিনবোৰ অতিক্ৰম কৰি পূৰ্ণিমা আকৌ ঘূৰি আহিছে। পশ্চিম আকাশ এতিয়াও ৰঙা হৈ আছে যদিও পৰিপূৰ্ণ স্নিগ্ধ জোনাকৰ প্ৰতিশ্ৰুতি লৈয়ে পূব আকাশত উদয় হৈছে জোনটো।

মইনা মাহী, ভুঁঞা ডাঙৰীয়া আৰু ৰঘুকা তিনিও গৈছে, দক্ষিণৰ চুবুৰীত থকা মালতীহঁতৰ ঘৰলৈ। বয়সত দুবছৰ মান ডাঙৰ যদিও, একালত মালতী আছিল মীনাৰ সহপাঠী।

মাহীআইৰ অনুপস্থিতিত ঘৰখনৰ দায়িত্ব থাকে মীনাৰ ওপৰত। অৱশ্যে কৰিবলগীয়া কাম বিশেষ একো এটাই নেথাকে।

দৈনন্দিন নিয়মেৰেই হাত-ভৰি ধুই মীনাই গোঁসাই ঘৰত বন্তি জ্বলাই ধুনা দিয়ে। নিজৰ কোঠাত থকা সৰু হাতী দাঁতৰ বুদ্ধ মূৰ্ত্তিটোৰ সমুখতো ফুল এপাহ থৈ ধূপকাঠি দুডাল জ্বলাই দিয়ে। লগতে মূৰ্ত্তিৰ সমুখত ক্ষন্তেক থিয় দি নিৰৱে কিবা এটা হয়তো প্ৰাৰ্থনাও কৰে।

...তাৰ পাছত অফুৰন্ত অৱসৰ। অলস মন্থৰ গতিত ঘৰখনৰ ইফালে সিফালে মীনাই উদেশ্যহীনভাৱে কিছু সময় তহল দি ফুৰে। জানকী বাইয়েনো সন্ধিয়া সাজৰ কি কি জোগাৰ কৰিছে ভুমুকি মাৰি তাকো এবাৰ চাই আহে। অঞ্জন ঘৰত নাই।

অকলে অকলে ঘৰখনতে ঘূৰি-পকি আৰু ভাল নলগাত মীনাই নৈৰ পুৰণা গৰাটোৰ ওপৰতে এপাক ফুৰি আহিবলৈ লাহে লাহে ঘৰৰপৰা ওলাই আহে। কিন্তু চোতাল পাৰ হোৱাৰ আগতেই, এদাঁতিতে পৰি থকা সৰু এছাৰিডালৰ ওপৰত হঠাৎ মীনাৰ চকু পৰে। তাক বুটলি লোৱাৰ লগে লগেই মুখত বিৰিঙি উঠে সৰু এটা হাঁহি।

...মনত পৰে পুৱাতেই কিবা এটা লৈ অঞ্জনৰ ওপৰত খং উঠাত মাহীআইয়ে ওচৰত ৰঘুকাক দেখি তাকেই কোৱা কথাখিনি।

'এই! ল'ৰা-ছোৱালী হালক তই যিমান মৰম কৰ ৰঘু তাৰ দহভাগৰ এভাগো যদি শাসন কৰিলিহেঁতেন! ...কিয়? ঘৰখনৰ কতো চেকনী—এছাৰি একো এডাল নাই নে? অবাধ্য হ'লে দুই এছাটু দিব নোৱাৰনে?'

তাৰ উত্তৰত ৰঘুৱেনো কি ক'লে তাক অৱশ্যে মীনাই শুনা নাছিল। দুপৰীয়া অলপ সুবিধা পাই, মইনা মাহীৰ অলক্ষিতে ৰঘুকাইৰ লগত অলপ চুপতি কৰি চাবলৈকে, মীনাই এছাৰি এডাল সংগ্ৰহ কৰি আনি, বৰ অপৰাধীৰ ভাও লৈয়ে আথে বেথে তাক ৰঘুকাইৰ ফালে আগবঢ়াই কৈছিল—

'ৰঘুকা! এইডাল আনিছো ধৰা...।'

ৰঘুকাইৰ মুখত বিস্ময় ফুটি উঠে। একো বুজিব নোৱাৰি প্ৰশ্ন কৰে—

'কি? কি কৰিম এইডালেৰে?'

'কিয় ? তাৰে আমাক শাসন কৰিবা…।'

মুহূৰ্ত্তৰ কাৰণে বিহ্বল হৈ ৰঘুৱে মীনাৰ মুখলৈ চাই থাকি পাছ পাকতে কৃত্ৰিম খঙত ডাবিয়াই উঠে—

'চুপতি কৰিছ ? কোব এছাটু স'চাই দিম নেকি… ?'

পাছ মুহূৰ্ত্তত কিন্তু এছাৰিডাল দূৰলৈ দলিয়াই দি মীনাকৈ বুকুৰ মাজত সাৱটি ধৰে —

'আই ঐ ! এই হেন কেঁচা সোণৰ দেহাটোৰ ওপৰতনো এছাৰি চলাব কোনে ? হাত ছিগি নেযাব…?'

ৰঘুকাইৰ সেই মুহূৰ্ত্তৰ মুখখন মনত পৰাৰ লগে লগে মীনাৰ নিজৰ মুখখনো অপাৰিসীম স্নেহত কোমল হৈ আহে। মনটো ঘূৰি যায় অতীতলৈ।

…সেই শৈশৱৰেপৰা ৰঘুকাইৰ কান্ধত-পিঠিত উঠিয়েই অঞ্জন-মীনা দুয়ো ডাঙৰ-দীঘল হৈছে। তেতিয়াৰেপৰাই ৰঘুকাইয়ে লৰা-ছোৱালী হালক শাসন কৰাটো দূৰৰে কথা দুয়োৰে সকলো দোষ নিজৰ মূৰতে জাপি লৈ মাহীআইৰ ক্ৰোধাগ্নিৰপৰা ক্ষণে ক্ষণে দুয়োকো ৰক্ষা কৰি আগুৰি লৈ ফুৰাই হ'ল তাৰ দৈনন্দিন কাম। সেই কাৰণেই ঘৰখনত ৰঘুকাইৰ বিলৈৰ অন্ত নাই।

সেই অতীত দিনৰ মধুৰ স্মৃতিবোৰ ৰোমন্থন কৰাৰ লগতে এসময়ত মীনা গৈ নৈৰ পাৰৰ গৰাটোত উঠে গৈ। সম্মুখত সন্ধিয়াৰ চকা-চমকা আন্ধাৰ বোৰ ক্ৰমাত হেৰাই যায় লাহে লাহে চৌদিশ উজ্জ্বল হৈ উঠা জোনাকৰ স্নিগ্ধ পোহৰত। চকুত পৰে অঞ্জন কাঠডালৰ ওপৰত মনে মনে বহি আছে। মীনাও ওচৰতে বহি পৰেগৈ।

অঞ্জনেনো কি ভাবত মগ্ন হৈ আছে মীনাই নেজানে। নিজৰ ভাবতে তন্ময় হৈ মীনাই দুপৰীয়াৰ সৰু ঘটনাটোৰ কথা উপযাচী কৈ যায়। তাৰ পাছত এসময়ত লাহে লাহে মন্তব্য কৰে —

'…স'চাই অঞ্জন ! আমাৰ দুয়োৰে প্ৰতি ৰঘুকাইৰ এই অকৃত্ৰিম চেনেহ-মৰমৰ উৎস কিনো তাক মই হ'লে আজিলৈকে ভাবি ভাবি উলিয়াব নোৱাৰিলো… ।'

'কিয় ? সিটো বৰ টান কথা নহয়। সংসাৰত ৰঘুকাইৰ কোনো নাই, বোধকৰো সেয়ে… ।'

'সংসাৰত কোনো নোহোৱা মানুহ বহুত আছে অঞ্জন ! কিন্তু তাৰ মাজত 'ৰঘুকা' বহুত নাই। মই বিশ্বাস কৰো, আমাৰ জীৱনত ৰঘুকা নিঃসন্দেহে আশীৰ্ব্বাদ স্বৰূপ আমাৰ জীৱনীশক্তি। নিৰানন্দময় পোহৰহীন ঘৰখনত ৰঘুকাই আমাৰ কাৰণে এচমকা আনন্দৰ পোহৰ… ।'

মীনাৰ কথাৰ উত্তৰত অঞ্জনেও গভীৰ উপলব্ধিৰ সুৰতেই সহাঁৰি জনাই—

'স'চা তুমি ঠিকেই কৈছা। সেয়ে ভাবিছো, আমি দুয়ো ইয়াৰপৰা গুচি যোৱাৰ পাছত সি কি কৰিব ? কি লৈ থাকিব ?'

অঞ্জনৰ আকস্মিক কথাটো শুনি হঠাৎ মীনাই মুখেৰে মাতিব নোৱাৰা হৈ যায়। কিবা এটা অবুজ অব্যক্ত বেদনাত কৰুণ হৈ উঠে মুখখন। অঞ্জনো মৌন হৈ ৰয়। ৰঘুকাইৰ নামটো উল্লেখৰ লগে লগে, গুচি যোৱাৰ কথা ভবাৰ লগে লগে দুয়োৰে মনত নানান প্ৰশ্ন খেলাই যায়।

উদাস হৈ উঠা চকু দুটা, চাৰিওফালে ঘুৰাই ঘুৰাই মীনাই এবাৰ চাই লয় ঠাইখন—

…পূর্ণিমাৰ জোনাকত মায়াময় হৈ উঠিছে সমুখৰ বিশাল নৈখন-- এজাৰ-শাৰীৰ দাঁতিয়েদি দেখা চিনাকি পথাৰখন। শৈশৱৰ, কৈশোৰৰ সোণোৱালী স্মৃতিৰে ভৰা দুয়োৰে হেপাহৰ সেউজীয়া পৃথিৱীখন, কহুৱা বনৰ জোপাবোৰ, দুয়ো বহি থকা পুৰণা কাঠডাল –পুৰণা গৰাটো, এই সকলোবোৰেই মীনৰ অতি মৰমৰ—অতি হেপাহৰ—অতি আপোন. কিন্তু তাতোকৈয়ো যে আপেনা ৰঘুকা!

এইবাৰ সেই ৰঘুকাকে এৰি থৈ যোৱাৰ সম্ভাৱনাকণ দেখা দিয়াত বহু পৰিমাণে ম্লান কৰি দিয়ে মীনাৰ মনৰ উৎসাহ। মনৰ আনন্দ। মাহী আইৰ ঘৰখনৰ কঠোৰ বন্ধনৰ মাজৰপৰা হঠাৎ চিৰ মুক্তিৰ কাল্পনিক সৌন্দর্য্যখিনি, ৰঘুকা-হীন এখন অচিন নতুন ঘৰত কিমান পৰিমাণে যে সাৰ্থক হৈ উঠিব তাক মীনাই ঠিক ভাবি উলিয়াব নোৱাৰে।

…মনত পৰাৰেপৰা যাৰ সজাগ সদা-সতর্ক স্নেহ ছাঁয়াত আশ্ৰয় লৈ দুয়ো ডাঙৰ-দীঘল হৈ উঠিলে সেই বৰগছৰূপী ৰঘুকাইৰ ওচৰৰপৰা আঁতৰি যোৱা কথাটো উপলব্ধি কৰিবলৈ গৈ, লাহে লাহে মীনা বেছিকৈয়ে চিন্তিত হৈ পৰে।

…ৰঘুকাইৰ হাতত ধৰি চকু মুদি মীনাই দুর্গম পৃথিৱীৰ শেষ প্ৰান্তলৈকো যাবলৈ অলপো ভয় নকৰে! কিন্তু সিমানখিনি আস্থা অঞ্জনৰ ওপৰত মীনাৰ নাই। মুখেৰে যিমানেই জহাওক লাগিলে, মীনাই জানে, বাস্তৱ সংসাৰ এখনৰ সীমাহীন জটিলতাৰ মাজত টিকি থাকি, মনে বিচৰা মতে এখন শিল্প-জগত গঢ়াৰ লগতে এখন গৃহস্থালী চলোৱাৰ অপৰিহাৰ্য্য সাধাৰণ অভিজ্ঞতাকণ অঞ্জনৰ নাই। মীনাৰ নিজৰ সামৰ্থ্যৰ ওপৰতো অলপো আস্থা নাই! বিশেষকৈ নতুন এখন মহানগৰীত…।

সেয়ে অনাগত মুক্তিৰ লগে লগে অচিন ঠাইত অচিন পৰিবেশৰ শত সহস্ৰ বিপদ-বিঘিনিৰ মাজত যদি ওচৰত ৰঘুকা নেথাকে তেন্তে মীনাই কি কৰিব? অঞ্জনেই বা সাহায্য বিচাৰি কাৰ মুখলৈ চাব? বন্ধন মুক্তিৰ মাধুৰ্য্য, আগ্ৰহ যিমানেই থাওক লাগিলে তথাপি মীনাৰ মনত নানান সংশয়ে দেখা দিয়ে। তাৰ সমাধান বিচাৰিয়েই যেন চকু ঘুৰাই অঞ্জনৰ মুখলৈ চাই। দেখে, কিবা ভাবত অঞ্জনো তন্ময় হৈ আছে। হয়তো তেওঁৰ মনতো দেখা দিছে সেই একেবোৰ চিন্তা ।

মীনাই একো নকয়। বহু সময় ধৰি দুয়োৰে মাজত বিৰাজ কৰে মৌন স্তব্ধতা। শেষত সেই নিস্তব্ধতা ভঙ্গ কৰি হঠাৎ এবাৰ অঞ্জনে ঘূৰি চাই মীনাৰ মুখলৈ। কিন্তু মীনাৰ মুখত উৎসাহ উদ্দীপনাৰ পৰিবৰ্ত্তে দুঃচিন্তা দেখি লাহেকৈ প্ৰশ্ন কৰে

'কি হ'ল? কি ভাবিছা…?'

মীনাই কি ভাবিছে তাক লাহে লাহে প্ৰকাশ কৰে। অকপতে ব্যক্ত কৰে, বিদেশত দুয়োৰে ভাবি জীৱনৰ নিৰাপত্তাত তেওঁৰ মনৰ সংশয়।

কিন্তু মীনাৰ সেই দূৰদৰ্শিতা, সাৱধানতাৰ উল্লেখ, অঞ্জনে মূঠেই ভালভাৱে লব নোৱাৰে -মানি লব নোৱাৰে কোনো যুক্তি। তাৰ পৰিৱৰ্ত্তে তেওঁৰ খং উঠে।

মীনাই উনুকিয়াই দিয়া মতে, নিজৰ সাংসাৰিক জ্ঞান-অভিজ্ঞতাৰ দৈন্যতা প্ৰকৃততে সত্য দেখিয়েই হয়তো অঞ্জনৰ আৰু বেছি খং উঠে। মুখৰ কথাত ফুটি উঠে আকস্মিক কঠোৰতা—

'কি বুলি ভাবিছা তুমি মোক? আনৰ বিনা সাহায্যৰে সৰু, তুচ্ছ এখন ঘৰ চলোৱাৰ সামৰ্থ্যও মোৰ নাই বুলি ভাবা নেকি...?'

'ভবাটো জানো খুব ভুল হৈছে অঞ্জন!'

খুব শান্তভাৱেই মীনাই লাহে লাহে কৈ যায়—

'...সেই সামৰ্থ্য, অভিজ্ঞতা তোমাৰ আছে বুলিয়েই বা তুমি কেনেকৈ ক'ব পাৰা...?'

'তাৰ মানে তুমি ক'ব খোজা মই একো এটাই নেজানো? একো এটা কৰিব নোৱাৰো – মই অপদাৰ্থ?...বেচ্ মই বাৰু অপদাৰ্থ, কিন্তু তুমি কি কৰিবলৈ আছা? তুমিয়েই তেন্তে সকলো চম্ভালিবা।'

মীনা অধৈৰ্য্য হৈ উঠে—

'আস্! নুবুজা কিয়? মোৰ নিজৰ ওপৰতো যে বৰ বেছি আস্থা নাই। সেই দেখিয়েইতো মোৰ ভয় হৈছে ·।'

'ভয়?'

খং-বিৰক্তিত অঞ্জনৰ মুখৰ মাত প্ৰায় বিকৃত হৈ উঠে—

'...ইমানেই যদি ভয়, তেন্তে ইমান দিন, দিনে নিশাই মুক্তিৰ স্বপ্ন দেখিছিলা কিয়? বেচ্! খুব ভাল কথা! তুমি তেন্তে তোমাৰ সেই ভয়, নিৰাপত্তা লৈ ইয়াতেই পৰি থাকা মোক আৰু ওচৰত নিবিচাৰিবা। মই—মই অকলে হ'লেও...'

'হ'লনে? হ'লনে তহঁতৰ আকৌ কাজিয়া কৰিবৰ...?'

অকস্মাতে পিছফালৰপৰা অহা ধমক্‌টোৱে অঞ্জনৰ মুখৰ মাত বন্ধ কৰি দিয়ে। উচপ্ খাই দুয়ো একেচাবেই বহাৰপৰা জাপ মাৰি উঠি পিছফালে ঘূৰি চাই—

'অ'! ৰঘুকা তুমি...!'

মীনাৰ মুখৰ কোমল, মিঠা সম্বোধনটোৱেও কিন্তু ৰঘুকাক থিতাতে মুহিব নোৱাৰে। লাহে লাহে গৰাৰ ওপৰলৈ উঠি আহি, দুয়োৰে মুখলৈ একোবাৰ চাই লৈ কঠোৰভাৱে তিৰস্কাৰ কৰি উঠে—

'বাৰু, তহঁত হালৰ হয় কি ক'চোন? খনে খনে কিহৰ ইমান কাজিয়া? সেই সৰুৰেপৰা গোটেই জীৱনটো তহঁতে এনেকৈ কাজিয়া কৰিয়েই কটাবি নেকি?'

ৰূপোৱালী এমুৰ পকা চুলিৰে ভৰা হৃষ্টপুষ্ট, মদ্‌গজ ৰঘুকাইৰ সাময়িক তিৰস্কাৰে কিন্তু অঞ্জন-মীনাক অলপো বিচলিত নকৰে। সামান্য হয়তো বিচলিত হয়, কাজিয়াৰ কাৰণটো লৈ কৰা তৰ্কৰ কিমানখিনি ৰঘুকাইৰ কাণলৈ গ'ল তাক ভাবি। কিন্তু ৰঘুৰ পাছৰ বক্তব্য শুনি সেই দুঃচিন্তা থিতাতে দূৰ হয়। ...নিজক কোৱাৰ দৰেই ৰঘুৱে বৰ্কি যায়—

'...তহঁতক সুধি আৰু কি হ'ব? কাজিয়াৰ নতুন কাৰণ আৰু কি থাকিব পাৰে? শুনি শুনি কাণ ঘোলা কৰি তোলা তহঁতৰ মুখৰ সেই একেটাই পুৰণা কথা—'ছবি—ছবি আৰু ছবি···, তাৰ মাজত থকা কি বিহ পোকটোৱেনো তহঁতক কামোৰে মই বুজি নেপাওঁ···।'

ৰঘূৰ কথাত মিচিকিয়াই হাঁহি মীনাই গভীৰ মৰমেৰে তাৰ হাত এখন দুয়ো হাতৰ মাজত সাৱটি ধৰে—

'তুমি কেনেকৈ বুজিবা ৰঘুকা! আমিয়েই নুবুজিলো। মাথো বুজিলো সেই বিহুপোকৰ মৰু কামোৰ থিতাতে মগজুত ধৰেগৈ দেখিয়েইতো আমাৰ লগতে তোমাৰো ইমান বিলৈ…!'

'বিলৈ? কথা ক'বলৈ আহিছ?'

ৰঘুকাইৰ ইচ্ছা হয়, সি যেন দুয়োকে খুৰমতে ডাবিয়াই উঠিব। বেচ্ বুজে, ল'ৰা-ছোৱালী হালক মাজে মাজে শাসন কৰাতো নিতান্ত প্ৰয়োজন হৈ উঠিছে। কিন্তু কঠোৰ হ'বলৈ গৈয়ে দেখে, তাৰ ডাবি ধমকিৰ উগ্ৰতা আৰম্ভণিৰ লগে লগে সামৰণিও পৰে। সি বেচ্ উপলব্ধি কৰিব পাৰে দুয়োৰে প্ৰতি থকা তাৰ জন্মগত অন্ধ মৰমটোৱেই তাৰ কাল হ'ল। তাৰ জীৱনত সি আশীৰ্বাদ হৈয়ে আহিল নে অভিশাপ হৈয়ে থাকিলে তাক সি লাহে লাহে ভাবিবলৈকে এৰি দিছে।

ৰঘুকাইৰ মনৰ অৱস্থাটো অঞ্জনৰ-মীনা দুয়োয়ে খুব ভালকৈয়ে বুজে। সেয়ে দুয়োৰে চকুৰে-মুখে ৰিৰিঙি উঠে কৌতুকৰ হাঁহি।

ৰঘুৱেও বুজে সেই হাঁহিৰ অৰ্থ।

অসহায় ভাবটো ঢাকিবলৈকে যেন খংটো আৰু বেছি প্ৰকাশ কৰি, অঞ্জনলৈ চাই আকৌ এবাৰ ডাবিয়াই উঠিবলৈকে চেষ্টা কৰে—

'হাঁহিছ? নিলাজ…!'

ৰঘুকাইৰ মুখত এনে এষাৰ কথা শুনিবলৈকে দুয়ো অপেক্ষা কৰি আছিল। এইবাৰ সি ওঁঠফুটি ওলাই অহাৰ লগে লগেই মুক্ত কণ্ঠে দুয়ো হাঁহি উঠে। উপায়হীন ৰঘুকাই শাসন পৰ্বৰ জলাঞ্জলি দি শেষত নিজেও সেই হাঁহিত যোগ দিবলৈ বাধ্য হয়।

'বাৰু বাৰু, ঢেৰ হ'ল, আৰু হাঁহিব নেলাগে। এতিয়া দুয়ো তৎক্ষণাৎ ঘৰলৈ যা। সিফালে আইদেউ খঙত জ্বলি আছে। ঘৰত মই ক'তো তহঁতক নেদেখিহে এইখিনি ওলাইছোহি, অথচ মোক পঠিয়াইছে ঘনহঁতৰ ঘৰলৈ। যা যা সোন-কালে, মইনা আইদেউৰ আৰু খং নুতুলিবি…।'

'তোমাৰ মইনা আইদেউৰ সঁচাই খং উঠিছে জানো ৰঘুকা…?'

সন্দেহপূৰ্ণ প্ৰশ্নটোৰ লগতে মীনাৰ মুখত দুষ্টালি ভৰা হাঁহিটো দেখি, ৰঘুকা ধৰা পৰি যায়। কাৰণ মীনা বা ৰঘুকা দুয়ো জানে মাহীআইহঁত ঘুৰোতে অলপ দেৰি হ'ব। কিন্তু ঘূৰি আহি দুয়োকে ঘৰত নেদেখে বুলিয়েই ৰঘুকাইৰ এই সাৱধানতা। তথাপি কৃত্ৰিম শাসনৰ সুৰতেই ৰঘুকাই ডাবিয়াই উঠে—

'আকৌ সুধিছ কেলেই? খং উঠিবলৈ কিমান পৰ? ইমান বেলিকৈ ঘৰ সোমালে কাৰ খং নুঠিব? মোৰেই উঠিছে। নৈৰ পাৰত এই আন্ধাৰ ৰাতিখন বহি থকাৰ তহঁতৰে বা দৰকাৰ কি?'

'আন্ধাৰ ৰাতিখন?' তুমিনো কৈছা কি? এই হেন ফট্‌ফটীয়া দিন যেন পূৰ্ণিমাৰ জোনাককো তুমি আন্ধাৰ দেখিছা?'

'দেখিছো, এতিয়া কথা নবঢ়াই দুয়ো ঘৰলৈ যা। মই তহঁতৰ লগত চুপতি মাৰি থাকিব নোৱাৰো। যা, যা মেয়ো যাওঁ—।'

কথাৰ লগে লগে ৰঘুয়ে ঘনৰ ঘৰৰ উদ্দেশ্যে পশ্চিমলৈ থকা সেই সীমামুৰীয়া আজাৰ ফুলৰ ঢাপৰ ফালে খোজ দিয়াৰ লগতে, আপোন মনে বলকি যায়—

'হুঃ! ফট্‌ফটীয়া দিন যেন জোনাক? নিধকহঁত! মোৰ চকুৰ আগত নেথাকিলে, আকাশৰ জোনাকতকৈয়ো যে মোৰ মনৰ জোনাকেই আন্ধাৰ হৈ পৰে, তাক তহঁতে ভালকৈয়ে জান দেখিয়েইতো মোৰ ওপৰত তহঁতৰ ইমান অত্যাচাৰ।...তহঁত হাল বৰ নিষ্ঠুৰ অ' !'

মুখখনে যিয়েই বলকি যাওক লাগিলে, মনটোৱে দমাই ৰখা অন্তৰৰ আগ্ৰহটোক কিন্তু আৰু সংযত কৰিব নোৱাৰি, বাৰীৰ সীমাৰ ওচৰতে এবাৰ ৰঘুকা থমকি ৰয়। লাহে লাহে পিছফালে ঘূৰি চাই—

চকুত পৰে দূৰত ফুটুকণিৰ দাঁতিয়ে দাঁতিয়ে অঞ্জন আৰু মীনা গৈ আছে। জোনাকৰ পোহৰতো অস্পষ্ট হৈ উঠা দুয়োৰে সৰু দেহা দুটা বাঁহনিডৰাৰ তলেদি অৰি হৈ নোযোৱালৈকে ৰঘকাই একে থৰে সিহঁতলৈকে চাই থাকে।

...ৰঘুকাইৰ মুখত দুদিন নুখুৰোৱা দাড়ি, মূৰত উশৃংখল ৰূপোৱালী একোছা চুলিৰে ভৰা তাৰ ক্লান্ত মুখখন, খন্তেকলৈ যেন অনাবিল মৰম জ্যোতিত নিষ্পাপ স্বৰ্গীয় শিশুৰ কোমলতাৰেই পৰিপূৰ্ণ হৈ উঠে...।

ছয়

---

দৈনন্দিন জীৱনত খোজে পতি পাই অহা, লাঞ্ছনা, গঞ্জনাবোৰ আৰু আগৰ দৰে বেদনাদায়ক হৈ নুঠে। সময়ে সময়ে সেইবোৰে কেতিয়াবা বৰ আঘাত দিয়ে যদিও, অঞ্জন আৰু মীনাই নিঃশব্দে সকলো সহ্য কৰি মাথো অধীৰ আগ্ৰহৰে বাট চাই থাকে, সেই আহিবলগীয়া চিঠিখনৰ অনাগত দিনটোলৈ ।

কিন্তু চিঠি নাহে। এদিন যায়, দুদিন যায়। লাহে লাহে এটা সম্পূৰ্ণ মাহ পাৰ হৈ যোৱাৰ পাছতো চিঠি নহা দেখি দুয়ো ক্লান্ত হৈ পৰে। আশাহত জীৱন দুটা পূৰ্ণ হৈ উঠে নীৰৱ বেদনাৰে।

তথাপি দুয়ো বুজে অধৈৰ্য্য হৈ কোনো লাভ নাই। গগন বাবুৰ ওপৰত মীনাৰ আস্থা-হেৰাই যায় যদিও অঞ্জন অবিচল থাকে। সময়ত নিৰুৎসাহ হৈ পৰিব খোজা মনটোক কঠোৰভাৱে সংযত কৰে। নাই, অধীৰ হ'লে নচলিব ! উপলব্ধি কৰে, জীৱনৰ নতুন দিশ এটা উন্মোচন কৰিবলৈ আগবঢ়া প্ৰতিটো পদক্ষেপত বাধা আছেই—অপৰিহাৰ্য্য কষ্ট আছেই। সৰ্ব্বকালৰ সাৰ্ব্বজনিন সেই নিয়ম।

মনটোক প্ৰবোধ দিবলৈকে অঞ্জনে সোঁৱৰি চাই, সোতৰ-ওঠৰ শতিকাৰ ইউৰোপৰ সেইচাম শিল্পীৰ জীৱন আলেখ্য। একে দিনাই কোনো এগৰাকী, কোনো কালেও জগৎ বিখ্যাত হোৱা নাছিল—অমানুষিক কষ্ট-পৰিশ্ৰম কৰি, আধাপেটি খাই জীয়াতু ভুগিও স্বীকৃতি পোৱা নাছিল। তথাপি স্বীকাৰ কৰা নাছিল পৰাজয়।

সেই সকল অতীতৰ জগত বৰেণ্য শিল্পীৰ জগতখনৰ সীমাৰ বাহিৰত থকা এটা নগণ্য বিন্দুৰ নিচিনা অঞ্জনে এতিয়াওতো একো আৰম্ভই কৰিব পৰা নাই। অধৈৰ্য্য হ'লে চলিব কেনেকৈ ? নিজৰ ফালৰপৰা কৰিব পৰা বিকল্প একো নাই যেতিয়া একমাত্ৰ পথ অপেক্ষা কৰা। অঞ্জনেও তাকেই কৰে।

অধৈৰ্য্য নহৈ সুস্থিৰভাৱেই অপেক্ষা কৰি ৰয়, চিঠি আহিবলগীয়া সেই অনাগত অনিশ্চিত দিনটোলৈ...।

কিন্তু গতিহীন স্থবিৰ হৈ পৰা সেই অনিশ্চিত দিনটোৰ আগতেই হঠাৎ আচম্বিতে এদিন দুয়োৰে আগত উদয় হয়হি অৰুণ। অঞ্জন আৰু মীনাৰ শৈশৱ-কৈশোৰৰ বন্ধু অৰুণ। অঞ্জনৰ লগতে সেই সৰু অখ্যাত সৰু চাপৰি গাঁৱৰ, তাতোকৈয়ো অখ্যাত ক্ষুদ্ৰ পাঠশালাখনতে দুয়ো এদিন একেলগেই বিদ্যা আৰম্ভ কৰিছিল। বুঢ়া লুইতৰ পাৰৰ ওখ গৰাটো। তাৰ কাষত থকা সৰু সেউজীয়া ভূখণ্ডই আছিল অঞ্জন আৰু মীনাৰ লগতে অৰুণেৰো শৈশৱৰ লীলাক্ষেত্ৰ।

...চিন্তা-ভাৱনা-শূন্য তিনিটা মুক্ত জীৱন। সিহঁতৰ সৰু সৰু প্ৰাণকেইটাৰ, সদা চঞ্চল আনন্দ লহৰীৰ বহু বহু স্মৃতিয়েই বহন কৰি আহিছে, সেই লুইতৰ পাৰৰ সৰু ফুটুকণিডৰাই—কহুৱা জোঁপাবোৰে—ওখ গৰাটোৱে।

কিন্তু অঞ্জন মীনাৰ দৰে, শৈশৱৰেপৰা পৰিপূৰ্ণ যৌৱনলৈকে সেই স্মৃতি তীৰ্থক আৰু বেছি আপোন কৰি লোৱাৰ সৌভাগ্যৰপৰা অৰুণ বঞ্চিত হৈযায় বহু বছৰ আগেতেই।

তাৰ কাৰণে অৱশ্যে দায়ী অৰুণৰ পিতৃ। প্ৰায় বৃদ্ধ বয়সত দ্বিতীয়বাৰ বিয়া কৰোৱাৰ পিছৰপৰাই তেওঁৰ কিবা যেন মতিভ্ৰম হয়। সেই দুৰ্মতিত বেছিকৈ ইন্ধন যোগাই হয়তো তেওঁৰে স্বপ্ন বিলাসী তৰুণী পত্নীয়ে।

যি গাঁৱত তৰুণীৰ জন্ম, যি ঠাইৰ অকৃপণৰ'দ- বতাহ লৈ জীৱনৰ ছাবিব্ছটা বছৰ পৰমানন্দে পাৰ কৰি দিলে, সেই ঠাইডোখৰেই যেন বিয়াৰ পাছতে তেওঁৰ কাৰণে অনুপযুক্ত হৈ উঠে। তৰুণীয়ে প্ৰয়োজন অনুভৱ কৰে, সদায় স্বপ্ন দেখি অহা লাহ-বিলাহপূৰ্ণ চহৰৰ মাজত বাস উপযোগী আধুনিক পৰিবেশ। হোজা, অনুন্নত সাধাৰণ গাঁওবাসী হৈ আৰু তেওঁ থাকিব নোখোজে। উন্নত চহৰ-বাসী হ'ব।

অৰুণৰ বাপেকৰ ক্ষীণ আপত্তি, দুৰ্বল অভিযোগ, তৰুণী ভাৰ্য্যাৰ দুৰ্বাৰ ইচ্ছাৰ প্ৰখৰ সোঁতত উটি ভাহি যাবলৈ ছটা মাহো নেলাগিল।

সুভাকাংক্ষী সকলৰ সজ উপদেশ, পৰম বন্ধুৰূপী অঞ্জনৰ কাৰবাৰী সম্ভ্ৰান্ত গৃহস্থ ভূঞা ডাঙৰীয়াৰ অনুৰোধো তেওঁ উপেক্ষা কৰে। অথচ উপদেশ বিচাৰিয়েই কেইবাবাৰো গৈছিল তেখেতৰ ওচৰলৈ—সুধিছিল—

'কি কৰিম কওকচোন্ ভূঞা ডাঙৰীয়া!'

তেওঁনো কি কৰিব খুজিছে, কি পৰিকল্পনা কৰি কিমান দূৰ আগবাঢ়িছে সেই সকলো ভূঞা ডাঙৰীয়াই জানে। সেয়ে প্ৰশ্নৰ উত্তৰত স্পষ্ট জনাই—

'কৰিবলৈ আৰু কিটো আছে? সকলো ঠিক কৰিছা বুলিয়েই শুনিছো। তাথাপি মই আগেতেই তোমাক যিটো কৈছিলো এতিয়াও তাকেই কওঁ মহীধৰ! আন যিয়েই নকৰা লাগিলে অন্ততঃ মাটি-বাৰী এতিয়াই নেবেচিবা। ...চহৰত থকাৰ লোভ হৈছে তাত কাৰবাৰ কৰিব খুজিছা, বেচ্ ভাল কথা, কিন্তু তাকে লাহে ধীৰে ধীৰে কৰা। মোৰ দৰে ইয়াৰপৰাই আহ-যাহ কৰি প্ৰথমে কাৰবাৰৰ ভেটিটো বান্ধি খোপনি পুতি লোৱা। তাৰ পাছত লাহে ধীৰে আগবঢ়াত ক্ষতি কি?'

কিন্তু ভূঞাদেউ! ইয়াৰপৰা তাকে কৰাত যে বহুত অসুবিধা। তাৰোপৰি···।'

'তাৰোপৰি তোমাৰ আৰু কি অসুবিধা মই জানো। কিন্তু সেইবুলি ইমান দিনৰ পৈত্ৰিক মাটি-ভেটি হঠাতে বেচি দিয়াটো নিশ্চয় মূৰ্খামি হ'ব।—জানাই দেখো, আমাৰ গোটেই ৰাজ্যখনেই বহিৰাগত বাৰভূতে ছাটি ধৰিছেহি। নিজা বেপাৰ-বাণিজ্য এক কথাত আমাৰ নাই, আৰু সি থাকিবলৈকো, সেই সকলৰ লগত সমানে ফেৰ্ মাৰিব পৰা বল-বুদ্ধি চলা-কলা শক্তিও আমাৰ নাই। থকাৰ ভিতৰত যি সামান্য আছে, সি হ'ল তোমাৰ মোৰ দৰে দুই চাৰিৰ খুদ্ৰ এছিকটা মাটি। আমাৰ গোটেই জাতিটোৰ অস্তিত্ব বচাই ৰাখাৰ সেয়ে হয়তো আজি আমাৰ একমাত্ৰ জাতীয় মূলধন - ঘৰৰ লখিমী। নগৰৰ তুচ্ছ প্ৰলোভনত পৰি, তোমাৰ পৰিবাৰৰ লগতে তুমিও সেই লখিমীক অনাদৰ নকৰিবা মহীধৰ···।'

'কিন্তু মহীধৰৰ ঘৰৰ লখিমী গৰাকীৰ ইচ্ছাৰ ওচৰত সংসাৰৰ আন গৰাকী লখিমীৰ মূল্য তল পৰি যায়। তাৰে ফলত, ঘৰে-বাৰীয়ে' খেতিয়ে-পথাৰে

পৈত্ৰিক তিনি বিঘা মাটিৰ চহকী গাঁৱলীয়া গৃহস্থিয়ে প্ৰায় পানীৰ দামত সোপাকে বহিৰাগত মহাজনক বেচি দি, আধুনিক চহৰবাসী হ'বলৈ গাঁও ত্যাগ কৰে।

ঘৰ-মাটি বেচি যি ধন হাতলৈ আহে, তাৰ আধা প্ৰথমেই শেষ হৈ যায়, চহৰৰ চুকত মাত্ৰ তিনি কঠা মাটি কিনোতেই। তাৰ পাছত থাকিবলৈ পাৰ-বাহ যেন সৰু এটা ঘৰৰ লগতে, দোকান হিচাপে ছালি এডোখৰ কৰোতেই বাকীখিনি ধনো প্ৰায় শেষ হ'বলগীয়া হয়।

তথাপি কিছু বছৰ সুখে দুখে মহীধৰ টিকি আছিল। কিন্তু তাৰ পাছত যিটো অৱশ্যম্ভাৱী ঠিক সেয়ে হয়। হাজাৰ সদ্ ইচ্ছা থাকিলেও, চল-চাতুৰিৰে কৌশলি বহিৰাগত কাৰবাৰীৰ লগত সামানে প্ৰতিযোগিতা কৰাৰ সামৰ্থ্য, শক্তি মহীধৰৰ আৰু নহয়। শেষলৈ সাধাৰণভাৱে জীৱন ধাৰণ কৰাটোৱেই সমস্যা হৈ উঠে। কুলাই-পাচিয়ে দুখ-কষ্ট নধৰা হয়। তাৰ লগে হেৰুৱাই জীৱনৰ পৰম ধন, আগৰ স্বাস্থ্য।

...পথাৰৰ ধান, বাৰীৰ শাক-পচলি, গোহালীৰ গাখীৰকে লৈ গাঁৱৰ নিৰ্ভেজাল মোটা আহাৰৰ ঠাইত, চহৰৰ কৃত্ৰিম ভেজাল খাদ্য-সামগ্ৰী হজম কৰি জীয়াই থকাৰ শক্তি হয়তো এজনৰো নাছিল ! ফলত ঘৰখনত দেখা দিয়ে নানান ব্যাধি...

কাৰবাৰৰ ইতি পৰে। ভয়াৱহ ৰূপত দেখা দিয়ে অভাৱ, অনাতন। টকাৰ অভাৱত আনকি মহীধৰে তৰুণী পত্নীৰ আৰু নিজৰ অসুখৰ চিকিৎসা কৰোৱাৰ সামৰ্থ্যও হেৰুৱাই পেলাই। সৰ্বশেষত প্ৰায় বিনা চিকিৎসাতে মহীধৰে এদিন চকু মুদে। তাৰ এবছৰ পাছত তৰুণী বিধবা গৰাকীয়েও দৈহিক ব্যাধিতকৈ হয়তো বহু পৰিমাণে মানসিক ব্যাধিত ভুগি ভুগি এদিন অৰুণক অকলশৰীয়া কৰি গিৰিয়েকৰ অনুগামী হয়।

তিনিটা প্ৰাণীৰ সৰু সংসাৰখনৰ ভিতৰত কেনেবাকৈ টিকি ৰয় মাথো অৰুণ। কিন্তু জীৱন সমুদ্ৰত কাণ্ডাৰীহীন আত্মীয় কুটুম্বহীন, অকলশৰীয়া ক্ষুদ্ৰ যাত্ৰী হিচাপে চৌধ্য-পোন্ধৰ বছৰীয়া অপৈণত কিশোৰ অৰুণৰ ওচৰত টিকি থকাটো প্ৰথম প্ৰথম ভগৱানৰ আশীৰ্বাদ নহৈ, হৈ উঠিছিল মৰ্ম্মান্তিক অভিশাপ।

বাট দেখুৱাওটা কোনো নাই। পঢ়া-শুনাৰ লগত ভৰণ-পোষণৰ একমাত্ৰ সম্পত্তি হিচাপে চহৰৰ চুকত পাৰ-বাহ তুল্য জীৰ্ণ এটা সৰু ঘৰ মাত্ৰ।

গভীৰ হতাশাত, বিবুদ্ধি নৈৰাশ্যত হৈ যোৱা হতভাগ্য কিশোৰে ভাবি পোৱা নাছিল জীৱনটো লৈ সি কি কৰিব ? কেনেকৈ চলিব ? কাৰ ওচৰলৈ যাব সাহায্য বিচাৰি, উপদেশ বিচাৰি।

অৰুণৰ একোবাৰ ইচ্ছা হৈছিল, চহৰ এৰি পুনৰ শৈশৱৰ গাঁওখনলৈকে ঘূৰি যোৱাৰ। ভুঞা ডাঙৰীয়াৰ ওচৰতে জীয়াই থকাৰ এটা উপায় প্ৰাৰ্থনা কৰাৰ...।

কিন্তু ভুঞা ডাঙৰীয়াৰ ওচৰত উপায় প্ৰাৰ্থনা কৰাৰ আগেতেই উপায় দেখুৱাই দিয়ে অৰুণৰে শৈশৱৰ অকৃত্ৰিম বন্ধু অঞ্জনে।

...দুয়ো তেতিয়া অষ্টম শ্ৰেণীৰ ছাত্ৰ। সৰুৰেপৰাই পঢ়া-শুনাৰ প্ৰতি অৰুণৰ অদম্য বাসনা-হেপাহৰ কথা অঞ্জনে জানিছিল, লগতে আৰু জানিছিল

যে মইনামাহীৰ যি স্বপ্ন, সেই একেবিধ স্বপ্নই দেখি আহিছে অৰুণেও। প্ৰভেদ মাথো এজনাই বিচাৰিছিল আনৰ যোগেদি আনজনাই নিজেই নিজৰ অধ্যৱসায়ৰ মাজেৰে…।

কিন্তু আকস্মিক বিপৰ্য্যয়ত ঠানবান হৈ যায় অৰুণৰ সেই স্বপ্ন। আশা-নিৰাশাৰ মৰ্ম্মান্তিক পৰিবেশে তাৰ কুমলীয়া জীৱনটো থকা সৰকা কৰি পেলাই। এতিয়া উপায়…?

অৱশ্যে অবাল্য বন্ধুৰ এই বিপদত ত্ৰাণকৰ্ত্তাৰ ভূমিকা লৈয়ে অঞ্জনে অৰুণৰ সহায় হৈ কাষত থিয় দিয়েহি দিয়ে নতুন পথৰ সন্ধান …।

এবাৰ ভাবিও নেচাই, অনাথ কিশোৰ ল'ৰা এটাৰ ভৱিষ্যত কৰ্ম্মপন্থা নিৰ্ণয় কৰিব পৰা জ্ঞান-অভিজ্ঞতাৰে লায়ক হৈ উঠিব পৰা বয়স এটাৰো হোৱা নাই।

তথাপি অঞ্জনৰ উপদেশ মতেই অৰুণে বহুখিনি আগবাঢ়িও গাঁৱলৈ ঘূৰি অহাটো বন্ধ কৰি পেলাই। দুই কিশোৰ বন্ধুৱে, বহু পৰামৰ্শ কৰি, বহু আলোচনা কৰি ঠিক কৰে,— কাৰো অনুগ্ৰহ ভিক্ষা নকৰি কাৰো ওচৰত হাত নপতাকৈ, চহৰৰ ঘৰ-মাটি বেচি দি, সস্তীয়া সাধাৰণ মেচ এটালৈ অৰুণ উঠি যাব। হাতলৈ অহা কেঁচা টকাখিনিকে সাৰোগত কৰি, দুটা বছৰ চকু-কাণ মুদি পঢ়ি কোনো মতে প্ৰবেশিকাটো পাছ কৰি পেলাব। তাৰ পাছত 'প্ৰাইভেট্' টিউচনৰ লগতে সৰু সুৰা চাকৰি এটা যোগাৰ কৰি অন্ন সংস্থানেৰ লগে লগে, মনে বিচৰা অভিলাস পূৰ্ণ কৰিবলৈ এখোজ এখোজকৈ আগবাঢ়ি যাব। প্ৰথমে প্ৰাইভেটকৈ হ'লেও আই, এ, পঢ়িব তাৰ পাছত ক্ৰমান্বয়ে বি এ, তাৰ পাছত এম এ শেষ কৰিব। সৰ্ব্বশেষত নিঃসন্দেহে ভাল এটা চাকৰি, সৰু এটা ঘৰ মনোমত এখন বিয়া। স্বপ্ন বহুত।

মুঠতে সৰু পাৰ-বাহ যেন জুপুৰি এটাক কেন্দ্ৰ কৰি, দুই কিশোৰ বন্ধুৱে মিলি অৰুণৰ ভাবি জীৱনৰ কাল্পনিক দহোটা বছৰৰ ক্ৰমিক অগ্ৰগতিৰ সম্পূৰ্ণ ছবিখনেই সম্পূৰ্ণ কৰি পেলাই মাত্ৰ দুটা ঘণ্টাৰ আলোচনাত।

ভূঞা ডাঙৰীয়াই এই বলিয়ালীৰ কথা প্ৰথমে শুনি মূৰে-কপালে হাত দি বহিছিল। কিন্তু তেওঁক জনোৱাৰ আগতেই ল'ৰাহঁতে ব্যৱস্থা কৰা মতে ঘৰ বেচি টকা বেঙ্কত জমা থৈ, মেচলৈ উঠি গৈ অৰুণে নিয়মিত পঢ়া-শুনা আৰম্ভ কৰি দিছেই। তথাপি সেইদিনা দুয়োকে খুব মতে ডবিয়াইছিল যদিও প্ৰতিকাৰ বা সংশোধনৰ বাট বিচাৰি পোৱা নাছিল।

তথাপি একপ্ৰকাৰ উপায়হীন হৈয়ে, অনাথ ল'ৰাটোৰ ভৱিষ্যতটো যাতে দুৰ্ভগীয়া বাপেকৰ দৰেই নহয় তাকে ভাবি নিজৰ ফালৰপৰাই মনে মনে গাঁৱতে অৰুণৰ পৈত্ৰিক ভেটীৰপৰা পাঁচ বিঘা মাটি, মহাজনৰপৰা ঘূৰাই কিনি থয় অৰুণৰ নামত। ভৱিষ্যতে আন নহ'লেও অন্ততঃ মূৰ সুমুৱাব পৰাকৈ যেন ল'ৰাটোৰ এডোখৰ আশ্ৰয় থাকে।

কোনো নৈতিক দায়-দায়িত্ব নথকা সত্ত্বেও, প্ৰথম প্ৰথম নিঃসম্পৰ্কীয় মাউৰা ল'ৰাটোৰ কাৰণে ভূঞা ডাঙৰীয়াৰ ভয়ংকৰ এটা দুঃচিন্তা হৈছিল। কিন্তু বছৰ দিয়েকৰ পাছতে যিদিনা অৰুণে লেটাৰ্ লৈ প্ৰথম বিভাগত প্ৰবেশিকা পাছ কৰি আহি ডাঙৰীয়াৰ সমুখত আঁঠু লৈ সেৱা কৰিলেহি, সেইদিনাৰেপৰা তেওঁৰ বহুত দুৰ্ভাৱনা কমি গ'ল।

আশাতীত আনন্দত হিয়া উবুৰিয়াই অৰুণক আশীৰ্বাদ দিয়াৰ বাহিৰেও নিজৰ ফালৰপৰাই ইজনক সিজনক ধৰি মেলি চহৰতে এটা চাকৰিও অৰুণক জোগাৰ কৰি দিয়ালে।

অৰুণৰ যাত্ৰাপথ বহুপৰিমাণে সুগম হৈ পৰিল। তাৰ পাছৰপৰাই, আশা, হেপাহৰ পম্ খেদি খেদি, জীৱন সংগ্ৰামৰ মাজেৰে ক্ৰমাত অৰুণ আগবাঢ়ি গ'ল। ঠিক সময়তে আই. এ পাছ কৰিলে বি. এ পাছো কৰিলে। বৰ্ত্তমান এম এ.ৰ ফাইনেল পৰীক্ষাৰ লগতে তলে তলে এ. চি. এছ.ৰ কাৰণেও নিজেক সাজু কৰিছে।

মইনা মাহীয়ে অৰুণৰ সকলো খবৰেই ৰাখে। জানে, কেতিয়া অৰুণে প্ৰাইভেট্ অৰফচৰপা চৰকাৰী অফিচত কাম পালে। কেতিয়া এল. ডি ৰপৰা ইউ. ডি. লৈ প্ৰমোচন পালে। অৰুণৰ ভৱিষ্যত লৈ অৰুণতকৈয়ো যেন মইনা মাহীৰ উৎসাহ, আগ্ৰহ বেছি।

...যেতিয়াই অৰুণ গাঁৱলৈ আহে, তেতিয়াই মইনামাহীয়ে তাক প্ৰথমে সোধে তাৰ পঢ়া-শুনাৰ কথা—তাৰ চাকৰিৰ কথা। সোধে, তলিৰেপৰা ক্ৰমাত চৰাকৰী চাকৰিৰ জটিল জখলাখনেদি ঢাপে ঢাপে উঠি গৈ কেতিয়ামানে ডাঙৰ বিষয়া এজন হোৱাৰ সময় আহিব? তাৰ কাৰণে আৰু কিমান বছৰ পঢ়িব লাগিব? কি কি বিষয়ত অনুশীলন ল'ব লাগিব?

...মুঠতে অৰুণক সমুখত পালেই, পুংখানুপুংখে প্ৰতিটো কথা সুধি সুধি গোটেই চাকৰিৰ জগতখনৰ সবিশেষ ইতিহাসখনেই মইনা মাহীৰ প্ৰায় কণ্ঠস্থ হৈ গৈছে। তথাপি তেওঁৰ সেই 'উইজদম্' অফুৰন্ত।

আজিও অঞ্জন আৰু মীনাৰ ওচৰত অৰুণক দেখাৰ লগে লগেই মইনা মাহীয়ে পুনৰাবৃত্তি কৰি গ'ল সেই পুৰণা হৈ যোৱা প্ৰশ্ন মালাৰ...।

অৱশ্যে সি যে একেবাৰেই উদ্দেশ্যহীন সিও নহয়। অঞ্জন সমুখত থাকিলে এই প্ৰশ্ন কৰা উৎসাহটো মইনা মাহীৰ সদায় বেছি হয়। প্ৰকাশ্যভাৱে অঞ্জনক একো নকয় যদিও, অৰুণৰ মুখৰপৰা ওলোৱা প্ৰতিটো উত্তৰ শুনাৰ লগে লগে নিঃশব্দ বক্ৰ দৃষ্টিৰে মাথো একো একোবাৰ অঞ্জনৰ মুখলৈ চাই লয়। অঞ্জনে বুজে, তাৰ মাজেৰেই যেন মইনা মাহীয়ে প্ৰকাশ কৰিছে, তাৰ প্ৰতি থকা মাহীৰ মনৰ অপ্ৰকাশিত আক্ৰোশ, ধিক্কাৰ্!

কিন্তু মাহীআই গৰাকীৰ সেই ধিক্কাৰ, আক্ৰোশে তিৰষ্কাৰে অঞ্জনৰ গা-সহা হৈ গৈছে। তাৰ পৰিৱৰ্ত্তে এই মুহূৰ্ত্তত বেছি তীব্ৰ হৈ উঠিছে অৰুণক এবাৰ অকলশৰে লগ পোৱাৰ দুৰ্দমনীয় বাসনাটো।

...কি বতৰা অৰুণে লগত লৈ আহিছে? সেই বতৰাই অঞ্জন-মীনাৰ বহু বাঞ্চিত আশাক পূৰ্ণতা দিব নে নিৰাশাৰ বেদনাত চিৰ দিনৰ কাৰণে সমাধিস্থ কৰি পেলাব তাৰ কথা ভাবি ভাবি অঞ্জন অধীৰ হৈ উঠে। কিন্তু মাহীআইৰ সমুখত সেইবোৰ জনাৰ কোনো উপায় নাই। অথচ বেচ্ জানে ঘণ্টা দিয়েকলৈ মাহীয়ে অৰুণক মুক্তি নিদিয়ে।

...কিবা এটা চেলু লৈ অঞ্জন কোঠাৰপৰা ওলাই আহে। পিছ বাৰীয়েদি একেবাৰে নৈৰ পাৰৰ নিৰ্জন গৰাটোত উঠেগৈ। কাঠডালৰ ওপৰত নিঃশব্দে বহি থাকিবলৈ চেষ্টা কৰে যদিও মনৰ বৰ্ত্তমান অৱস্থাত সি সম্ভৱ নহয়গৈ। অধৈৰ্য্য

আগ্ৰহ উত্তেজনাত অধীৰ উৎকণ্ঠাৰে গৰাৰ ইফালে সিফালে চট্‌ফটাই অপেক্ষা কৰে অৰুণৰ আগমনলৈ। অঞ্জনে জানে তাক বিচাৰি অৰুণ তালৈকে আহিব।

অৰুণ আহেও, অৱশ্যে বহুত পলমকৈ। দুয়ো কিছুপৰ নিঃশব্দে কাঠডালৰ ওপৰত বহি ৰয়। অৰুণৰ অনুপস্থিতিত যিটো প্ৰশ্ন কৰিবলৈকে অঞ্জন প্ৰায় উন্মাদ হৈ উঠিছিল, এতিয়া তাৰ উপস্থিতিত সেই প্ৰশ্নটো সুধিবলৈকে হঠাৎ অঞ্জনৰ ভয় হয়।

...মনে গঢ়া ভৱিষ্যত দেউলটোৰ গোটেই ভেটিটোৱেই যে নিৰ্ভৰ কৰিছে অৰুণৰ উত্তৰৰ ওপৰত!

অৰুণে নিজৰ ফালৰপৰা একো আৰম্ভ নকৰাত অঞ্জনেও মুখ নোখোলে। কিন্তু তাৰো এটা সীমা আছে। শেষলৈ আৰু ধৈৰ্য্য ধৰি থাকিব নোৱাৰি হঠাৎ অৰুণক লাহেকৈ অনুৰোধ কৰে—

'এইবাৰ ক'... !'

অঞ্জনৰ মানসিক অৱস্থাটো অৰুণৰ চকুত প্ৰথমৰপৰাই নপৰা নহয়। সেয়ে বন্ধুৰ লগত অলপ কৌতুক উপভোগ কৰাৰ উদ্দেশ্য লৈয়ে গম্ভীৰ হৈ উত্তৰ দিয়ে—

'কি কম বুলি আশা কৰি আছ...?'

অঞ্জন বোবা হৈ যায়। মুহূৰ্ত্তৰ কাৰণে এবাৰ বন্ধুৰ মুখলৈ চাই তলমুৰ কৰে আৰু প্ৰশ্ন কৰিবলৈ সাহ নহয়। অৰুণে লক্ষ্য কৰে অঞ্জনৰ মুখত ফুটি উঠা গভীৰ হতাশা। পিছ মুহূৰ্ত্ততে কিন্তু অঞ্জনৰ পিঠিত প্ৰবল ঢকা এটা মাৰি ডাঙৰকৈ হাঁহি উঠে অৰুণে। খন্তেক পাছত অৱশ্যে নিজক সংযত কৰি খুব চমুকৈ মাত্ৰ কেইআষাৰমান কথা কৈ যায়—

নৈৰ পাৰৰ নিৰ্জন পৰিৱেশত, অৰুণৰ মুখৰ সেই প্ৰায় অপ্ৰত্যাশিত কথা কেইটাই খন্তেকলৈ অঞ্জনক নিৰ্বাক কৰি দিয়ে। · ·সিটো কেৱল কথাই নহয়।... বছৰৰ পাছত বছৰ ধৰি, হাবাথুৰি খাই বিচাৰি ফুৰা দুষ্প্ৰাপ্য সম্পদ এটাকে, হঠাৎ যেন ৰূপৰ বৰ বটাত, সজাই পৰাই অৰুণে তাৰ মুখৰআগত তুলি ধৰিছে। বহু দিনৰ. বহু নিৰাশাৰ অপৰিৱৰ্ত্তন মলিনতাবোৰ যেন অৰুণৰ আশ্বাসত থিতাতে উটি গৈ নিৰ্ম্মল পৰিষ্কাৰ হৈ পৰে।

আনন্দৰ আতিশয্যত চঞ্চল হৈ পৰে অঞ্জন। তাৰ ইচ্ছা হয় এবাৰ প্ৰাণ খুলি যেন উৎসাহত কিৰিলি পাৰি চিঞৰি উঠিব—দৌৰি গৈ যেন পৃথিৱীয়ে শুনাকৈ মইনা মাহীক জনাই দিব—'মাহীআই! আৰু তোমাৰ বিদ্ৰূপক, তোমাৰ গঞ্জনা—ধিক্কাৰক মই ভয় নকৰো। আজিয়েই তাৰ শেষ হ'ল। ঠিক পাঁচ দিনৰ মূৰতে তোমাৰ এই ঘৰ, তোমাৰ এই চাৰিবেৰৰ মাজৰ বন্দীশাল ভাঙি, মুক্তিৰ মহান বিশ্বৰ কোলাত মই হেৰাই যামগৈ, মীনা হেৰাই যাবগৈ। তোমাৰ সাধ্য নাই আমাক আৰু ধৰি ৰাখিব পাৰাৰ... !

'বন্ধুৰ আনন্দত অৰুণৰো আনন্দ হয়। অধৈৰ্য্য উত্তেজনাত চঞ্চল হৈ পৰা অঞ্জনক তাৰ হাতত ধৰি টানি আনি নিজৰ ওচৰত বহুৱাই লয়।

'বহচোন বহ! এতিয়াই ইমান উতলা হৈ পৰিছ কিয়? আগতে শেষ ৰক্ষা হওক... !'

অৰুণৰ কথাত অঞ্জনে নিজক সংযত কৰে। শান্ত হৈ বহু পৰে অৰুণৰ ওচৰত। ক্ষন্তেক নিঃস্তব্ধতাৰ পাছত অৰুণেই লাহে লাহে কৈ যায়---

'.. নেজানো ভালোই কৰিলো নে বেয়াই কৰিলো। গগন বাবুৰ লগত তোৰ যোগাযোগৰ গুৰিতে হ'লো মই। এতিয়াও মাত্র পাঁচ দিন পাছৰ পুৱাতি নিশাৰ মেইলত ,মনে মনে তহঁতৰ কলিকতালৈ যোৱাৰ সকলো ব্যৱস্থা কৰাৰ গুৰিতো ময়েই। তোৰ মোৰ বহুদিনৰ চেষ্টা সফল হোৱাত, এফালে যেনেকৈ মোৰ আনন্দ হৈছে, আনফালে তেনেকৈ মনৰ কোণত যথেষ্ট ভয়ো হৈছে ..।'

'ভয় ? তোৰ আকৌ কিহৰ ভয় ?'

'ভয় মইনা মাহীলৈ। তহঁত যোৱাৰ পাছত মইনা মাহীৰ আগত মই কেনেকৈ ওলাম ? তহঁতৰ বিষয়ে সুধিলে একো নেজানো বুলিয়েই বা কেনেকৈ ফাঁকি দিম ? তেওঁক ফাঁকি দিয়াতো খুব সহজ কথা নহয় দেখিয়েই ভয় লাগে। তহঁতৰ সকলো পৰিকল্পনাৰ লগত যে মই প্ৰথমৰপৰাই সকলো বিষয়তে সমভাৱে জড়িত সেই কথা মাহীয়েতো ঘুণাক্ষৰে নেজানেই আনকি কোনো দিন হয়তো ভুলতে কল্পনাও কৰি চোৱা নাই।

সেয়ে ভয় হৈছে, যদি কোনেবাকৈ ধৰা পৰি যাওঁ, তেন্তে ইমান দিনে মোক লৈ গঢ়া, তেওঁৰ আগ্রহ, মৰম, বিশ্বাসৰ বিৰাট দেউলটোৱেই হঠাৎ হুৰমুৰকৈ তেওঁৰ মূৰৰ ওপৰত ভাগি নপৰিব জানো ?'

অঞ্জনে একো উত্তৰ বিচাৰি নেপাই মনে মনে থাকে। অৰুণেও ক্ষন্তেক মৌন থাকি শেষত লাহেকৈ যোগ কৰে -

'ইমান দিন একো এটা ব্যৱস্থা তহঁতৰ কাৰণে কৰিব পৰা নাছিলো দেখি মনলৈ বহুত কথাও অহা নাছিল। এইবাৰ সকলো আয়োজন সম্পূৰ্ণ হৈ গ'ল, সেয়ে হয়তো বাৰে বাৰে এতিয়া মনলৈ ভাব আহিছে কি সতেনো ইমান ডাঙৰ আকস্মিক আঘাত এটা মাইনা মাহীক দিম ? তহঁত দুয়োয়েই বা কেনেকৈ দিবি... ?'

অৰুণৰ কথাত অঞ্জনৰ মনৰ আনন্দ, উৎসাহ খন্তেকলৈ ৰুদ্ধ হৈ যায়। উপলব্ধি কৰে বন্ধুৰ ন্যায়সঙ্গত যুক্তি। কিছু সময় টলকা মাৰি থাকি শেষত লাহেকৈ স্বীকাৰ কৰে --

'মই বুজো অৰুণ। সকলো অকপতে স্বীকাৰো কৰো। কিন্তু সেইবোৰ বেছিকৈ ভাবিবলৈ গ'লতো আমাৰ কোনো কালেই আৰু মুক্তি নহ'ব। মই আৰু মীনা গুচি গ'ল যে মাহীআইয়ে খুব আঘাত পাব সি সঁচা। কিন্তু ভাবি চা আমাৰ ভৱিষ্যত আমাৰ জীৱনৰ উচ্চাশা, অকণমান 'চেণ্টিমেণ্টৰ' কাৰণে বিসৰ্জন দিবলৈকে জানো ইমান দিন নিজক আমি প্ৰস্তুত কৰিছিলো ?... তেওঁৰ কথা এতিয়া মই পাহৰি থাকিব খোজো - তয়ো পাহৰি যা অৰুণ ! .. মাথো এটা কথা মনত ৰাখিবি ! মই আৰু মীনা আকৌ মাহীআইৰ ওচৰলৈকে এদিন ঘূৰি আহিম। কেতিয়াকৈ সেই কথা-অৱশ্যে আজিয়েই ক'ব নোৱাৰো, কিন্তু সুদা হাতে নাহো। চূড়ান্ত কৃতকাৰ্যতাৰ পূৰ্ণ স্বীকৃতি লৈ আমাৰ জীৱনৰ বিজয় মুকুট এদিন মাহীআইৰ মূৰত পিন্ধাই দিমহি- সন্মুখত আঁঠু লৈ ক্ষমা খুজিম সকলো অন্যায় অপৰাধৰ। সেই আশা লৈয়ে এই ঘৰ এৰি যাবলৈ ওলাইছো .. !'

'অ' ! এটা কথা সুধিবলৈ পাহৰি আছো।'

'কি কথা .. ?'

'হেড্ অফিচলৈ তোৰ 'ট্ৰেন্স্ফাৰ' হোৱাৰ কথা যে কৈছিলি. সি কেতিয়া মানে হ বগৈ ?'

'দুই তিনি সপ্তাহৰ ভিতৰতে। হয়তো আৰু কেইদিনমান বেছিও হ'ব পাৰে।'

'হ'লেও তোৰ তেন্তে আৰু মইনা মাহীক লৈ ইমান ভয় কিয় ? 'ট্ৰেন্সফাৰ' হ'লেতো মাহীৰ ওচৰৰপৰা বহু বহু যোজন আঁতৰলৈ যাবিগৈ। ওচৰত থাকিলেহে বিপদ।

অঞ্জনৰ কথা শুনি অৰুণে কিছু সময় মনে মনে থাকে। তাৰ পাছত লাহে লাহে বহাৰপৰা উঠি পৰে

'সি হয়তো সঁচা. তথাপি.…নাই, ব'ল যাও'। এতিয়া সেইবোৰ লৈ হিচাপ কৰিব লাগিলে আৰু নচলিব। এনেয়ে বহুত দেৰি হৈ গ'ল। লৰালৰি নকৰিলে আঠ বজাৰ ট্ৰেইন্ নিশ্চয় মিচ কৰিম ব'ল… !'

দুয়ো নিঃশব্দে খোজ লৈ, বাঁহনিডবাৰ দাঁতিয়েদি মইনা মাহীৰ ঘৰৰ ফালে আগবাঢ়ে।

# সাত

খন্তেক আগতে বেলিটো মাৰ পৈছে। পশ্চিমে আকাশৰপৰা অহা এচমকা ৰাঙলী পোহৰ' খোলা খিৰিকীখনেৰে বাট পাই সোমাই পৰিছে, সৰু কোঠাটোৰ ভিতৰত। সেই ৰাঙলী ৰশ্মিয়ে সামান্যভাৱে ৰাঙলী কৰি তুলিছে এৰ্দীতিৰ বগা বেৰখন··· ।

পৃথিৱীৰ বুকুলৈ নামি অহা গধূলিৰ অস্পষ্ট আন্ধাৰত লাহে লাহে ডুবি যাব খোজা সৰু কোঠাটোত সেইকণেই একমাত্ৰ পোহৰ।

কোঠাৰ এৰ্দীতিৰ মজিয়াত পাৰি থোৱা কঠ এখনৰ ওপৰত, আঁঠুকঢ়া অৱস্থাত বহি লৈ মীনাই তন্ময় হৈ চাই আছে বেৰৰ সেই ৰাঙলী পোহৰ চমকালৈ।

মীনাৰ সমুখত মেলি লোৱা এটা ডাঙৰ 'চুট্‌কেচ'। তাত কাপোৰ-কানি ভৰোৱা কেতিয়াবাই সম্পূৰ্ণ হৈ গৈছে, তথাপি মীনাই একেৰাহে একেভাৱেই বহি আছে।

...বহু সময়ৰ মূৰত মীনাই এবাৰ বেৰৰপৰা চকু ঘূৰাই চাই ওচৰৰ খিৰিকী-খন। তাৰ মাজৰে দেখা সৰু এটুকুৰা ৰাঙলী আকাশলৈ চাই চাই মীনাৰ ভাব হয় ···কালিৰেপৰা সেই সীমাৱদ্ধ আকাশ টুকুৰা মীনাই আৰু কেতিয়াও নেদেখে। কোঠাটোৰ ৰাঙলী বেৰখনো আৰু মীনাই কেতিয়াও দেখিবলৈ নেপাই। এই সকলো এৰি মীনা যাবগৈ যাবগৈ কোঠাৰ চাৰিবেৰৰ আৱৰ নেওচি বাহিৰৰ উন্মুক্ত বিশ্বৰ মাজলৈ।

মীনাৰ আকৌ চকুত পৰে, বেৰৰ গাতে লগা ওখ 'ৰেক্‌'খনত বিশেষভাৱে সজাই থোৱা গৌতম বুদ্ধৰ ধুনীয়া মূৰ্ত্তিটোৰ ওপৰত। দেখে, হাতী দাঁতৰ নিজ শুভ্ৰ মূৰ্ত্তিটোও যেন সামান্য ৰঙচুৱা হৈ উঠিছে ক্ষয় হৈ অহা এচমকা ৰাঙলী পোহৰ।

মূৰ্ত্তিৰ প্ৰকৃত গৰাকী মীনা নহয়। তথাপি সেই বুদ্ধ মূৰ্ত্তি মীনাৰ বৰ আপোন—বৰ মৰমৰ। পুৱতি নিশাৰ নিয়ৰ লগা দুপাহ ফুলৰ ক্ষুদ্ৰ নৈবেদ্য মূৰ্ত্তিটোৰ সমুখত সজাই দিয়া মীনাৰ প্ৰতি পুৱাৰ প্ৰেণা অভ্যাস। কেতিয়াবা হয়তো তাৰ লগত দুই এডাল ধূপ কাঠীও জ্বলাই দিয়ে।...কিন্তু সেইবোৰ অভ্যাস, নিয়ম আৰু প্ৰয়োজন নহ'ব। কালিলৈৰপৰা সেই মূৰ্ত্তিও আৰু মীনাই নেদেখে। সকলো এৰি গুচি যাব লাগিব।

কিবা ভাবি হঠাৎ এবাৰ বহাৰপৰা মীনা উঠি আহে। লাহে লাহে আগ-বাঢ়ি যায় মূৰ্ত্তিটোৰ ওচৰলৈ। এবাৰ সাৱধানে ইফালে সিফালে চাই মূৰ্ত্তিটো তুলি লৈ আকৌ লৰালৰি কৰি ঘূৰি আহে 'চ্যুটকেচ'টোৰ ওচৰলৈ।

কিন্তু কাপোৰৰ মাজত তাক ভৰাই পেলোৱাৰ আগেতেই হঠাৎ ভীষণভাৱে চক্‌ খাই উঠে। হাতৰ মূৰ্ত্তি হাততেই থাকি যায়। অপৰাধিনীৰ স্বাভাৱিক

শঙ্কাৰে ভয়ে ভয়ে এবাৰ খোলা খিৰিকীখনলৈ চাই দেখে, বাহিৰৰ অস্পষ্ট পোহৰকণ, আৰু অস্পষ্ট কৰি আঁৰ কৰি ধৰিছে এটা ছায়া মূৰ্ত্তিয়ে। সেই মূৰ্ত্তিয়ে খিৰিকী বগাই জাপ মাৰি কোঠাৰ ভিতৰলৈ নোসোমোৱালৈকে স্তব্ধ মীনাৰ জড়তা নেভাগে। খন্তেক পাছতে কিন্তু বেচ্ বিৰক্তিৰেই কৈ উঠে—

'তুমিও ইমান ভয় খুউৱা দেওহে…!'

'মই ভয় খুৱালো… ?'

'তুমি নহয় আৰু কোনে ?'

কথাৰ লগতে অলপকৈ হাঁহি মীনাই আকৌ যোগ কৰে-

'অঞ্জন ! তোমাৰ দেখিছো শৈশৱৰ সৰু এটা পুৰণা অভ্যাস আজিও নগ'ল… ।'

পুৰণা অভ্যাস ?'

'এৰা, সেইবোৰ দিনত যেনিবা গধূলিলৈকে নৈৰ গৰাত খেলি ফুৰি, মাৰ খোৱাৰ ভয়ত মমে মনে খিৰিকী বগাই পঢ়া মেজত বহাহি। আজিকালিতো সেইবোৰ দুৰ্ভাৱনা নোহোৱা হ ল, অভ্যাসটোৱে এৰা নিদিলে কিয় ?'

'দিব কেনেকৈ… ? অলপ হাঁহি লৈ অঞ্জনে যোগ কৰে শৈশৱৰেপৰা থকা এই ঘৰখনত আজিও থাকিবলগীয়া হৈছে দেখিয়েই হয়তো পুৰণা অভ্যাসটোৱেও লগ এৰা নাই। …যা হওক, কালিৰপৰা এই খিৰিকীও আৰু নেথাকিব যেতিয়া অভ্যাসটোৱো নিশ্চয় শেষ হ'ব। …কিন্তু মীনা ! বাকচত সেইটো কি ভৰাব খুজিছিলা… ?'

মনৰ কোণত উদয় হোৱা অস্বস্তিটো ঢাকিবলৈকে মীনাই নিৰ্বিকাৰভাৱে উত্তৰ দিয়ে—

'যি দেখিছিলো সেয়ে ।'

অঞ্জনৰ মুখত বিৰিঙি দেখা দিয়ে হাঁহি -

'…খুব ভাল কথা ! অকল পলোৱাই নহয়, একেবাৰে চোৰ কৰি পলোৱা,… জৈৱিক নহয়, দেখ দেখ আধ্যাত্মিক সম্পদ লৈ। যোৱাৰ আগতে তাৰ শূন্য ঠাই মইনা মাহীৰ চকুত নপৰিলেই ৰক্ষা .. ।'

মীনাই তাৰ উত্তৰত একো নকয়। খন্তেক পাছত সামান্য ব্যস্তভাৱেই অঞ্জনে প্ৰশ্ন কৰে—

'মীনা ! ভিতৰ ফালে মাত বোল একো শুনা নাই দেখো ? তেওঁলোকেৰ কোনো নাই নেকি ?'

'নাই, দুয়ো বিয়া ঘৰত, আনকি ৰঘুকাইও। এঘণ্টা পাছতে মাহীআই আহিব মোক কপোৰ-কানি পিন্ধি ওলাই থাকিবলৈ কৈছে। দুয়ো ৰাতিৰ বিয়ালৈ একলগেই যাম ।'

'বান্ধৱীৰ বিয়ালৈ যাবাতো বুজিলো, কিন্তু তোমাক লৈ মোৰ অলপ চিন্তাই হৈছে… ?'

'কিয় ?'

'জানাই নহয় ঠিক সময়ত সকলোৰে চকুত ধূলি দি বিয়া ঘৰৰপৰা আহিব নোৱাৰিলে যে বিপদত বাৰুকৈয়ে পৰিব লাগিব ?'

'চিন্তা নকৰিবা, আহিব নিশ্চয় পাৰিম। তাৰ কাৰণেইতো আজি গোটেই দিনটো ভগবানক খাটিছো। মালতীৰ বিয়া,···গাঁৱৰ মাজত আজিৰ এই বিয়াখন, মালতীৰ কাৰণে হওক নহওক, আমাৰ কাৰণেই যেন ভগবানৰ আশীৰ্বাদ স্বৰূপ হৈ পৰিছে। শেষ ৰক্ষাও সেই ভগবানেই নিশ্চয় কৰিব... !'

'ভগবানৰ ওপৰত দেখিছো বহুত ভৰষা কৰিছা! সি যিয়েই হওক মুঠতে তোমাৰ শেষ ৰক্ষা হ'লেই হয়। .. তোমাৰ পেক্ কৰা হৈ গ'ল ?'

'হ'ল... ।'

'সেই বাকচটোতে সকলো হ'ল নে ?'

'নহ'ব কিয় ? লগত লৈ যাব পৰা প্ৰয়োজনীয় ঐশ্বৰ্য্য সম্পদনো আমাৰ কিমান আছে বুলি ভাবিছা··· ?'

অঞ্জনে উত্তৰ নিদিলে। তাৰ পৰিবৰ্ত্তে লক্ষ্য কৰি দেখে, মীনাই কথাবোৰ কৈ গৈছে যদিও তেওঁৰ মনটো যেন ক'ৰবাত··· । তেওঁৰ মুখখন অকল গম্ভীৰেই নহয়, তাৰ লগত যেন অলপ বেদনাও মিহলি হৈ আছে।

অঞ্জনে বুজিব নোৱাৰে, এই শেষ মুহূৰ্ত্তত মীনাৰ এই মানসিক পৰিবৰ্ত্তনৰ কাৰণ কি ? তৰোপৰি প্ৰকাশ নকৰিলে যদিও, খন্তেক আগতে বুদ্ধ মূৰ্ত্তিটো মীনাই নিৰ্বিবাদে বাকচত ভৰাই লোৱা দেখিও অঞ্জন আচৰিত হয়। আনৰ সম্পদ বিনা অনুমতিত তেনেকৈ লোৱাটো মীনাৰ স্বভাৱ বিৰুদ্ধ অথচ... ।

কোঠাৰ সাময়িক স্বদ্ধতা ভঙ্গ কৰি অঞ্জনেই লাহেকৈ প্ৰশ্ন কৰে—

'মীনা !'

'কি ?'

'এটা কথা ক'বানে ? তুমি বাৰু লগত সেই মূৰ্ত্তিটো কিয় নিব খুজিছা .. ?'

উত্তৰ দিয়াৰ পৰিবৰ্ত্তে লাহে লাহে মীনা বহাৰপৰা উঠে। তাৰ পাছত খোলা খিৰিকীখনৰ ফালে আগবাঢ়ি গৈ বাহিৰৰ আন্ধাৰ জগতখন নিঃশব্দে চাই ৰয়—।

মীনাৰ এই পৰিবৰ্ত্তনে অঞ্জনক আৰু বেছি আচৰিত কৰি তোলে।

'কি হ'ল ? একো নক'লা দেখোন ?

'ক'ম কিটো. মূৰ্ত্তিটো কিয় লৈছা মই নিজেই ক'ব নোৱাৰো অঞ্জন! হয়তো ইয়াৰ স্মৃতি চিন হিচাপেই লগত নিব বিচাৰিছো. .।'

'স্মৃতি চিন ? যিখন ঘৰৰ সকলো স্মৃতি পাহৰি যাবলৈকে আমি সদায় চেষ্টা কৰি আহিছো, সেইখন ঘৰৰ স্মৃতি সাঁৰৰি তোমাৰ লাভ কি··· ?'

এইবাৰো মীনাই একো উত্তৰ নিদিলে। বাহিৰৰ আন্ধাৰবোৰলৈ চাই চাই যেন ডুবি যাব খোজে গভীৰ চিন্তাত। কিন্তু অধৈৰ্য্য হৈ উঠে অঞ্জন—।

'তুমি ইমান কি ভাবিছা বাৰু··· ।'

একে অৱস্থাতে খন্তেক টলকা মাৰি থাকি মীনাই লাহেকৈ উত্তৰ দিয়ে—

'এটা কথা মই কোনোমতেই পাহৰিব পৰা নাই অঞ্জন! আমাৰ এনেকৈ গুচি যোৱাটো জানো উচিত হ'ব ?'

বিস্ময়ত অঞ্জনৰ বাক্‌ৰোধ হৈ যায়—

'তোমাৰ হ'ল কি? এনেকৈ যোৱাটো মানে? বছৰৰ পাছত বছৰ দেখো ইয়াৰেই সপোন দেখি আহিছো। .. চোৱা, সেইবোৰ অনাৱশ্যক চিন্তা এতিয়া এৰা. . .'

'এৰিব যে লাগিব ঠিকেই। তথাপি এবাৰ নেভাবি থাকিব পৰা নাই,... কোনোবা অজ্ঞাত অখ্যাত হাবিৰ দুপাহ বনৰীয়া ফুল, বানপানীত উটি উটি আহি এচপৰা বালিৰ পানী জুৰুলিত লাগি ধৰা দৰেই, তুমি মই দুয়ো একভাৱেই জীৱন জোৱাৰত উটি আহি মাহীআইৰ বিশাল হৃদয়ত এদিন স্থান পাইছিলো। ...কিমান আগ্ৰহ. কিমান আশা লৈ তেওঁ আমাক ডাঙৰ দীঘল কৰিলে। মই জানো তেওঁৰ সেই আশা কোনো দিনেই হয়তো সফল নহয়, তথাপি আজি আমাৰ সুবিধা হ'ল দেখিয়েই আমাৰ মাজৰ ইমান বছৰৰ সম্বন্ধ. এই স্নেহ বন্ধন অস্বীকাৰ কৰি এনেভাৱে গুচি যোৱা অন্যায় নহ'ব জানো ..?'

'চোৱা মীনা! ন্যায় অন্যায় বিচাৰ কৰিবলৈ আজি আৰু মোৰ শক্তিও নাই, ধৈৰ্য্যও নাই। তোমাক সহস্ৰবাৰ কৈ আহিছো আমাৰ কাৰণে মাহীআইয়ে যি ত্যাগ স্বীকাৰ কৰি আহিছে. তাৰ কাৰণে মই তেওঁৰ গুচৰত কৃতজ্ঞ—এশবাৰ কৃতজ্ঞ। কিন্তু সেই কৃতজ্ঞতাৰ বিনিময়ত আমাৰ জীৱনৰ সকলো উচ্চাশা বিসৰ্জ্জন দিবলৈ মই অন্ততঃ কেতিয়াও ৰাজী নহওঁ। তোমাৰ মন তোমাৰ বিবেকে মানক নেমানক. ইমান দিনৰ চেষ্টাৰ মূৰত যি সুবিধা পাইছো তাক অথলে যাবলৈ মই কেতিয়াও নিদিওঁ...।'

'কিন্তু...'

মীনাই বাধা দিয়াত অঞ্জনে প্ৰায় অধৈৰ্য্য হৈ চিঞৰি উঠে—

'ইয়াৰ মাজত আৰু কোনো কিন্তু নাই। তোমাৰ কথা, তোমাৰ ইচ্ছা দেখিছো সুকীয়া হৈ পৰিছে!'

'...বেচ্, তোমাৰ যদি ভৱিষ্যত উচ্চাশাতকৈয়ো মইনা মাহীৰ গুচৰত তোমাৰ কৃতজ্ঞতা জনোৱাটোৱেই ডাঙৰ হৈ উঠে, তেন্তে তুমি স্বচ্ছন্দে ইয়াত থাকি যাব পাৰা। মই হয়তো তোমাক এৰি যাবলৈ দুখ পাম, তথাপি তোমাক মই মোৰ লগত যাবলৈ কেতিয়াও জোৰ নকৰো।'

অঞ্জনৰ কথা শুনি মীনাৰ ওঁঠত বিষাদ সনা ক্ষীণ হাঁহি এটা দেখা দিয়ে—

'তুমি গ'লে যে ময়ো যাব লাগিব তাক তুমিতো ভালকৈয়ে জানা অঞ্জন!'

'তেন্তে অনাৱশ্যক, অবাস্তৱ ওজৰ আপত্তি উলিয়াইছা কিয়!'

'অনাৱশ্যক হয়তো হয়, অন্ততঃ এই শেষ মুহূৰ্ত্তত। তথাপি এই ঘৰত মাহীআই আৰু মহাদেউতকৈয়ো মোৰ বেছি দুখ লাগিছে ৰঘুকাই এৰি যাব-লগীয়া হোৱাত। আমাক কালিৰেপৰা ইয়াত আৰু নেদেখিলে সি যে বলিয়া হৈ যাব। ৰঘুকাইৰ কথা ভাবিলেই মোৰ কষ্ট হয়। তোমাৰ জানো ৰঘুকাইক এৰি যাবলৈ বেয়া লগা নাই?'

'লাগিলেও উপায় নাই। কৈছোৱেই নহয়, আমি আমাৰ সকলো চেণ্টিমেণ্ট্, বিবেকৰ শাসন বাদ নিদিলে জীৱনত এখোজো আগবাঢ়িব নোৱাৰিম।... আজি আৰু সেইবোৰ চিন্তা, কৰি লাভ নাই, তাতকৈ বৰঞ্চ কালিৰপৰা যিবোৰ সমস্যাৰ সন্মুখীন হ'ব লাগিব তাৰ কথা চিন্তা...,

অঞ্জনৰ মুখৰ কথাটো আৰু শেষ নহয়। ঘৰৰ আগ ফালৰ পদূলি মুখৰ-পৰা অহা অস্পষ্ট শব্দটো কাণত পৰাৰ লগে লগে দুয়ো ব্যস্ত হৈ উঠে ...

'আহিছে, বাকচটো বিছনাৰ তলত সোনকালে লুকুৱাই পেলোৱা, মই আহিলো।'

পাছ মুহূৰ্ততে খিৰিকী বগাই সাউত কৰে অঞ্জন কোঠাৰ বাহিৰ হৈ যায়। বাকচ লুকুৱাই মীনাই লৰালৰিকৈ চাকীটো জ্বলাই লৈ নিজৰ গাৰ পোছাক সামান্য পৰিপাটি কৰি লোৱাৰ আগতেই মইনা মাহীৰ প্ৰশ্ন কাণত পৰেহি--

'মীনা! গোটেই ঘৰখন আন্ধাৰ মুন্ধাৰ কৰি থৈছ কিয়? তই গুলালি নে নাই?'

'মই গুলায়েই আছোঁ '

কোঠাৰ দুৱাৰ মুখলৈকে মইনা মাহী আগবাঢ়ি আহি মীনাৰ মুখলৈ চাই কিন্তু মীনাৰ গাত থকা পোছাক সাজ চকুত পৰাৰ লগে লগেই মুখখন বিৰক্তিত ভৰি পৰে -।

'সেইযোৰ কি পিন্ধিছ? এই বৈৰাগিণীৰ বেশ পিন্ধি তই মোৰ লগত বিয়া ঘৰলৈ যাবলৈ গুলাইছ? মানুহে ভাবিব মই তহঁতক ভাল এসাজ কাপোৰ দিয়াতো কৃপণালী কৰো। ভালে ভালে এতিয়াই যা, সেই সাজ সলাই. বন্‌কৰা পাতৰ মেখেলা চাদৰ এযোৰ পিন্ধি লগৈ। যা হাঁকৈ বৈ নেথাকিবি, বেলি হৈছে। সিমান পৰে মই ভৰি হাতকেইটা ধুই লওঁগৈ।'

কথাৰ লগতে মাহীয়ে লৰালৰি কৰি গা-ধোৱা ঘৰত সোমাইগৈ। মীনাৰ লগত বেছি সময় খৰচ কৰাৰ সামৰ্থ্য মইনা মাহীৰ আজি নাই।

...বাপেক মাক জীৱিত যদিও তেওঁলোকৰে বৰ জীয়ৰী মালতীৰ বিয়াখনৰ প্ৰধান উদ্যোক্তা স্বয়ং মইনা মাহী। বিবাহ মণ্ডপত, বাহিৰে ভিতৰে সকলো কাম কাজৰ নিৰ্দ্দেশ দিওঁতাও মইনা মাহী। গতিকে বিয়া ঘৰ এৰি বেছি পৰ বাহিৰত থকাটো তেওঁৰ পক্ষে সম্ভৱ নহয়। মীনাৰ সেয়ে কপাল ভাল, ডাবি-ধমকিৰ পৰ্বটো চুৰ্‌চুৰীয়াভাবেই শেষ হৈ যায়।

বিয়া ঘৰলৈ ভাল এসাজ বন্‌কৰা মেখেলা চাদৰ পিন্ধি যোৱাৰ কথা মীনাৰ মনত উদয় নোহোৱা নহয়। কিন্তু মুৰা-মুৰি সময়ত মাজ নিশা দুয়োৰে গ পুত পদ যাত্ৰাৰ আগতে আকৌ পোছাক সলাই লবলৈ সময় পাব নে নেপায়, সেই কথা ভাবিয়েই, সাধাৰণ পোছাক সাজেই পিন্ধি লৈছিল। কিন্তু সেইবোৰ কথা মইনা মাহীৰ আগত ব্যক্ত কৰাতো সম্ভৱ নহয়।

গতিকে নিৰ্দ্দেশ মতেই উপায়হীন মীনাই বন্‌কৰা পাতৰ কপোৰ এসাজ উলিয়াই লৈ লৰালৰিকৈ পিন্ধে। তাৰ পাছত মাহীৰ 'ইন্‌স্‌পেক্‌চন ৰ কাৰণেই যেন তেওঁৰ সমুখত থিয় দিয়েহি।

মাহীয়ে খৰ্‌খেদা কৰি নিজৰ পোছাক-পৰিচ্ছদ পিন্ধি লোৱাৰ মাজতেই এবাৰ ওপৰে ওপৰে মীনাৰ ওপৰত চকু ফুৰাই চাই লয়। তাৰ পাছত ওচৰ চাপি আহি, সামান্য কোঁচ খাই থকা মীনাৰ চাদৰখন ঠিক কৰি দিয়ে। মুখৰ ওপৰত চকু ফুৰাই, কপালৰ ওপৰত পৰি থকা চুলিৰ আগডালো পৰিপাটি কৰি দি গালৰ ওপৰতো এবাৰ আলফুলে হাতখন বুলাই দিয়ে ।

'মুখত কিবা অলপ সানি লব নোৱাৰিলি হ'ব পাই? আৰু ডিঙিটো সুদা কেলেই? চাওঁ...'

কথাৰ লগতে নিজৰ ডিঙিৰপৰাই মনি এধাৰি খুলি লৈ মীনাৰ ডিঙিত মাহীয়ে পিন্ধাই দিয়ে। তাৰ পাছত মীনাৰ সম্পূৰ্ণ অৱয়ৱটো এবাৰ চাই লৈ পৰিতৃপ্তি সহকাৰেই হুকুম কৰে—এইবাৰ ব'ল যাওঁ .'

মীনাৰ অন্তৰখন কিবা এটা গভীৰ বেদনাত তোলপাৰ কৰি উঠে। চকু দুটাও উপচি উঠিব খোজে অবুজ চকুলোৰে। সাহ নহয় মূৰ তুলি এবাৰ মাহীৰ মুখখন চাই লবলৈ!

তাৰ পৰিৱৰ্তে হুকুম মতেই মাহীৰ পিছে পিছে খোজ দিয়ে। এবাৰ চকা ম কাকৈ দৰত অঞ্জনক দেখে যদিও তেওঁৰ ফালে চাবলৈকো মীনাৰ সাহ নহয়।

'অঞ্জন ক'ত অ' মীনা...?

মাইনা মাহীৰ আকস্মিক প্ৰশ্নত মীনাৰ বুকুখন হঠাৎ চিৰিংকৈ উঠে। এবাৰ সেপ ঢ কি লাহেকৈ উত্তৰ দিয়ে ...।

'জানো....গধূলিতে এবাৰ দেখিছিলো। বোধকৰো বিয়া ঘৰতে আকৌ কাম-কাজ লৈ ব্যস্ত হৈ থাকিব পাই... !'

'কাম-কাজ কৰি ফলাইছে মোৰ বোপাইয়ে··· !'

মন্তব্যটোৰ বাহিৰে আন একো নকৈ মাহীয়ে মাথো নিঃশব্দে বঢ়াই দিয়ে খোজৰ গতি···।

# আঠ

মাত্র তিনিটা দিনৰ ব্যৱধান। কিন্তু এই তিনিটা দিনতে কল্পনাতীত পৰিৱৰ্ত্তন হৈ যায় মইনা মাহীৰ গোটেই ঘৰখনৰ। তাৰ লগতে পৰিৱৰ্ত্তন হয় মাহীৰ ৰঘুকাইৰ আৰু কিছু পৰিমাণে ভুঞা ডাঙৰীয়াৰো। কিন্তু মইনা মাহীৰ পৰিৱৰ্ত্তনৰ লগত একোৰে তুলনা নহয়।

কোনোবা হেৰোৱা অতীজৰেপৰা, খোজে প্ৰতি, প্ৰতি কথাত সদায় জয়ী হৈ অহা নানহুগৰাকী যেন হঠাৎ ভয়ঙ্কৰভাৱে পৰাজিত হৈ যায় জীৱন যুদ্ধত। আকস্মিক অপ্ৰত্যাশিত এই পৰাজয়। কল্পনাতিত অবিশ্বাশ্য গোটেই ঘটনাটো। তথাপি সি ঘটে।

বিয়া ঘৰৰপৰা শেষ ৰাতি চাৰি বজাত ক্লান্ত হৈ ঘূৰি আহি, অঞ্জন-মীনা এটাকো ঘৰত নেদেখি তেওঁ ভাবি থৈছিল, বিয়া ঘৰতে বন্ধু-বন্ধৱীৰ লগত ৰং ৰহইচ কৰি থাকোতে দুয়ো হয়তো সময়ৰ কথা পাহৰিছে। পলমকৈ হলেও দুয়ো ঘূৰি আহিবই।

তাকে ভাবি নিশ্চিত মনেই মইনা মাহী শুই পৰিছিল।

কিন্তু ঘণ্টাদিয়েকৰ পাছতে, ৰঘুকাইৰ বিকৃত চিঞৰত মইনা মাহীৰ টোপনি ভাঙি যায়। উঠি আহি, সকলো কথাৰ বুজ লৈ বিশ্বাস কৰক চাৰি, ৰঘুকাইৰ অনাৱশ্যক অস্থিৰতা দেখি তাকহে ডাবিয়াই উঠিছিল। কিন্তু সময় যোৱাৰ লগে লগে আন চাৰিও ফালে বিচাৰ-খোচাৰ কৰিও যেতিয়া ক'তো কোনেও একো সুংসূত্ৰ উলিয়াব নোৱাৰিলে, সন্দেহাতিত বুলি বুজিব পাৰিলে অঞ্জন-মীনা দুয়ো প্ৰকৃততে ঘৰ এৰি গৈছে, তেতিয়া প্ৰথম মুহূৰ্ত অন্ধ খঙত মইনা মাহী প্ৰায় বলিয়া হৈ উঠিছিল। চিঞৰত, নিষ্ফল গৰ্জনত ঘৰখনৰ মুধচ পৰ্যন্ত কঁপাই তুলিছিল।

কিন্তু লাহে লাহে সময়বোৰ পাৰ হৈ যোৱাৰ লগে লগে, অন্ধ খঙৰ পৰিৱৰ্ত্তে অসহ্য হতাশাত, মৰ্ম্মান্তিক বেদনাত, দুখত মইনা মাহী একবাৰে ভাঙি পৰে। তথাপি যিটো ঘটিলে তাক যেন কোনো মতেই বিশ্বাস কৰিব নোৱাৰে। নিৰাশাৰ মাজতো প্ৰতি মুহূৰ্ত্ত আশা কৰে, সন্দেহবোৰ, মিছা; ই সম্ভৱ নহয়, অলপ বেলিৰ মূৰতে দুয়ো নিশ্চয় ঘূৰি আহিব…।

কিন্তু অঞ্জন-মীনা আৰু ঘূৰি নাহে। এপৰ এপৰকৈ এটা সম্পূৰ্ণ দিন পাৰ হৈ যায়। তাৰ পাছত দ্বিতীয় দিন, তৃতীয় দিনো পাৰ হৈ যায় আৰু তাৰ লগে লগেই অস্থিৰ অসংযত হৈ গোটেই ঘৰখন হুলস্থুল লগাই থকা দুৰ্দান্ত প্ৰতাপী মাহীআইও যেন হঠাৎ অদ্ভুতভাৱে শান্ত হৈ পৰে।

গোটেই পৰিস্থিতিটোৰে এটা পৰিৱৰ্ত্তন আহে। লাহে লাহে দিন-বোৰ পাৰ হৈ যোৱাৰ লগে লগে মাহীয়ে ঘৰখনৰ ওপৰত নিজৰ সকলো প্ৰতাপ স্বইচ্ছাই এৰি দিয়ে। ভুঞা ডাঙৰীয়া, ৰঘুকা, আনকি ঘৰে-বাহিৰে কাম কৰি ফুৰা চাকৰকেইটাকো টান কথা কোৱাৰ অন্ত পৰে।

দেখিলেই সম্ভ্ৰম দাবী কৰিব পৰা ব্যক্তিত্বৰে দেখনীয়াৰ প্ৰতাপী মানুহগৰাকী এই কেইদিনতে যেন দয়াৰ পাত্ৰী হৈ উঠে। গভীৰ নিৰুত্তাপ নৈৰাশ্যতে যেন মাইনা মাহীয়ে এতিয়া বিনা কাৰণত ঘৰৰ ইকোঠা সিকোঠা কৰি ঘূৰি কোঠাত ফুৰে। সময়ে সময়ে অঞ্জনৰ কোঠাত সোমাইহি— মীনাৰ কোঠাত সোমাইহি। কোঠাৰ প্ৰতি বস্তুৰ ওপৰতে এবাৰ নিঃশব্দে চকু ফুৰাই যায়।

যোৱাৰ আগতে মীনাই পৰিষ্কাৰ পৰিপাটিকৈ পাৰি থৈ যোৱা অঞ্জনৰ আৰু নিজৰ বিছনা দুখন, কোঠা দুটা যেনেভাৱে এৰি গৈছিল, এতিয়াও ঠিক তেনেদৰেই আছে। তাৰ সামান্যতম পৰিৱৰ্ত্তনো মইনা মাহীয়ে কাকো কৰিবলৈ দিয়া নাই।

কোঠা দুটা দেখিলেই মাহীৰ ধাৰণা হয়, সিহঁত যেন সঁচাই গুচি যোৱা নাই। ঘৰৰ পিছফালৰ লুইতৰ পাৰৰ ওখ গৰাটোৰ ওপৰতহে যেন দুয়ো অলপ সময়ৰ কাৰণে ফুৰিবলৈ গৈছে। গধূলি হোৱাৰ লগে লগেই দুয়ো নিশ্চয় ঘূৰি আহিব...।

কিন্তু এটা গধূলিৰ পাছত আৰু এটা গধূলি আহে— যায়। নাহে মাথো অঞ্জন আৰু মীনা। অসহ্য দুখত মাহীআইৰ চকুফাটি ওলাই আহে চকুলো। সেই চকুলোৰ মাজেৰেই তেওঁৰ চকুত পৰে, অঞ্জনৰ কোঠাৰ টেবুলৰ চেপাত অঞ্জনেই হয়তো কেতিয়াবা সোঁত-মোছকৈ পেলাই দিয়া পৰিত্যক্ত ছবিখনৰ ওপৰত।

.. গোটেই জীৱনটো ছবি মাত্ৰকে চকুৰ হুল যেন দেখি অহা মইনা মাহীৰ ওচৰত আজি কিন্তু সেই পৰিত্যক্ত ছবিখনেই এটা বেলেগ ৰূপত দেখা দিয়ে। আগবাঢ়ি গৈ মাহীয়ে ছবিখন বুটলি আনে। তাৰ পাছত গভীৰ মৰমতে যেন তাক জাৰি-জোকাৰি টেবুলৰ ওপৰত আলফুলকৈ সজাই থয়। তাৰ পাছত সেই ছবিলৈকে চাই চাই ক'ব নোৱাৰাতে যেন মুখৰপৰা ওলাই আহে দুখ, হতাশা অভিমান মিহলি আক্ষেপ ...।

...বহুত আশা লৈ তহঁতক ডাঙৰ দীঘল কৰিছিলো। কিন্তু কোনো দিন সপোনতো এবাৰ ভবা নাছিলো যে তঁহত দুয়ো এনেকৈ মোক এৰি গুচি যাব পাৰিবি! অকৃতজ্ঞ তহঁত! তহঁতে নুবুজিলি মোৰ অন্তৰত যে তহঁত দুটাৰ প্ৰতি কিমান হেপাহ, মৰম—কিমান পৰিকল্পনা জমা হৈ আছিল।—শাসন কৰিছিলো, ডাবি ধমক দিছিলো, সি যে অকল তহঁতৰ ভৱিষ্যতৰ ভালৰ কাৰণেই তাক কিয় তহঁতে নুবুজিলি? মোৰ বাহ্যিক কঠোৰতাকণেই তহঁতৰ ওচৰত সত্য হ'ল? কিন্তু মোৰ অন্তৰৰ শূন্যতা, মোৰ আশা, মোৰ চেনেহ, মোৰ হেপাহ, মোৰ ব্যৰ্থতা সেইবোৰ একো নেদেখিলি? একো এটা নুবুজিলি?... হৃদয়হীন...নিষ্ঠুৰ— নিষ্ঠুৰ তহঁত—!

টেবুলৰ কাষত থকা অঞ্জনৰ পৰিত্যক্ত চকীখনতে স্তব্ধ হৈ মইনা মাহী বহু সময়লৈ বহি ৰয়।...দুপৰীয়াৰেপৰা অ'ত ত'ত ঘূৰি ঘূৰি কোঠাৰ দুৱাৰডলিত আহি থিয় দিয়া ভুঁঞা ডাঙৰীয়াক দেখি মইনা মাহীৰ চমক্ ভাঙে। চকু ঘূৰাই বহুত আশা লৈয়ে তেওঁৰ মুখলৈ চাই

'কিবা খবৰ পালেনে... ?'

তাৰ উত্তৰত ভুঁঞাই লাহে লাহে মূৰ জোকাৰে... ।

'ওঁহো, নাই পোৱা। সিহঁতৰ আশা এৰা। ঘূৰি আহিবলৈ সিহঁত দুয়ো ইয়াৰপৰা যোৱা নাই··· ।'

'কেনৈ ঘূৰি নাহিব ? নাহিব কেলৈ ? সৰুৰেপৰা তুলিতালি ডাঙৰ-দীঘল কৰাৰ প্ৰতিদান সিহঁতে এনেকৈয়ে দিব নেকি ? ···কোন মাকে বাৰু ল'ৰা-ছোৱালীক ডাবি-ধমকি নিদিয়ে ? সিহঁতৰ প্ৰতি মোৰ মৰম-চেনেহ-হেপাহ নাই বুলি সিহঁতে কিয় ভাবি লব ?'

'নেভাবিনো কৰিব কি ?'

মইনা মাহীৰ কথাত ভূঞা ডাঙৰীয়াই অলপ টানকৈয়ে উত্তৰ দিয়ে

'সিহঁতৰ প্ৰতি যে তোমাৰ মৰম-চেনেহ আছে, সেইটোনো সিহঁতক বুজিবলৈ সুবিধা দিছিলা কিমান ? সদায়েতো হকতো—নহকতো বকাবকি, লাঞ্ছনা-গঞ্জনাকে কৰি অহা দেখিলো···।'

ভূঞাৰ কথাত মইনা মাহী বহু সময় টলকা মাৰি ৰয়। শান্ত-শিষ্ট, স্বল্পবাক্ মানুহজনেও যে ল'ৰা-ছোৱালী দুটা গুচি যোৱাত, পেটে পেটে যথেষ্ট আঘাত পাইছে তাক তেওঁৰ কথাৰ সুৰতেই প্ৰথম উপলব্ধি কৰে। সিহঁতৰ প্ৰতি কৰা নিজৰ ব্যৱহাৰ স্মৰণ কৰি লাহে লাহে মইনা মাহীৰ মুখত আক্ষেপৰ সুৰ ফুটি উঠে...।

'...হয়তো ভুলেই কৰিছিলো। সিহঁতক সংশোধন কৰাৰ যি পন্থা লৈছিলো — সি হয়তো অলপ কঠোৰ হৈছিল ; ময়ো হৈ উঠিছিলো নিষ্ঠুৰা। ···নাই নাই, এইবাৰৰপৰা সেই ভুল পন্থা মই একেবাৰে এৰি দিম। আৰু মই নিষ্ঠুৰা নহওঁ। সিহঁত মাথো আকৌ ঘূৰি আহক। মই এইবাৰ সিহঁত দুয়োকে বুজাই দিম, খং-ৰাগ কৰাৰ বাহিৰেও যে সিহঁতৰ মাহীআইয়ে বুকু উজাৰ কৰি মৰম-চেনেহ কৰিবও জানে··· ।'

'খুব ভাল কথা।' ভূঞা ডাঙৰীয়াই মাহীৰ কথাৰ অন্তত যোগ নকৰাকৈ থাকিব নোৱাৰে—

'পাছে তোমাৰ বুজবুৰাটো দেখিছো বৰ পলম কৈ উপলব্ধি কৰিলা। এতিয়া তোমাৰ অলপ মৰমৰ আশাত যে সিহঁত দুয়ো আকৌ তোমাৰ ঘৰলৈ উভতি আহিব তাৰ আশা বৰ বেছি নকৰিবা। বছৰৰ পাছত বছৰ ধৰি, অশেষ গঞ্জনা সহি, গালি-শপনি খাইয়ো সিহঁতে সিহঁতৰ জীৱনৰ যিটো হেপাহক পৰিত্যাগ কৰিব নোৱাৰিলে আৰু যিটোক জীয়াই ৰাখিবলৈকে সম্ভৱ ইমান অকৃতজ্ঞৰ দৰে গৃহত্যাগী হ'ল ; সেই হেপাহৰ মৃত্যু সিহঁতে নিবিচাৰে দেখিয়েই হয়তো পুনৰ এইখন ঘৰলৈ কেতিয়াও ঘূৰিও নাহে।'

মইনা মাহীয়ে এই সকলো বুজে, পেটে পেটে স্বীকাৰো কৰে, তথাপি অবুজৰ দৰে মাজে মাজে চিঞৰি উঠে --

'নাহিলে কেনেকৈ হ'ব ? মীনা-অঞ্জন যোৱা দিন ধৰি মোৰ যে কেনেকৈ দিন-বোৰ গৈছে তাক মোৰ বাহিৰে আন কোনে বুজিব ? গোটেই ঘৰখনেই যেন হঠাৎ লক্ষ্যহীন—কাণ্ডাৰীহীন হৈ পৰিছে। তাৰোপৰি মই অকলেই বা থাকিম কি লৈ? সিহঁত দুটাৰ ভৱিষ্যৎ লৈ মোৰ কিমান পৰিকল্পনা—কিমান আশা আছিল। ..সিহঁত নাহিলে কাৰ কাৰণে আমি থৈ যাম এই ঘৰ···এই বাৰী ? নিজেই উদ্যোগী হৈ সম্বন্ধহীন মালতীৰ বিয়াখন ময়েই দিয়ালো, অথচ মোৰ নিজৰ দুটাক লৈ কৰিলো কি ? ইমান দিনেতো সিহঁতৰ সংসাৰখনেই পাতি দিয়া

নহ'ল। ইয়াত যেনিবা সকলোৱে জানিছিল, কিন্তু বাহিৰৰ পৃথিৱীত সিহঁতে আজি নিজৰ নিজৰ কি পৰিচয় দিছে? . নাই, নাই এইবোৰ কথাই কথা নহয়। আপুনি আকৌ যাব লাগিব।

'...ইয়াৰ ডাঙৰ সৰু চহৰকেইখনৰ ক'তো সিহঁত থকাৰ সম্ভাৱনা নাই .. সেই সাহসো নহ'ব। সেইবোৰৰ কতো বিচাৰি নেপালে যেতিয়া, ঠিক জানিব সিহঁতে নিশ্চয় অসম এৰি গৈছে। হয়তো কলিকতালৈকে গৈছে। আপুনি তালৈকে যোৱাৰ ব্যৱস্থা কৰক। ময়ো যাম। তাৰে ক'ৰবাত আমি সিহঁত দুয়োটাকে নিশ্চয় বিচাৰি পাম...!'

মইনা মাহীৰ কথাত ভূঞা ডাঙৰীয়াৰ মুখত করুণ হাঁহি ফুটি উঠে...

'এবা নিশ্চয় পাম। তোমাৰ মানত – কলিকতা মহানগৰীৰ লক্ষ লক্ষ লোকৰ মাজত, এহাল অখ্যাত অচিনাকি ল'ৰা-ছোৱালীক বিচাৰি নেপোৱাৰ কোনো যুক্তি নাই কি কোৱা?

'...বেচ্, তোমাৰ কথা মতে মই বাৰু তালৈকে যাম। কিন্তু সিহঁতক ঘূৰাই আনিব পৰা নোৱাৰাটোত মোৰ কোনো হাত নাই। প্ৰথম কথা, সিহঁতক বিচাৰিয়ে নেপাম। দ্বিতীয়তে কোনো ভৌতিক যাদুৰ সহায়ত কিবা প্ৰকাৰে পালেও অহা-নহাটো সম্পূৰ্ণ নিৰ্ভৰ কৰিব সিহঁতৰ ইচ্ছাৰ ওপৰত। জানাই নহয়, সিহঁত দুয়ো এতিয়া আৰু নাবালক হৈ থকা নাই। আইন মতে সিহঁতৰ ওপৰত তোমাৰ বা মোৰ কোনো দাবীয়েই নাই... ।'

'কানো দাবী নাই?'

হঠাৎ অসহ্য দুখত বিবৰ্ণ হৈ যায় মইনা মাহীৰ মুখখন। প্ৰায় যেন আৰ্ত্তনাদ কৰি উঠাৰ দৰেই প্ৰশ্ন কৰে—

'কোনো দাবীয়েই নাই? এজনী মাক হৈ দিব পৰা সকলো নিঃশেষে দান কৰি, মোৰ এই দুখন হাতেৰে এহাল শিশুৰ সকলো দাবী, আব্দাৰ স্বীকাৰ কৰি, সিহঁতক তুলিতালি ডাঙৰ-দীঘল কৰিলো মই,— আৰু মোৰেই আজি সিহঁতৰ ওপৰত কোনো দাবী নাই? তেন্তে দাবী আছে কাৰ...? ...মানুহৰ অন্তৰৰ সূক্ষ্ম অনুভূতি, স্নেহ, দয়া-মায়া, দুখ, হাহাকাৰ সকলো উপেক্ষা কৰি, যি-কেইটা নিৰস কঠুৱা পন্ডিতে আইনখন সৃষ্টি কৰিলে দাবী সিহঁতৰ? ক'লেই হ'ব নেকি? ...যাওক, সেইবোৰ মই একো নুশুনো।'

মইনা মাহীৰ অস্থিৰতা দেখি ভূঞা ডাঙৰীয়াই লৰালৰিকৈ বাধা দিবলৈ চেষ্টা কৰে –

'বাৰু, বাৰু! মই যাম বুলি কৈছোৱেই নহয়! ...ই ৰঘু ঘূৰি আহিলেনে নাই?'

'নাই অহা।'

নাই অহা? আজি পাঁচ-ছয়দিন হৈ গ'ল, তথাপি ঘূৰি অহা নাই? তাক যাবলৈ দিয়াই তোমাৰ ভুল হৈছিল।'

'যাবলৈ নিদি বাৰু মই কি কৰিব পাৰিলোহেঁতেন, আপুনিয়েই কওকচোন। অঞ্জন-মীনা যোৱাৰ দিন ধৰি তাৰ অৱস্থাটো আপুনি নিজেই দেখিছে নহয়...। . খোৱা বোৱা এৰি, শোৱা এৰি, উন্মাদ বলিয়াৰ দৰে ঘৰে বাহিৰে গোটেই-খন গাঁৱতে কি খন কৰি ফুৰা নাই সি? তাৰ দুখ দেখি সময়ত মই মোৰ নিজৰ

দুখো পাহৰি যাওঁ। সিয়ো যে কিটো আঘাত পাইছে বুজা নাইনে— ।'

কোঠাৰ মাজত লাহে লাহে তহল দি ভূঞা ডাঙৰীয়াই কৈ যায়... ।

'নুবুজিম কিয়, আঘাত সি যে বাৰুকৈয়ে পাইছে তাক আৰু ক'ব লাগিছে নে? দুয়োটাকে জানো কম ভাল পাইছিল সি! তাৰ কান্ধত, বোকোচাত উঠিয়েতো দুয়ো ডাঙাৰ-দীঘল হ'ল··· ! তথাপি মানুহৰ দুখ-শোক চিৰস্থায়ী নহয়। তাৰো এদিন মনৰ দুখ-শোক পাতলি আহি'লেহেতেন! সেইবোৰ ভাবিয়েই তোমাৰ তাক তেনেকৈ অকলে অকলে চহৰলৈ যাবলৈ এৰি দিয়া উচিত নাছিল। চহৰৰ চাৰিসীমা চলাঠু কৰি মই যাক বিচাৰি উলিয়াব নোৱাৰিলো, চহৰৰ তলা-নলা নোপোৱা জনাৰণ্যত, ৰঘুৰ নিচনা হোজা মানুহ এটাই সিহঁতক বিচাৰি উলিয়াব পাৰিব বুলি তুমিয়েইবা কেনেকৈ বিশ্বাস কৰিলা··· ?'

ভূঞা ডাঙৰীয়াৰ কথাত অনুতপ্তৰ সুৰ ফুটি উঠে মইনা মাহীৰ ওঁঠত...

'সেই কথা ময়ো বিশ্বাস কৰিব পৰা নাই। তাৰ অৱস্থা দেখিয়েই সহ্য কৰিব পৰা নাছিলো। তথাপি প্ৰথমে তাক যথেষ্ট বাধা দিছিলো। কিন্তু খোৱা-শোৱা এৰি বুঢ়া মানুহটোৱে যদি কান্দি-কাতি জেদ্ ধৰে অঞ্জন-মীনাক বিচাৰি সি যাবই লাগিব, য'লৈপৰা হওক যিমান দিনলৈ হওক, সিহঁত দুয়োটাকে সি বিচাৰি আনিবই, তেনে অৱস্থাত মই তাক যাবলৈ নিদি আৰু কি কৰিব-পাৰো ?'

মাইনা মাহীৰ কথাত ভূঞা ডাঙৰীয়া হঠাৎ চিন্তিত হৈ উঠে ..

'যিমান দিনেই হওক মানে? সি সেইয়া কি কৈ গ'ল তোমাক ? ল'ৰা-ছোৱালী হালক বিচাৰি নোপৱালৈকে সি গোটেই পৃথিৱীখনেই ভ্ৰমি ফুৰিব নেকি? ঘৰলৈ ঘুৰি নাহে ?'

'নাহি আৰু ক'লৈ যাব? বিচাৰি পাওক নেপাওক, পৃথিৱী ভ্ৰমি বিচাৰি ফুৰিবলৈ তাৰ ইচ্ছা থাকিলেও, সঙ্গী হিচাপে কেইটা টকানো লগত লৈ গৈছে ? হাতৰ পইচাকেইটা শেষ হোৱাৰ লগে লগে অনিচ্ছা সত্বেও সি বাধ্য হৈয়ে ঘুৰি আহিব। আপুনি চিন্তা কৰিছে কিয় ?'

ভূঞা ডাঙৰীয়াই চিন্তা যে কিয় কৰিছে, তাক সেই মুহূৰ্ত্ততে মাইনা মাহীক খুলি ক'বলৈ তেওঁৰ সাহস নহয়। কাৰণ তেওঁৰ মনলৈ হঠাৎ যিটো ভাব আহিছে —যিটো সন্দেহ কৰিছে, সি সঁচা হ'বলৈ হ'লে যে ঘৰখনত নতুনকৈ এটা হুল-স্থুল হোৱাও একো বিচিত্ৰ নহয়। সেয়ে তেওঁ থিতাতে একো উত্তৰ নিদি লাহে লাহে মইনা মাহীৰ ওচৰৰপৰা আঁতৰি যায়। তেওঁ নিঃসন্দেহে বুজিব পাৰে মাইনা মাহীৰ হুকুম মতে অঞ্জন-মীনাক বিচৰাৰ পৰিৱৰ্ত্তে, এইবাৰ হয়তো ৰঘুক বিচাৰিয়েই তেওঁ বাধ্য হৈ যাব লগীয়াত পৰিব।

...কিন্তু গ'লেই যে তেওঁ তাক বিচাৰি পাব, সেই আশাও কিয় জানো তেওঁৰ অলপো নহয়। সন্দেহ জন্মে, ৰঘুক বিচাৰি পোৱা আৰু নোপোৱা, এতিয়া দুয়োটাই হয়তো দৈৱৰ হাতত !

...হঠাৎ অসহায় বেদনাত মনটো তেওঁৰ ভৰি যায়। তথাপি পাছ দিনা পুৱাই চহৰ অভিমুখে ৰাওনা হৈ যাবলৈ ভূঞা ডাঙৰীয়াই অলপো হেলা নকৰে — ।

মলয় বোপা। আৰু কিমান দূৰ বাট আছে? আমি কেতিয়ামানে পামগৈ ··?

যোৱা চল্লিছ ঘণ্টাৰ ভিতৰত খুব কমেও চাৰিকুৰি চল্লিছ বাৰ সেই একেটা প্ৰশ্ন সহযাত্ৰী ৰঘুকাইৰ মুখত মলয়ে শুনি আহিছে, কিন্তু তথাপি ধৈৰ্য্যচ্যুতি ঘটা নাই। মলয় সৰকাৰৰ ধৈৰ্য্য আছে। ··কমাৰ্শিয়েল্ ফাৰ্ম এটাৰ ৰিপ্ৰেজেন্টেটিভ্ মলয়। প্ৰায় প্ৰতি মাহে দুই তিনিবাৰ কলিকতা-অসম কৰেই। সেয়ে স্থানীয় ভাষাটো ভালকৈয়ে আয়ত্ব হোৱাত ৰঘুকাইৰ কথা বুজাত মলয়ৰ কোনো অসুবিধা হোৱা নাই।

'...গগন বাবুৰ জৰিয়তেই মলয় সৰকাৰৰ লগত অৰুণৰ প্ৰথম চিনাকি। বয়সত দুয়ো সমনীয়া হোৱাত বন্ধুত্বটোও প্ৰথমৰেপৰাই বেচ্ হৈ উঠিছে। অঞ্জনৰ লগত তেওঁৰ বন্ধুত্ব পকা নহ'লেও দুয়ো দুয়োৰে বেচ্ পৰিচিত।

কিন্তু ৰঘুকাইৰ লগত মলয় সৰকাৰৰ যোগাযোগ অলপ বিচিত্ৰ। তাৰ ক্ষুদ্ৰ ইতিহাসটো ৰচনা হৈছে অঞ্জন-মীনাই ঘৰ এৰি যোৱাৰ এমাহ পাছত —।

চহৰত থকা অৰুণৰ নতুন মেচ্‌টোলৈ ৰঘুকা জীৱনত এবাৰনে দুবাৰহে আহিছিল তাকো ভূঞা ডাঙৰীয়াৰ লগত কিবা কামত। অকলে সি কোনো দিন অৰুণৰ তালৈ অহা নাই, আনকি চহৰলৈকো ৰব বেছি অহা-যোৱা কৰিবলগীয়া হোৱা নাই।

দিন দিয়েক আগত সেই ৰঘুৱেই অৰুণৰ ঘৰত হঠাৎ অৰ্দ্ধ উন্মাদ অৱস্থাত উদয় হোৱা দেখি অৰুণ বিচলিত হৈ পৰে। জানিছিল, মীনা-অঞ্জনক বিচাৰি ৰঘুকা এদিন নহয় এদিন নিশ্চই আহিব, কিন্তু এনে এটা মৰ্ম্মান্তিক কৰুণ অৱস্থাত যে আহিব পাৰে তাক অৰুণে কল্পনাও কৰা নাছিল।

তাৰ শুকান মুখত বহুদিন খুড় নেদেখা এসোপা দাড়ি। মূৰত তেল-ফণি নপৰা ফপৰীয়া বিশৃঙ্খল চুলি। গাব কাপোৰ-কানি মলিয়ন। চকু গাতলৈ সোমোৱা। উদভ্ৰান্ত অস্থিৰ লাগ-বান্ধ নোহোৱা মুখৰ কথা। মাহীৰ দৰে ৰঙা হৈ থকা চকু দুটাৰ বলিয়া দৃষ্টি··।

অৰুণক দেখাৰ লগে লগে ৰঘুকাই নিজক আৰু থিৰেৰে ৰাখিব নোৱাৰিলে। স্থান কাল পাহৰি অসহ্য শোকত কান্দি উঠে। বিপন্ন হৈ উঠা অৰুণৰ কোনো কথাই গ্ৰাহ্য নকৰি চকুৰ পানীৰ লগতে অবিৰাম গতিত চলাই যায় তাৰ বুকুত জমা হৈ থকা বহুত অভিযোগ, বহুত অভিমান— বহুত দাবী!—সেই মুহূৰ্ততে তাক অঞ্জন-মীনাৰ ওচৰলৈ অৰুণে লৈ যাব লাগিব। অৰুণৰ কোনো ধৰণৰ কোনো ওজৰ আপত্তি সি নুশুনে।

অৰুণে যিমানেই ৰঘুকাইক বুজাবৰ চেষ্টা কৰে— প্ৰবোধ দিবলৈ চেষ্টা কৰে,

লগতে অঞ্জন-মীনা ক'লৈ গ'ল সেইবোৰ একো এটা নেজানে বুলি তাক পতিয়ন নিয়াবলৈ চেষ্টা কৰে, সিমানে ৰঘুকাইৰ বলিয়ালি বাঢ়ি যায়। অঞ্জন-মীনাৰ কাল্পনিক দুখত দুঃচিন্তিত হৈ দুগুণে চকুলো টোকে।

নিৰুপায়ত পৰি অৰুণে শেষত বাধ্য হৈয়ে প্ৰকাশ কৰে—

'ৰাঘুকা! হ'ল বাৰু, এইবোৰ কন্দা-কটাবোৰ বন্ধ কৰ। অঞ্জন মীনাৰ ওচৰলৈ তই যাব খুজিছ খুব ভাল কথা, মই লৈ যাম...।'

এই প্ৰথম অৰুণৰ কথাত নতুন সুৰ শুনি ৰঘুকাইৰ মুখত মাত বোল নাইকিয়া হয়। ঠিক বিশ্বাস কৰিবলৈ টান পাই অৰুণৰ কথা। ৰঘুকাইৰ সাময়িক অৱস্থাটো লক্ষ্য কৰি অৰুণে অলপকৈ হাঁহি প্ৰশ্ন কৰে—

'কি হ'ল? যাবি?'

'তই, তই সঁচাই কৈছ? মোক লৈ যাবি সিহঁতৰ ওচৰলৈ?

কথাৰ লগতে অৰুণৰ হাত এখন আকুল হৈ সাৱটি ধৰি কৈ যায়—

'মোৰে শপত অৰুণ! মোৰ এই বুঢ়া জীৱটো লৈ আৰু ধেমালি নকৰিবি বোপাই ...।'

ৰঘুকাইৰ মুখত ফুটি উঠা আগ্ৰহ উৎকণ্ঠাক উপেক্ষা কৰিব নোৱাৰি শেষত এদিন অৰুণে সকলো প্ৰকাশ কৰি পেলাই।

'ধেমালি কিয় কৰিম? নিম বুলি ক'লোৱেই নহয়। এই কেইদিন মইনা মাহী, মহাদেউৰ ওচৰত অপৰাধী হৈ থাকো বুলিয়েই, বাধ্য হৈ তোৰ লগতো অলপ চতুৰালি কৰিবলগীয়া হৈছিল। লগতে তোক এবাৰ জুখিও চালো, তোৰ ওচৰত অঞ্জন-মীনা ডাঙৰ নে যিখন ঘৰত জীৱনৰ ত্ৰিছটা বছৰ কটাই দিলি সেইখন ঘৰৰ মাইনা মাহী আৰু মহাদেউ ডাঙৰ। যদিও তাৰ উত্তৰটো মই আগতেই জানো, তথাপি নিজৰ অপৰাধী মনটোক প্ৰবোধ দিবলৈকে খোলাখুলিকৈ তোক একো কোৱা নাছিলো...।'

ৰঘুকাই অকবাৰ দৰেই অৰুণৰ মুখলৈ চাই ৰয়—

'তইনো সেইবোৰ কি কৈছ মই দেখো একো বুজা নাই... !'

'বুজিবলৈ আৰু কিটো আছে?... মূল কথা হ'ল অঞ্জনহঁত ইয়াৰপৰা যোৱাৰ আগতেই তোৰ বিষয়ে সকলো ব্যৱস্থা কৰি গৈছে। যাতে তই সময় হ'লেই আৰু ইচ্ছা কৰিলেই দুয়োৰে ওচৰলৈ যাব পাৰ। মীনাইতো তোৰ কাৰণে চকু পানীৰেই বাৰে বাৰে মোক কৈ গৈছে, তোলৈকে সদায় দুয়ো অপেক্ষা কৰি থাকিব। তই নোযোৱালৈকে, নতুন ঠাইত মীনাই কেতিয়াও নিভঁয়ে থাকিব নোৱাৰিব।... তোলৈ দুয়োৰে বৰ মৰম ৰঘুকা...।'

অৰুণৰ কথাত প্ৰথমে ৰঘুকাইৰ মুখত পৰিতৃপ্তিৰ হাঁহি দেখা দিয়ে, কিন্তু পিছ পাকতে হঠাৎ যেন অগ্নি খণ্ডত টিঙৰি-তুলাৰ দৰে সি জ্বলি উঠে।

'মৰম! মোলৈ সিহঁতৰ মৰম? নিধকহঁত! মৰম দেখুৱাইহে ব'বলা মোক এনেকৈ পেলাই থৈ, এই এটা মাহ এনে নৰক যন্ত্ৰণা ভুগিবলৈ এৰি দি সিহঁতে... সিহঁতে...

খং, ৰাগ অভিমানত যেন ৰঘুকাইৰ কণ্ঠনলী সোপা মাৰি ধৰেহি। উপায়হীন হৈ অসহায়ভাৱে এবাৰ কান্দি পেলাই। কিন্তু খন্তেক পাছতে চকুলোৰ মাজেদিয়েই লাহে লাহে তাৰ মুখত বিৰিঙি দেখা দিয়ে হাঁহি। অপৰিসীম তৃপ্তিৰ কল্পনাতীত

আনন্দৰ যেন হাঁহি।

চকুলো আৰু হাঁহি ভৰা তাৰ সেই বিচিত্ৰ মুখখনলৈকে চাই অৰুণে লাহেকৈ সোধে—

'পিছে ৰঘুকা! মাইনা মাহী, মহাদেউৰ লগতে চিৰ জনমৰ গাঁওখন এৰি যাবলৈ তোৰ জানো বেয়া নেলাগিব? আৰু মাহীখাইহঁতকেই বা এনেকৈ এৰি যোৱাটো তোৰ উচিত হ'ব জানো?'

ৰঘুৰ চকুৰে মুখে আকৌ দুৰ্ভাবনা দেখা দিয়ে—

তই আকৌ কিবোৰ আৰম্ভ কৰিছ অৰুণ? আইদেউ দেউতাক এৰি যোৱা হয়তো অলপ অন্যায় হৈছে। তথাপি তেওঁলোক ডাঙৰ। মোৰ দোষ ক্ষমা কৰিব। কিন্তু তইতো জান, অঞ্জন মীনাৰ ওচৰৰপৰা আঁতৰত থাকিবলগীয়া হ'লে মই যে মৰি যাম! মোৰ চকুৰ আঁতৰত সিহঁত দুটা যে কেনেকৈ আছে - কেনেকৈ চলিছে তাক ভাবিলেই মই দেখোন চাৰিও ফালেই আন্ধাৰ দেখো। ব'ল অৰুণ, তোৰ ভৰিত ধৰিছো, মোক আজিয়েই সিহঁতৰ ওৰচলৈ লৈ ব'ল!'

তইনো কৈছ কি ৰঘুকা? লৈ ব'ল বুলিলেই জানো নিব পাৰো? ইয়াৰ অফিচ-তফিচু পেলাই মই থিতাতে যাও কেনকৈ?

ৰঘুয়ে প্ৰায় আৰ্ত্তনাদ কৰি উঠে—

'তেন্তে মোৰ কি হ'ব? নাই, নাই, তই যাবই লাগিব। নোৱাৰ যদি মোকে বাটটো দেখুৱাই দে, মই অকলেই যাম...।'

ৰঘুৰ কথা শুনি অৰুণে হাঁহি উঠে—

'দেখুৱাই দিলেই জানো যাব পাৰিবি?'

'নিশ্চয় পাৰিম...'

'ওহো, তই অকলে যাব নোৱাৰিবি, সেই বাট সৰুচাপৰি গাঁৱলৈ যোৱাৰ নিচিনা সহজ সৰল নহয়। অঞ্জন-মীনা যি ঠাইলৈ গৈছে, সেই ঠাইলৈ তই কেতিয়াবা যাব পাৰিলেও দুয়োকে বিচাৰি উলিয়াবলৈ তোৰ গোটেই জীৱনটোৱেই লাগি যাব। তাতকৈ মই আন এটা ব্যৱস্থা কৰিছো, কিন্তু তাৰ কাৰণে তই অন্ততঃ দুদিন ৰ'ব লাগিব...।

'আকৌ দুদিন...।'

ৰঘুকাইৰ মুখৰপৰা এনে এটা করুণ সুৰত প্ৰশ্নটো ওলাল যেন তাক দুটা দিনৰ ঠাইত অৰুণে যেন দুটা যুগহে অপেক্ষা কৰিবলৈ কৈছে।

'এৰা দুদিন। পৰহিলৈ মোৰ বন্ধু এজন যাব। বঙালী বন্ধু। তেওঁৰে লগত তোক পঠিয়াই দিম। তেওঁ তোক লগত নি একেবাৰে অঞ্জন মীনাৰ ওচৰত থৈ আহিব। তোৰ কোনো চিন্তা নাই। বাট ভুল কৰি ক'ৰবাত হেৰাই যোৱাৰো তোৰ কোনো সম্ভাৱনা নেথাকিব। ময়ো বহুত পৰিমাণে নিশ্চিন্ত হ'ব পাৰিম—।'

অৰুণৰ কথা শুনি ৰঘুকা বহু সময় মনে মনে থাকে। তাৰ মনলৈ শত সহস্ৰ প্ৰশ্ন ভিৰ কৰি আহে যদিও সুধিবলৈ আৰু সাহ নকৰি তলমূৰ কৰি বহি ৰয়। ৰঘুকাই উপলব্ধি কৰে এই কেইদিন অৰুণক সি এনেয়ে যথেষ্ট বিৰক্ত কৰিছে, আৰু কৰা নিশ্চয় উচিত নহ'ব।

কিন্তু অৱস্থা বিশেষে, আনন্দত নাচি উঠাৰ পৰিৱৰ্ত্তে ৰঘুকাক তেনেকৈ

তলমূৰ কৰি থকা দেখি অৰুণ আচৰিত হয়।

'কি হ'ল ? মনে মনে থাকিলি দেখো ? মই যি ব্যৱস্থা কৰিছো তাত তোৰ আপত্তি নাইতো ? মোৰ বন্ধুৰ লগতে তেনে হ লে যাবি... ?'

'যাম বোপাই যাম! পিছে তোৰ লগত যাব পৰা হলে বেছি ভাল পালোহেঁতেন।'

'সেইটো বুজিছো, কিন্তু সদায়হতে তাৰ আশা অকণো নাই। তাৰোপৰি মই যোৱা মানেই দুগুণ খৰচ। তোৰ এই উদভ্ৰান্ত মুৰ্ত্তিটো অলপ মানুহ মুৱা কৰি, ৰেলৰ ভাড়াটো জোগাৰ কৰিবলৈকে মোৰ বাকচ চলিজাৰি চাব লাগিব··· ।'

টকা-পইচা খৰচৰ জটিলতা সম্পৰ্কে অৱশ্যে ৰঘুকাইৰ সেই মুহূৰ্ত্তলৈকে একো ভাব নাছিল। অৰুণৰ কথাত তাৰ মুখখন কৰুণ হৈ উঠে। অপৰাধীৰ দৰে সি চকু তুলি অৰুণৰ মুখলৈ চাই

'বহুত খৰচ লাগিব নেকি ? মোৰ হাততো ফুটা কড়ি এটাও নাই। আগতে জনা হ'লে... ।'

ৰঘুকাইৰ কথাত কৌতুক কৰি অৰুণে প্ৰশ্ন কৰে

'আগতে জনা হ লেনো কি কৰিলিহেঁতেন ৰঘুকা... ?'

' দেউতাই কৈছিল তেওঁৰ হাতত বোলে মোৰ বহুত হাজাৰ টকা জমা হৈ আছে। তাকে আনিলোহেঁতেন।

হয় নেকি ? পিছে কিমান হাজাৰ নো ?'

'ক'ব নোৱাৰো বোপাই কিমান. কৈছিল ত্ৰিচ বছৰে মোৰ জমা হোৱা ধন। বহুত হাজাৰ বুলিয়েই কৈছিল, পিছে সংখ্যাটো পাহৰিলো, আৰু মনত ৰাখিয়েই বা মই কৰিম কি ?'

টকা-পইচাৰ প্ৰতি নিৰাসক্ত মানুহটোৰ মুখলৈ ক্ষন্তেক চাই থাকি অৰুণে ধেমালি কৰিবলৈকে,কয়

'বহুত হাজাৰ টকাৰ কথা শুনিলে দেখো মোৰেই মুৰটো ঘূৰাই যায়। পিছে তোৰ দুৰ্ভাগ্য ৰঘুকা ! তোৰেই টকা. অথচ তই আজি তাৰপৰা আধলি এটাও খৰচ কৰিবলৈ সুবিধা নেপাৱ ! পইচা খুজিবলৈ গলেই আমাৰ সকলো কথা ওলাই পৰিব। অঞ্জন মীনা কলৈ গ'ল সিও ওলাই পৰিব। মহাক মই দিয়া জীয়া ফাঁকি বোৰো সোপাই ওলাই পৰিব। ফলত তোৰতো যোৱা নহ ব লগতে অঞ্জন মীনাৰ জীৱন দুটা ব্যৰ্থ হৈ যাব। আৰু তাৰ লগত মোৰো সত্তৰ গোটই জীৱনৰ কাৰণে মহা-মাহীআইৰ আগত মুখ দেখুৱাৰ আৰু উপায় নেথাকিব। তথাপি তোক কওঁ ৰঘুকা ! তই এবাৰ ভাবি চা. অঞ্জন মীনাৰ কাৰণে তোৰ গোটেই জীৱনৰ সঞ্চিত ধনখিনি হেৰুৱাবি জানো· · ?'

অৰুণৰ কথাত অপৰিসীম বিস্ময়েই যেন ৰঘকাইৰ মুখত ফুটি উঠে—

তই এইবোৰ কৈছ কি ? অঞ্জন মীনাতকৈ টকা মোৰ ওচৰত ডাঙৰ হ ল নে ? টকা-পইচা লৈ মই কৰিম কি ? হাতলৈ অহা হ লে তহঁতবোৰকে ভগাই দিলোহঁতেন। কিন্তু এতিয়া আৰু সেইবোৰ পোৱাৰ আশা নাই যেতিয়া কি কৰিবি ? যাবলৈ দে টকা। অঞ্জন মীনাৰ ওচৰলৈ যাব পাৰিলে সিহঁতেই মোৰ সঞ্চিত ধন হৈ উঠিব—বহুত ধন সোণ। মোৰ এই জীৱনটো সিহঁত দুটায়েই ভৰাই দিব, তই চিন্তা নকৰিবি বোপাই—

'বেচ্ ভাল কথা, মই আৰু কি চিন্তা কৰিম ? তই তেন্তে দুই এদিনতে যাবলৈ সাজু হৈ থাকিবি ।'

'দুই এদিন কিয় ? মই এই মুহূৰ্ত্তে যাবলৈ সাজু হৈ আছো ।'

ৰঘুকাইৰ কথাত অৰুণে আকৌ হাঁহি উঠে—

'সেইটো আৰু ক'ব লাগিছেনে? পাছে তোৰ দৰে মুহূৰ্ত্তে ওলোৱাৰ সামৰ্থ্য মোৰ নাই অ' ৰঘুকা ! বাৰু চাওঁচোন কি কৰিব পাৰো । তই মাথো অধৈৰ্য্য নহৈ অলপ সুস্থিৰ হৈ থাক, আৰু পাৰিলে দাড়ি চুলি কোছাৰো গতি এটা লগা গৈ ! হোঁ, ধৰ্ এইয়া পইচা ল, মই এফালে ওলাই যাওঁ··· !'

কথাৰ লগতে অৰুণে ৰঘুকাইৰ হাতত টকা পাঁচটা গুজি দি, আলনাৰপৰা পাঞ্জাবী এটা গাত সুমুৱাই লৈ কোঠাৰ বাহিৰ হৈ যায় । আৰু বাহিৰত ঘূৰি ঘূৰি দুই তিনি ঘণ্টাৰ ভিতৰতে যিটো বাৰস্থা কৰি পেলাই তাৰে ফলত, কলিকতা গামী ৰেলত মলয় সৰকাৰৰ সহযাত্ৰী হৈ উঠে ৰঘুকা...।

'মলয় বোপা···!'

ৰঘুকাইৰ মুখত পুৰণা হৈ উঠা সেই একেটা প্ৰশ্ন আৰম্ভ হোৱাৰ আগতেই মলয়ে লৰালৰিকৈ বাধা দিয়ে—

'ব্যস্ত নহ'বা ৰঘুকা ! আৰু বেছি দূৰ নাই । আমি প্ৰায় পালোহিয়েই· ·!'

'এৰা বোপাই পালেই ভাল ! মোৰ আৰু আমনি লাগিছেগৈ । এই ৰেলগাড়ীখনো দেখো ইমান লাহে লাহে চলিবলৈ লৈছে...!'

ৰঘুৰ মন্তব্য শুনি মলয়ে হাঁহি উঠে...

'তুমি কোৱা কি ? এই হেন ধুঙগজত চলা মেইল্ ট্ৰেইন তোমাৰ গুচৰত লাহে লাহে চলা হ'ল ? 'লিংকৰ সৰু ট্ৰেইনত প্ৰথম উঠিয়েই দেখো কৈছিলা··· এইখন দেখো পক্ষীৰাজ উৰা দি উৰি গৈছে ! লাইন এৰি উফৰি গৈ কৰ বাত গড়খাৰৈত নপৰে গৈতো ?' পাহৰিলা ?···বুজিছো ৰঘুকা ' আচল কথা হ'ল, মিনিটত এক মাইল হিচাপে এইখন ঠিকেই চলিছে, কিন্তু তোমাৰ মনটো সম্ভৱ তাতোকৈ বহুত বেছি বেগেৰে চলিছে. । অঞ্জন-মীনাদেৱীৰ ওচৰ কেতিয়া পাবাগৈ কেতিয়া দুয়োকে দেখিবা, সেইবোৰ তোমাৰ হেঁপাহৰ প্ৰবল গতিৰ লগত, ৰেলৰ গতিয়ে ফেৰ্ মাৰিব কেনেকৈ···?'

'জানো বোপাই কিনো গতিৰ কথা কৈছ ?'

'কথা ঠিকেই কৈছো ' · বাৰু কোৱাচোন, অঞ্জন বাবু আৰু মীনাদেৱীক তুমি খুব ভাল পোৱা, নহয় ?'

ৰেলৰ খিৰিকীৰে দেখা দূৰৰ বিপৰীত গামী গছ-গছনীবোৰলৈ চাই যোৱা ৰঘুকাইৰ মুখখন কোমল হৈ উঠে । কিন্তু টলকা মাৰি পাছ পাকতে নিজক কঠোৰ কৰিবলৈ চেষ্টা কৰি খং মুৱা ভাৱতেই উত্তৰ দিয়ে—

'পাওঁ দেখিয়েইতো সিহঁতৰ ইমান অতপালি । নহ'লেনো এনেকৈ লটি ঘটি কৰি এই বুঢ়া বয়সত ঢপলিয়াব লগীয়াত পৰোনে ?···ৰহচোন্ ৰহ, এইবাৰ সিহঁত দুয়োটাকে ভাল মতে এপালি দিব লাগিব । একো নকৰা দেখি সদায় চল পাই গৈছে...।'

ৰঘুকাইৰ সদ্ ইচ্ছাটোৰ কথা শুনি মলয়ে আকৌ হাঁহি উঠে—

'এপালি স'চাই দিবা নেকি ? নে সকলো তোমাৰ চথ্ কৰি কোৱা কল্পনা বিলাস ? অৰুণ বাবুৰ মুখত তোমাৰ বিষয়ে মই যি শুনিলো, আৰু যোৱা চল্লিছ ঘণ্টা তোমাৰ লগত কটাই তোমাক যিমান দূৰ বুজিলো, তালৈ চাই অনুমান হৈছে তোমাৰ সেই চখত কল্পনা বিলাস সদায় কল্পনা হৈয়ে থাকিব। অঞ্জনবাবু, মীনাদেৱীক এপালি দিয়াৰ মানসিক সামৰ্থ্যকণ তোমাৰ কোনো কালে নাছিল - কোনো কালে নহয় বও ৰঘুকা ।'

'হ'বনে নহয় তই চাই থাকিবি ।'

দম্ভ কৰি প্ৰকাশ কৰা ইচ্ছাটোক ঠিক সময়ত যে কামত খটুৱাব পাৰিব, সেই সম্বন্ধে ৰঘুকাইৰ নিজৰে যথেষ্ট সন্দেহ থকাত কথাৰ ওপৰত আৰু জোৰ নিদিয়ে, তাৰ পৰিবৰ্তে হঠাৎ খিৰিকীৰে দেখা দূৰৈৰ প্লেটফৰ্মৰ জন সমুদ্ৰৰ ওপৰত চকু পৰাত উত্তেজিত হৈ উঠে—

'মলয় বোপা, চা চা নিশ্চয় কিবা ডাঙৰ চহৰ এখন পালোহি। ঐ বাপ্ ! 'ইমানবোৰ মানুহ। সিহঁত আহিছে ক'ৰপৰা ? যাব ক'লৈ ? ইষ্টিচনটো বৰ ডাঙৰ নে ইয়াত কিবা মেলা-চেলাই বহিছে মলয় ...?'

ৰঘুকাইৰ উত্তেজিত মুখলৈ চাই মলয়ে মিচিকিয়াই হাঁহি উত্তৰ দিয়ে -

'মেলা নহয়, ইষ্টিচনেই ৰঘুকা ! নামটো হাওৰা ! আমি ইয়াতেই নামিম।'

'কি কৈছ ? ইয়াতেই নামিম ?'

মলয়ৰ কথাত খন্তেকলৈ বিবুদ্ধি হৈ ইফালে সিফালে চাই ৰঘুকাই হঠাৎ কথাটো হৃদয়ঙ্গম কৰি প্ৰায় চিঞৰি উঠে—

'স'চাই ? তই ধেমালি কৰা নাইতো ? আমি স'চাই ইয়াতে নামিব লাগিব ? তেন্তে তেওঁহঁত দুয়ো ইয়াতে আছে ? কিন্তু ।'

বাহিৰৰ জন সমুদ্ৰলৈ চাই ৰঘুকাইৰ মুখত আকৌ দুশ্চিন্তাই দেখা দিয়ে -

ইমান মানুহৰ মাজত মই অঞ্জন মীনাক ক'ত বিচাৰি পাম মলয়···!'

'পাবা পাবা, চিন্তা কৰিছা কিয় ? তুমি বিচাৰি নেপালেও তেওঁলোকেই তোমাকে নিশ্চয় বিচাৰি পাব। তুমি আজি আহিবা বুলি তেওঁলোক দুয়ো জানে, আৰু আগবঢ়াই নিবলৈকে হয় তা নিশ্চয় ষ্টেচনলৈকে আহিছে। নাহিলেও কোনো কথা নাই। মই ঘৰ চিনি পাওঁ।'

মলয়ৰ কথাত ৰঘুকাই আৰু একো মাত মাতিব নোৱাৰে। কিন্তু লাহে লাহে মন্থৰ হৈ অহা ট্ৰেইনখন খন্তেক পাছতে বৈ পৰাত, হঠাৎ ৰঘুকায়ে হুলস্থুল লগাই ওচৰৰ মানুহ দুজনক ঠেলি হেঁচি, অৰ্দ্ধ উন্মাদৰ দৰেই দুৱাৰ খুলি নামি যাবলৈ চেষ্টা কৰে। মলয়ে বাধা নিদিয়া হ'লে হয়তো নিজক পাহৰি, বিশ্ব ব্ৰহ্মাণ্ড পাহৰি ৰঘুকায়ে স'চাকৈয়ে সেই জন সমুদ্ৰৰ মাজত অঞ্জন মীনাক বিচাৰি উলিয়াবলৈ গৈ নিঃসন্দেহে নিজকেই হেৰুৱাই পেলালেহেঁতেন— ।

ৰবা ৰবা ৰঘুকা ! আগতে তোমাৰ বয়বস্তু যি কেইপদ অৰুণ বাবুৱে লগত দিছে তাক গোটাই লোৱা। সকলো ইয়াত পেলাই থৈয়ে যাব খোজা নেকি ? তোমাৰ অঞ্জন মীনাক লগ পাবলৈ এতিয়াও কিছু সময় ৰ'ব লাগিব ।'

এমাহ অদৰ্শনৰ পাছত দুয়োকে দেখাৰ দুৰ্দমনীয় আশাত ৰঘুকা অধৈৰ্য্য হৈ উঠিছিল। তথাপি মলয়ৰ কথাত বাধ্য হৈ নিজৰ সৰু টোপোলাটো গোটাই

লয়। তাৰ পাছত মলয়ৰ নিৰ্দেশ মতেই, এসময়ত গাড়ীৰপৰা নামি, মলয়ৰ পাছে পাছে মানুহৰ ঠেলা হেঁচা খাই আগবাঢ়ে।

ৰঘুকাইৰ সৌভাগ্য, বোধহয় সেই কষ্ট-পৰিশ্ৰম অৱশ্যে ভুগিবলগীয়া নহয়। সি ঠিক কৰিবও নোৱাৰে কেতিয়ানো সেই সীমাহীন জন সমুদ্ৰৰ মাজৰেপৰা হঠাৎ সৰু এটা আনন্দৰ চিঞৰ ৰঘুকাইৰ কাণত পৰেহি। অতি চিনাকি চিঞৰ সেইটো। পাছ মুহূৰ্ত্তত দুখন কোমল হাতে হঠাৎ তাৰ ডিঙিত সাৱটি ধৰি তাৰ উসাহটোৱেই প্ৰায় বন্ধ কৰি দিয়েহি—

'ৰঘু কা! অ' ৰঘুকা তুমি আহিলা. .!'

'মীনা! মোৰ আইজনী অ .!'

চৌপাশৰ অচিনাকি সহস্ৰজনাৰ মাজত সেই দৃশ্য একেবাৰে অভাৱনীয় নহয় যদিও তাৰ বিচিত্ৰতাকণৰ আকৰ্ষণ সৰ্বজন প্ৰিয়। সেয়ে ওচৰৰ বহুতেই মীনা আৰু ৰঘুকাৰ মিলনটো চাই লয়। মিচিকিয়াই হাঁহেও।

কিন্তু ৰঘুকা বা মীনা এজনায়ো তাক গ্ৰাহ্যও নকৰে। আনকি বহুজনাৰ লগতে অঞ্জন আৰু মলয়কো সেই হাঁহিত যোগ দিয়া দেখি ৰঘুকা অলপো অপ্ৰস্তুত নহয়। বৰঞ্চ উৎসাহ আনন্দত সেমেকি উঠা তাৰ চকুলোৰ মাজেৰেই অপৰিসীম তৃপ্তিভৰা হাঁহি তাৰ মুখত বিৰিঙি উঠে। যেন বহু যুগৰ বহু বহু মানসিক দুখ-কষ্টৰপৰা এতিয়া সি চিৰ মুক্ত হৈ গৈছে।

সেই মুক্তিৰ লগত, অঞ্জন মীনাক বেচ্ মতে এপালি দিয়াৰ সজ ইচ্ছাকণৰ কথা যে সম্পূৰ্ণ ৰূপে পাহৰিও পেলাইছে, তাক ৰঘুকাৰ হয়তো আৰু মনতো নাই।

ধেমালি চাবলৈ কি মলয়ে কৌতুকৰ হাঁহিৰে সেই কথা সোঁৱৰাই দিয়াতো ৰঘুকাৰ কিন্তু কোনো ভাবান্তৰেই দেখা নগল। আনন্দত আত্মহাৰা হৈ সি আৰু মীনাই তেতিয়ালৈকে ষ্টেচনৰ মাজ মজিয়াত বুকুত জমা হৈ উঠা সহস্ৰ প্ৰশ্ন আৰু প্ৰশ্নোত্তৰ লৈ ইমানেই ব্যস্ত যে মলয়ৰ সেইবোৰ অবান্তৰ কথালৈ মূৰ ঘমাবৰ প্ৰয়োজন বোধ নকৰে। কিন্তু দুয়োৰে কাণ্ড দেখি মূৰ ঘামোৱাৰ প্ৰয়োজন বোধ কৰে অঞ্জনে। অলপ বিৰক্ত হৈয়ে ক'বলৈ বাধ্য হয়

'এই ৰঘুকা, কি কৰিছ? তই আৰু মীনাই এনেভাৱে ইয়াতেই থাকি যাবি নেকি? সেইবোৰ কথা বাৰ্ত্তাৰ সময় পাছতো ঢেৰ পাবি। এতিয়া ব'ল! মলয় বাবু ব'লক, আমাৰ তালৈকে ব'লক!'

'মই আৰু কি যাম! অৰুণবাবুয়ে দিয়া ডিউটিটো পূৰা কৰি মিণ্টাৰ ৰঘুকাক আপোনালোকৰ হাতত চমজাই দিলো। এতিয়াতো মই ফ্ৰি! গতিকে ইয়াৰপৰা ডাইৰেক্ট্ মোৰ বেচেলৰ্চ ডেনটোলৈকে মই ঘূৰি যাব খোজো। বুজিছেই নহয়, ৰঘুকাৰ দৌলতত তেওঁৰ হাজাৰ প্ৰশ্নৰ উত্তৰ দি দি যোৱা ৰাতি একটিপ্‌ও শুবলৈকো নহ'ল। এতিয়া গৈয়েই লম্বা এটা ঘুম দিবৰ ইচ্ছা হৈছে।'

অঞ্জনে কিন্তু তথাপি অনুৰোধ কৰে। মীনায়ো হঠাৎ এই প্ৰথম ৰঘুকাক এৰি মলয়লৈ চাই হাঁহি মুখে অনুৰোধ কৰে—

'.. আপোনাৰ লগত মোৰ সাক্ষাৎ পৰিচয় এই প্ৰথম যদিও, আপুনি মোৰ

অচনাকি নহ'ব। এইবাৰ সাক্ষাৎ পালো যেতিয়া বন্ধুত্বটো নিগাজী কৰি লবলৈ মোক এটা সুযোগ নিদিব জানো? ইমান কষ্ট স্বীকাৰ কৰিলে ; তাৰ বাবে আপোনাক যে কেনেকৈ কৃতজ্ঞতা জনাম ভাবি পোৱা নাই . ।'

মিনাৰ কথাত মলয়ে হাঁহি উত্তৰ দিয়ে —

'তাৰ কোনো প্ৰয়োজন নাই মীনাদেৱী। বন্ধুত্বটো পকা কৰিবৰ ইচ্ছা কৰিছে যেতিয়া, এইবোৰ কৃতজ্ঞতা প্ৰকাশৰ মামুলি 'এটিকেট্' বাদ দি এদিন পেট ভৰাই সন্দেস খুৱাই দিব! দেট্ উইল বি এট্‌লিষ্ট চামথিং চলিড্, কি কয় অঞ্জন-বাবু . !'

'অ' নিশ্চয়...।'

'বেচ্ ভাল কথা ; 'চলিড্' বা 'লিকুইডই' যিয়েই হওক তাক আজিয়েইনো আৰম্ভ কৰাত ক্ষতি কি মলয়বাবু? আৰু ব্যস্ত হ'বলৈ কিটো আছে? আপোনোৰ 'বেচেলৰচ্ ডেন্'টোতো আৰু পলাই নেযায়। ব'লক, ৰঘুকা ব'লা ।'

কথাৰ লগতে আৰু এজনকো সময় নষ্ট কৰিবলৈ নিদি মীনাই নিজেই প্ৰথমে খোজ আৰম্ভ কৰি দিয়ে—।

ৰেল ষ্টেচনৰ পাতল হৈ অহা যাত্ৰীৰ মাজে মাজে, চাৰিও জনেই লাহে লাহে আগবাঢ়ি যায়।

...ৰঘুকাৰো যেন হঠাৎ নতুন উৎসাহ দেখা দিয়ে। সি তাৰ অন্তৰখন উপচি উঠা পৰিতৃপ্তিৰ পৰিপূৰ্ণতা লাভ কৰি, নতুন ঠাই এখনৰ সহস্ৰ বিচিত্ৰতা— প্ৰতি মুহূৰ্তৰ নতুন নতুন দৃশ্যসম্ভাৰ—শতেক আকৰ্ষণো যেন দেখিও নেদেখে। ভালকৈ হয়তো উপলব্ধিও কৰিব নোৱাৰে, তাৰ জীৱনত কল্পনাতীত দৃশ্য-সম্ভাৰেৰে বিৰাট মহানগৰী এখন সি এই প্ৰথম দেখিছে ।

...মীনাৰ হাতত ধৰি, খোজেপতি তিনিওটাকে হুচীয়াৰী কৰি, সি এনে-ভাৱে আগবাঢ়ে যেন বহুযুগ আগৰ অপৈণত কিশোৰ কিশোৰী এহালক হাতত ধৰি, বুঢ়া লুইতৰ পাৰৰ সেই ওখ মথাউৰীটোৰেহে যেন দুয়োকে সন্ধিয়া ফুৰাবলৈ নিছে।

অঞ্জন সামান্য বিৰক্ত হয় যদিও এই প্ৰথম দিনাই ৰঘুকাক আঘাত দিবৰ ইচ্ছা নকৰে। তাৰ পৰিবৰ্ত্তে মলয়লৈ চাই মিচিকিয়াই হাঁহি, চকুৰে টিপ্‌মাৰি অপৈণত কিশোৰৰ ভূমিকা লৈয়ে ৰঘুকাৰ নিৰ্দ্দেশ মতেই তাৰ পিছে পিছে খোজ আৰম্ভ কৰি দিয়ে।

# এক

বহু সময় ধৰি সুমিত্ৰাই লক্ষ্য কৰিছে মাত্ৰ পোন্ধৰ হাত অঁাতৰত থিয় দি থকা গাভৰু ছোৱালীজনীক।

...সৰ্বভাৰতীয় মুকলি চিত্ৰ-প্ৰদৰ্শনীৰ 'আহল বহল ডাঙৰ হলটোত, সমাগত কলামোদীৰ ভীৰটো বৰ বেছি নহ'লেও নিতান্ত সেৰেঙাও নহয়। মানুহৰ অহা-যোৱা কৰা শব্দ ইযোৱা- সিযোৱাৰ অষ্পষ্ট গুঞ্জন ধ্বনি, দুই এটা সংযত হাঁহিৰ শব্দেৰে হলটো মুখৰিত বুলিয়েই ক'ব পাৰি।

তথাপি সেইবোৰৰ একো এটাই যেন ছোৱানীজনীৰ কাণলৈ যোৱা নাই। সময়ত দুই চাৰিয়ে গুচৰত থিয় দিছে, দুই এযোৰাই ইচ্ছাকৃত অসাৱধানতাৰে হয়তো গাত ঘঁহা মাৰিও গৈছে, তথাপি একোৱেই ভাঙিব পৰা নাই গাভৰুৰ সুগভীৰ তন্ময়তা। . সমুখৰ বেৰত ওলমি থকা ডাঙৰ কেন্‌ভাচ্‌খনলৈ চাই চাই যেন সম্পূৰ্ণভাৱে ধ্যানস্থ হৈ গৈছে ছোৱালীজনী।

সুমিত্ৰাৰ বৰ কৌতূহল হয়। কি আছে ছবিখনত? আৰু গাভৰুৱেই বা কোন? মহানগৰীৰ এনেবিধ সৰ্বভাৰতীয় কলা প্ৰদৰ্শনীত সমবেত হোৱা চৌখিন আৰু আধুনিক কলা-মোদী নৰ-নাৰীৰ মাজত সাধাৰন এখন কপাহী চাদৰ আৰু ৰঙা আঁচুৰ বুটা বছা মুগাৰ মেখেলাৰে সজ্জিত অতি সাধাৰণ অচিনাকি ছোৱালী এজনীক হঠাৎ দেখিব বুলি সুমিত্ৰাই আশা কৰা নাছিল। ধাৰণা হয়, চৌপাশৰ জাক্‌-জমকতাৰে পূৰ্ণ-পয়োভৰৰ মাজত, সাধাৰণ সাধাৰণত্বৰে ছোৱালী-জনী নিজেই যেন এখন ছবি হৈ উঠিছে... ।

তাইক আগতে ক'ৰবাত কেতিয়াবা দেখিছে বুলিও সুমিত্ৰাৰ মনে নধৰিলে। ভাবি ললে নিজৰ দৰেই হয়তো কোনোবা কলেজৰ ছাত্ৰী। কিন্তু সন্দেহো হয়। ছাত্ৰীহোৱা হ'লে কলেজৰ যেই কোনো অনুস্থানত, নাই বা প্ৰবাসী অসমীয়াৰ বহু সম্মিলন আদি কিবা সাংস্কৃতিক অনুস্থানত নিশ্চয় এবাৰ নহয় এবাৰ দেখিলেহেঁতেন! কিন্তু ক'তো দেখা মনত নপৰাত সন্দেহ কৰে হয়তো নতুন আহিছে। পোছাক-পৰিচ্ছদ চাই বুজিব পাৰে নিঃসন্দেহে কলেজৰ আধুনিকা ছাত্ৰী নহয়। অথচ বিবাহিতাও নহয়—গৃহত্যাগী কোনোবা সন্যাসিনীও হ'ব নোৱাৰে।

...দেখাত নিজৰ সমবয়সীয়াই যেন সুমিত্ৰাৰ ধাৰণা হয়। অথচ এই বয়সত স্হান বিশেষে, পৰিবেশ বিশেষে, সমজুৱাৰ মাজত, নিজৰ পোছাক-পৰিচ্ছদলৈ মানসিক সজাগতা আদিৰে, ছোৱালী মাত্ৰৰে স্বাভাৱিক আত্ম সচেতনৰ পৰা যেন ছোৱালীজনী সম্পূৰ্ণ মুক্ত—সম্পূৰ্ণ উদাসীন . ।

কিন্তু পাৰিপাৰ্শিক কৃত্ৰিমতাবোৰৰ প্ৰতি সম্পূৰ্ণ উদাসীন হ'লেও গাভৰুৰ চকুৰ দৃষ্টিত ক'তো অলপো কৃত্ৰিমতা সুমিত্ৰাই নেদেখিলে। মুগ্ধ তন্ময় গাম্ভীৰ্য্য-

পূৰ্ণ গাভৰুৰ সেই দৃষ্টি। নিস্মৰ্জ প্ৰসাধন শূন্য কোমল অৱয়ৱটো যেন তাইৰ ধ্যানস্থ গাম্ভীৰ্য্যৰ মাজেদিয়েই আৰু বেছি মোহনীয় হৈ সুমিত্ৰাৰ চকুত ধৰা দিছে।

আধুনিক যুগৰ প্ৰসাধন, পোছাক, অলঙ্কাৰেৰে নিজক চুৰান্তভাবে ৰূপহী কৰি তোলা সুমিত্ৰাই, নাৰীৰূপে যে এনেভাৱেও মানুহক আকৰ্ষণ কৰিব পাৰে সেই কথা আগতে কেতিয়াও উপলব্ধি কৰা নাছিল। ক'ব নোৱাৰিলে কিয় সেই প্ৰথম মুহূৰ্ত্ততে সুমিত্ৰাৰ ভাল লাগি গ'ল সেই অচিনাকি ছোৱালীজনীক!

কিবা এটা অবুজ আকৰ্ষণত মোহিত হৈ এখোজ দুখোজ কৰি সুমিত্ৰা আগ-বাঢ়ি যায়। —থিয় দিয়েগৈ গাভৰুৰ পিছফালে।

···চকুত পৰে, বাউসীৰ ওপৰত ভাঙি পৰিছে গাভৰুৰ ডাঙৰ খোপাটো। বন্ধনমুক্ত কেঁকোৰা চুলিৰ আগ দুডাল ওলমি পৰিছে কপালৰ দাঁতিয়েদি গালৰ ওপৰত··· !

সুমিত্ৰাই মুগ্ধ হৈ চাই ৰয়। কিন্তু বহু সময়লৈকে গাৰ পিছফালে সুমিত্ৰাৰ উপস্থিতি গাভৰুৰ দৃষ্টিগোচৰ নোহোৱাত, হঠাৎ সুমিত্ৰাই ছবিখনৰ ওপৰত এবাৰ চকু ফুৰাই মন্তব্য কৰি পেলাই।

'ধুনীয়া নহয় নে... !'

পিছফালৰ পৰা অহা আকস্মিক মন্তব্যটো কাণলৈ যোৱাত, উচপ খোৱাৰ দৰেই গাভৰুৱে মুহূৰ্ত্তলৈ ঘূৰি সুমিত্ৰাৰ মুখলৈ চাই ক্ষন্তেক স্তব্ধ হৈ ৰয়। তাৰ পাছত আকৌ চকু ঘূৰাই নিয়ে সমুখৰ ছবিখনলৈ।

...প্ৰায় আধা ঘণ্টা আগলৈকে প্ৰদৰ্শনীৰ বিভিন্ন ছবি, আধুনিক চিত্ৰশৈলীৰ চমক লগোৱা বিন্যাস, বৰ্ণচয়ন, বিভিন্ন গোষ্ঠীৰ অলেখ চিত্ৰ-কল্প চাই চাই হঠাৎ এবাৰ সমুখৰ ডাঙৰ কেনভাচখনৰ ওচৰত থমকু খাই ৰৈছিলহি। তেতিয়াৰে পৰা তৰুণী আৰু আঁতৰি যোৱা নাই। সেই ছবিখনেই যেন তৰুণীক চাৰিওফালৰ আধুনিক শিল্প-জগতখনৰ পৰা, লাহে লাহে লৈ গৈছিল, বহু দূৰৰ কোনোবা অতীতৰ, নৈসৰ্গিক সৌন্দৰ্য্যত ডুবি থকা,—অফুৰন্ত দৃশ্য সম্ভাৰেৰে জীৱন্ত হৈ উঠা এক অপৰূপ বিচিত্ৰ আশ্ৰমৰ মন্দিৰ প্ৰাঙ্গনলৈ . .।

তাক লৈয়ে বিভোৰ হৈ থকা তৰুণীয়ে মোহাচ্ছন্নভাৱেই সুমিত্ৰাৰ প্ৰশ্নৰ উত্তৰত লাহে লাহে কৈ যায়—

'হয় ধুনীয়া, সঁচাই ধুনীয়া··· ! ই যেন অতীত আৰু বৰ্ত্তমানৰ অবিচ্ছেদ্য যোগ সূত্ৰৰ প্ৰত্যক্ষ চিত্ৰ-লিপি। প্ৰাচ্য আৰু পাশ্চাত্য শিল্প-কলাৰ বিভিন্ন শিল্প-শৈলীৰ যুগ্ম সমন্বয়তো যে এনে এটা 'হাৰমনি' ফুটি উঠিব পাৰে, আগতে ভাবি চোৱা নাছিলো...।

.. আশ্ৰমৰ নৈসৰ্গিক দৃশ্যৰাজীৰ স্তব্ধ, শান্ত পৰিবেশ, উজ্জ্বল ৰঙৰ উগ্ৰ প্ৰয়োগে যেন মুখৰ কৰি তুলিছে। ···আনফালে মন্দিৰৰ স্থপত্য কলা, বেৰৰ শিলাকুটি, বিগ্ৰহৰ অনুপম ভাস্কৰ্য্যৰ বৰ্ণচয়ন যেন শান্ত। চূড়ান্ত প্ৰয়োগ কৌশল আৰু দক্ষতাৰে শিল্পী গৰাকীয়ে বিগ্ৰহৰ মুখত ফুটাই তুলিছে এক সৌম্য, শান্ত, নিৰ্ব্বাক গাম্ভীৰ্য্য। ...আজিৰ যুগৰ, আজিৰ শিল্পীৰ হাতৰ তুলিকাই, দূৰ অতীতক এনে এক নব্য ৰূপত ঘূৰাই অনাৰ প্ৰচেষ্টা খুব কমেইহে দেখা যায়, আৰু তাকে কৰিবলৈ গৈ শিল্পীয়ে, আধুনিক শিল্প-কলাৰ ভিন ভিন

চিত্র-শৈলীৰ ব্যাকৰণ, ফৰ্ম, স্বকীয় বৈশিষ্ট্যতা সম্পূৰ্ণ উপেক্ষা কৰিছে, কিন্তু সেইবোৰৰে আঙ্গিক প্ৰকাশভঙ্গী বিবিধ বৰ্ণচয়ন, প্ৰয়োজন অনুসৰি পূৰ্ণ মাত্ৰাই ব্যৱহাৰ কৰাৰ ফলত, এনে এটা জীৱন্ত পৰিবেশ সৃষ্টি কৰিবৰ প্ৰয়াস পাইছে, যেন সেই শঙ্খ বজাই থকা তৰুণীৰ শঙ্খৰ শব্দটো ওচৰৰ সঙ্গীণীৰ কাণত লগাদি, বতাহত উটি আহি দৰ্শকৰ কল্পনাৰে আপোনাৰ-মোৰ কাণটো যেন পাৰিছেহি,···নাই লগা নে তেনে ..?

···কিন্তু আটাইতকৈ বেছি আকৰ্ষণীয় হৈছে, বিগ্ৰহৰ সম্মুখত, পুষ্প সম্ভাৰৰ নৈবেদ্য হাতত লৈ থিয় দি থকা সেই তৰুণীৰ স্বতঃস্ফূৰ্ত আবেদন। তৰুণী কন্যাৰ গোটেই অৱয়ৱটোৱেই যেন পবিত্ৰতাৰ মূৰ্ত্তপ্ৰতীক।

...সদা স্নাতা তৰুণীৰ কপালৰ চুলিৰ মূৰত জিলিকি থকা পানীৰ টোপাল অৰ্দ্ধ নিমিলিত চকুৰ পল্লৱ, মুখত পৰাহি বন্তী শিখাৰ ক্ষীণ পোহৰৰ লগতে, তাইৰ গোটেই অন্তৰখনেই যেন শিল্পীয়ে উজাৰ কৰি ঢালি দিছে তৰুণীৰ সমগ্ৰ মুখ মন্ডলৰ ওপৰত,—জীৱন্ত কৰি তুলি ধৰিছে, প্ৰাচ্যৰ যুগমীয়া নিষ্ঠা, পবিত্ৰতা, বিশ্বাস, ভক্তিৰ অকপট সৰল প্ৰকাশ···! সঁচাই অপূৰ্ব্ব নহয়নে... ? মোৰ বোধেৰে···'

হঠাৎ ছবি এৰি সুমিত্ৰাৰ মুখলৈ ঘূৰি চাই গাভৰু বৈ যায়। সুমিত্ৰাৰ ওঁঠত সৰু হাঁহিটো দেখি এই প্ৰথম গাভৰুৰ মোহ ভঙ্গ হয়। মনৰ আবেগত প্ৰথম মুহূৰ্ত্ততে সম্পূৰ্ণ অচিনাকি ছোৱালী এজনীৰ আগত, ছবি সম্বন্ধে উৎসাহত এনে এটা অনাৱশ্যক বক্তৃতা দি পেলোৱাৰ কথা ভাবি, অপৰিসীম লাজত গাভৰুৰ গাল দুখন সামান্য ৰঙা হৈ উঠে...

'.. ক্ষমা কৰিব ! আপুনি চাগৈ মোক নিশ্চয় বলিয়া বুলি ভাবিছে !'

মুখত হাঁহিটো লৈয়ে সুমিত্ৰাই উত্তৰ দিয়ে—

'বলিয়া নাই ভবা ! ভাবিছো এনে গভীৰ একাগ্ৰতা লৈ ছবি চোৱা দৰ্শক ইয়াত কিমান আছে ! মোৰ ধাৰণা হৈছে, আপুনি নিশ্চয় ইয়াৰ আৰ্ট কলেজৰ ছাত্ৰী। নহয়তো নিসন্দেহে কোনোবা এগৰাকী প্ৰতিস্থিত শিল্পীয়েই···।'

'নহয় নহয়, শিল্পী মুঠেই নহয়।..'

প্ৰশ্নৰ উত্তৰত গাভৰুয়ে অলপকৈ হাঁহি সুমিত্ৰাৰ মুখলৈ চাই—

'···শিল্পী হোৱাৰ স্বপ্ন বিলাস আছে যদিও প্ৰকৃত শিল্পী মই এতিয়াও হোৱা নাই—হোৱাৰ আশাতে ইয়াৰ আৰ্ট কলেজলৈ অহা-যোঁৱা কৰিছো ..।'

'তাকে কওক, ...মোৰ প্ৰথম অনুমান তেন্তে প্ৰকৃততে সঁচাই। ...জানে, বছৰ দিয়েক আগতে ময়ো নিতান্ত চখ কৰি ইয়াৰ আৰ্টচ্ কলেজত যোগ দিছিলো, কিন্তু টিকিব নোৱাৰিলো...।'

'কিয়.. ?'

'আপোনাৰ সেইবোৰ প্ৰাইমাৰী কালাৰ, চেকেন্ডাৰী কালাৰ—তাৰ বিবিধ সংমিশ্ৰণ তত্ত্ব বিবিধ মহিমাৰ বক্তব্য মাষ্টৰ মোচাইৰ মুখত শুনি শুনি ভেৰ মাহতে আমনি লাগি গ'ল— এৰি দিলো। নাই, বুজিলো শিল্পী হোৱা মোৰ-দ্বাৰা নচলিব। শিল্পীৰ যি একাগ্ৰতা, আন্তৰিকতাৰ প্ৰয়োজন, মোৰ হয়তো তাৰেই একান্ত-অভাৱ,...বাৰু বেয়া নেপাই যদি আপোনাৰ নামটো জানিব পাৰোনে... ?'

'কেলেই বেয়া পাম, ..মোৰ নাম মীনা ভুঞা... ।'

'মোৰ নাম সুমিত্ৰা বৰুৱা। বৰ্ত্তমান ইয়াৰে গোখলে কলেজত পঢ়োঁ। অৱশ্যে সিও নিতান্ত চখৰ পঢ়া। পঢ়ি-শুনি ভয়ংকৰ বিদুষী হৈ উঠিবলৈ অৱশ্যে নহয় দেই, নিতান্ত দায় সৰা বিধৰ সময়ৰ অপব্যৱহাৰ... ।'

নিজৰ কথা উপযাচি ক'লে যদিও, প্ৰকৃততে এই মীনা ভুঞা-নামৰ ছোৱালী-জনীৰে সবিশেষ জানিবলৈ সুমিত্ৰাৰ বেছি আগ্ৰহ হয়, কিন্তু প্ৰদৰ্শনীৰ শতেক দৰ্শকৰ মাজত তাৰ সম্ভাৱনা নিচেই কম। ক'ৰবাত নিৰলে বহি অলপ গল্প কৰাৰ ইচ্ছাতো প্ৰবল হোৱাত, সুমিত্ৰাই কিবা ভাবি হঠাৎ এবাৰ হাত ঘড়ীটোলৈ চাই বিস্ময় প্ৰকাশ কৰি উঠে- -

'ইচ্ ৰাম! প্ৰায় দুটা বাজিবৰ হ'ল। ডেৰ ঘণ্টা -সময়নো কোন ফালে গ'ল গমকে নেপালো। চাৰে বাৰ বজাতে ইয়ালৈ আহিছিলো। ..আপুনি আহিছিল কেইটাত··· ?'

প্ৰশ্নৰ উত্তৰত মীনাই সুমিত্ৰাৰ মুখলৈ চালে। মাত্ৰ ডেৰ ঘণ্টাৰ ভিতৰতে এনে এখন প্ৰদৰ্শনীশ্চাই শেষ কৰা কলা-মোদী হিচাপে সুমিত্ৰাৰ ওপৰত নিজৰ ব্যক্তিগত ধাৰণাটো বৰ উচ্চাঙ্গৰ নহ'ল যদিও মীনাৰো বৰ ভাল লাগিলে.. গোখলে কলেজৰ এই চৌখিন ছাত্ৰীগৰাকীক। লগতে নিঃসন্দেহে বুজিব পাৰিলে তেওঁৰ পোছাক পৰিচ্ছদ, অলংকাৰ সাধাৰণ ছাত্ৰীৰ দৰে নহয় বহুত মূল্যবান, চূড়ান্তভাৱে আধুনিক। হাও-ভাও কথাত বুজিব পাৰে, নিশ্চয় কোনোবা অভিজাত্য চহকী ঘৰৰ কন্যা সুমিত্ৰা। তেওঁৰ সামাজিক মান-মৰ্য্যাদা, প্ৰতিপত্তি নিঃসন্দেহে অঞ্জন-মীনাৰ দৰে অখ্যাত, অতি নগণ্য অতি সাধাৰণ শ্ৰেণীতকৈ নিশ্চয় বহুত বেছি ওখ থাপৰ।

...তথাপি বিশাল এই মহানগৰীৰ মাজত প্ৰায় এটা দীঘল বছৰ, বান্ধৱী হীন অকল শৰীয়া হৈ কটাই দিয়া মীনাই, হঠাৎ নিজৰ সমবয়সীয়া এজনী ছোৱালীৰ লগত এনেকৈ চিনাকি হ'বলৈ পাই বৰ আনন্দিত হয়। ইচ্ছা নকৰে তেওঁৰ লগত পৰিচয় সমাপ্ত কৰি তেতিয়াই আকৌ প্ৰদৰ্শনীৰ ছবিৰ মাজত নিজক সম্পূৰ্ণভাৱে ডুবাই দিয়ে। সুমিত্ৰাৰ প্ৰশ্নৰ উত্তৰত সেয়ে লাহেকৈ জনাই...

'আহিছিলো প্ৰদৰ্শনীৰ দুৱাৰ খোলাৰ লগে লগেই। অৱশ্যে ঘৰ এৰিছিলো তাৰো দুঘণ্টা আগতেই, পুৱা আঠ বজাত... ।'

'আঠ বজাত ?' সুমিত্ৰা এখোজ দুখোজকৈ আগবাঢ়িছিল, মীনাৰ কথা শুনিথমকি ৰৈ পৰে—

'আঠ বজাত? তাৰ মানে পুৱা ব্ৰেক্‌ফাষ্ট' খায়েই অহাৰ পৰা আপুনি ঘৰৰ বাহিৰতে আছে? দুপৰীয়াৰ লাঞ্চো খোৱা নাই নিশ্চয়... ?

উত্তৰৰ পৰিবৰ্ত্তে মীনাই মাথো সামান্য হাঁহে। সুমিত্ৰাই মীনাৰ মুখলৈ চাই—

'আপোনাৰো দেখিছো মোৰ দৰেই একে অৱস্থা। মৰো 'লাঞ্চ' এতিয়াও খোৱা নাই। যদিও বেচ্ 'হেভি ব্ৰেক্‌ফাষ্ট' খাই বোলিকৈয়ে ওলাইছিলো, তেও' দেখো ভোকত পেট কল্‌মলাই গৈছে। আপোনাৰ চাগৈ আৰু ভোক লাগিব পাই। ব'লক ব'লক, যদি আপত্তি নাই সৌ 'ফাৰ্‌পোটে' লাঞ্চটো খোৱাগৈ যাওক... ।'

সুমিত্ৰাৰ প্ৰস্তাৱ শুনি মীনাৰ চকুদুটা ডাঙৰ হৈ যায়। 'ফাৰ্পো' নামটো মীনাৰ অচিনাকি নহয় যদিও, বহুদিন আগতে অঞ্জনে দূৰৈৰ পৰা দেখুৱাই কৈছিল,— তাৰ এটা লাঞ্চ্ বা ডিনাৰৰ মূল্যাৰে মীনাৰ সংসাৰৰ যাৱতীয় খৰচ চকুমুদি এসপ্তাহলৈ চলি যাব। অতি ভাগ্যবান আৰু ধনবান সকলৰ কাৰণেহে তেনেবোৰ চৌখিন হটেলৰ সৃষ্টি। তাত লাঞ্চ্ খোৱাৰ সৌভাগ্য আৰু সামৰ্থ কেতিয়াবা মীনাৰ জীৱনত যে সম্ভৱ হ'ব পাৰে তাক মীনাই কল্পনাও কৰা নাছিল। সুমিত্ৰাৰ প্ৰস্তাৱত সেয়ে মীনাৰ ভয় লাগি যায়। লৰালৰিকৈ বাধা দিয়ে—

নাই নাই, মোক নধৰিব। মই ঘৰলৈ গৈয়ে যি হয় খামগৈ। আপোনাৰ ভোক লাগিছে যেতিয়া আপুনি আৰু নৰ'ব···।'

'আপোনাৰ হ'ব পাই ভোক লগা নাই? আপোনাৰ মুখখন দেখিয়েই ধৰিব পাৰিছো। ব'লক, ব'লক; আপত্তি কৰিছে কিয়? ভোকৰ সময়ত নোখোৱাকৈ বাৰু থাকে কেনেকৈ?'

'এনেকৈ থকা মোৰ অভ্যাস আছে। বিশ্বাস কৰক মোৰ একো কষ্ট নহয়···।'

'কষ্ট নহ লেও ব'লক! অকলে অকলে বহি হোটেল, ৰেষ্টোৰাঁত খাবলৈ মোৰ অলপো ভাল নেলাগে। মোৰ আলহী হিচাপেই আপোনাক নিমন্ত্ৰণ কৰিছো। আহক্···আস্! আহক্ না···!'

কথাৰ লগে লগে সুমিত্ৰাই নিঃসঙ্কোচে মীনাক হাতত ধৰি প্ৰায় টানি লৈ যায়। নিৰুপাইত পৰি মীনাই আকুল হৈ শেষত স্বীকাৰ কৰিবলৈ বাধ্য হয় —

'চাওক, কলিকতাত আছোঁহি যদিও মই প্ৰকৃততে গাঁৱৰ ছোৱালী। ইয়াৰ এনেবোৰ চৌখিন 'ৰেষ্টোৰাঁ'ত মই কেতিয়াও সোমোৱা নাই। সোমোৱাৰ সাহস বা সামৰ্থ্যও মোৰ নাই। তাৰোপৰি তাত খাবলৈ যিবোৰ আদব-কাইদা জানিব লাগে, মই যে সেইবোৰৰ একো এটাই নেজানো ··।'

মীনাক প্ৰথম দেখিয়েই সুমিত্ৰাই বুজিছিল, মীনা সাধাৰণ দুখীয়াৰ ঘৰৰ ছোৱালী। নিজৰ দৰে ঐশ্বৰ্যৱানৰ ঘৰৰ, লাহ-বিলাহৰ তুলনাত মীনাৰ সামাজিক স্থান নিঃসন্দেহে বহুত নিম্নস্তৰৰ। মীনাৰ হাতৰ মুঠিত থকা অকণমান বেগটো এবাৰ অকস্মাতে চকুত পৰাত সুমিত্ৰাই মীনাৰ আৰ্থিক সঙ্গতিকণৰ কথাও নিৰ্ভুলভাবে অনুমান কৰি লৈছে।

সেয়ে মীনাৰ কথা বিশ্বাস কৰাত সুমিত্ৰাৰ অলপো অসুবিধা নহয়। লগতে, অকপতে প্ৰকাশ কৰা মীনাৰ সৰলতাত মুগ্ধও হয়। তথাপি সুমিত্ৰাই মীনাক ৰেহাই নিদিয়ে। অভয় দি, সকলো আপত্তি অগ্ৰাহ্য কৰি প্ৰায় বলেৰেই লগত লৈ 'ফাৰ্পোৰ' উদ্দেশ্যে আগবাঢ়ি যায়।

মীনাৰ জীৱনত সি এক নতুন অভিজ্ঞতা। সঙ্কোচত ধিপ্‌ধিপ্ কৰা মনেৰেই 'ফাৰ্পোট' সোমাইছিল, কিন্তু প্ৰায় দুঘণ্টা পাছত বহু পৰিমাণে স্বাভাৱিক প্ৰতিস্থিত অৱস্থাৰেই মীনা ওলাই আহে। তাৰ গোটেইখিনি কৃতিত্ব নিঃসন্দেহে সুমিত্ৰাৰ···।

## দুই

আকস্মিকভাৱে সাক্ষাৎ তাতোকৈ আকস্মিকভাৱে দুয়োৰে প্ৰথম পৰিচয়। কিন্তু সেই ক্ষণিকৰ পৰিচয়েই মাত্ৰ ছটা মাহৰ ভিতৰতে যে এনে এটা স্তৰলৈ উঠি যাব, তাক ভাবি মীনা নিজেই মাজে মাজে আচৰিত নহৈ নোৱাৰে। অথচ দুয়োৰে অৰ্থনৈতিক অৱস্থা, সামাজিক প্ৰতিস্থা-প্ৰতিপত্তিৰ মাজত আকাশ পাতাল প্ৰভেদ। শিক্ষা-দীক্ষাৰ মাজতো বহুত পাৰ্থক্য। তথাপি সুমিত্ৰাৰ লগত কেনেকৈ বাক মীনাৰ এনেবিধ অকৃত্ৰিম পবিত্ৰ বন্ধুত্ব সম্ভৱ হ'ল .. ?

ভাবি ভাবি মীনাই ইয়াৰ বাবে সুমিত্ৰাৰ নিঃঅহংকাৰী কোমল মৰমীয়াল অন্তৰখনৰ ওপৰতে সকলো কৃতিত্ব জাপি দি নিবৰ সম্বৰ্ধনা নজনোৱাকৈ নোৱাৰে।

অথচ সুমিত্ৰাৰ বন্ধু-বান্ধৱীৰ অভাৱ নাই। বহুত আছে। ইয়াৰ ভিতৰত দুই-চাৰিযোৰাৰ লগত মীনাকো চিনাকি কৰি দিছে। তথাপি সেই সকলোৰে তুলনাত, একমাত্ৰ মীনাকে যেন সুমিত্ৰাই সম্পূৰ্ণভাৱে—অকৃত্ৰিম চেনেহৰ ডোলেৰে বান্ধি অতি অন্তৰঙ্গ কৰি লৈছে। অকল মীনাকে নহয় -অন্তৰঙ্গ কৰি লৈছে মীনাৰ সৰু ঘৰখনকো। অঞ্জনক এৰিও স্বয়ং ৰঘুকা এতিয়া সুমিত্ৰাৰ আটাইতকৈ ডাঙৰ বান্ধৱ হৈ উঠিছে।

মীনাই লক্ষ্য কৰিছে, ৰঘুকা যেন আজিকালি সুমিত্ৰাৰ জীৱনত সৱাতোকৈ শ্ৰেষ্ঠ আকৰ্ষণ। সেই ৰঘুকাইক লৈ, সুমিত্ৰাই কৌতুক পৰিহাস, হাঁহি-তামাচা লৈ বৃদ্ধ ৰঘুকাইৰ ধৈৰ্য্যচ্যুতি ঘটুৱাই নিদিয়ালৈকে ক্ষান্ত নহয়। তাকে দেখি মীনাই মাজে মাজে বিস্ময় নেমানি নোৱাৰে।

...ৰঘুকাইৰ মুখৰ ধমকটো, ক্ষণে ক্ষণে কৰা মৰমৰ শাসনকণ যেন সুমিত্ৰাৰ বৰ প্ৰিয় বৰ হেঁপাহৰ। অঞ্জন-মীনাক শাসন কৰা দিয়েই ৰঘুকাই আজিকালি সুমিত্ৰাকো সমানে শাসন কৰা হৈছে।

সুমিত্ৰাৰ ঘৰ-বাৰী ৰঘুৱে দেখিছে, মীনায়ো দেখিছে দেখিছে থকা-মেলা খোৱা-পিন্ধাৰ সকলো প্ৰকাৰ আদপ-কাইদা। তত্ৰাচ অখ্যাৎ গলিৰ মাজৰ, ৰ'দ নপৰা দুটা কোঠা গা-মুৰ ধোৱাব নোৱাৰা, আঠ ফুট দীঘল বাৰাণ্ডা এখনকে বেৰ দি ৰান্ধনী ঘৰলৈ ৰূপান্তৰিত কৰা, অঞ্জন, মীনা ৰঘুকাৰ সৰু সংসাৰখনৰ প্ৰায় অন্ধকাৰ খুপৰিত, ৰান্ধি, ভাজি-পুৰি যি দৈন্য আহাৰেই ৰঘুকা বা মীনাই সুমিত্ৰাৰ মুখৰ আগত সংকোচেৰে তুলি ধৰে তাকেই নিঃসংকোচে সুমিত্ৰাক পৰম পৰিতৃপ্তি সহকাৰে খোৱা দেখিলে মীনাই বিস্ময় নেমানি নোৱাৰে। সুমিত্ৰাৰ প্ৰতি কিবা এটা অবুজ কৃতজ্ঞতাত ভৰি উঠে মীনাৰ অন্তৰখন ..।

সুমিত্ৰাৰ এই উদাৰ উচ্চ মনোবৃত্তিৰ মুলতে হ'ল সুমিত্ৰা সুখী জীৱ। অন্ততঃ মীনাৰ সেয়ে ধাৰণা। মীনাৰ দৰে সহস্ৰ—দুঃচিন্তা, দুৰ্ভাৱনা, অভাৱ অনাটনেৰে ভৰা সংসাৰ সুমিত্ৰাৰ নহয়।

...তেওঁৰ সকলো আছে। অপৰ্য্যাপ্ত পৰিমাণেই আছে। ডাঙৰ এখন

বাগিচাৰ মালিক ধনবান, আধ্যাৱন্ত বাপেকৰ সন্তান সুমিত্ৰা—একমাত্ৰ সন্তান। কলিকতাত থাকি পঢ়ে যদিও হোষ্টেলবাসী ছাত্ৰী সুমিত্ৰা নহয়। থাকে পাৰ্ক ষ্ট্ৰীটৰ চৌখিন পৰিৱেশৰ মাজত, ডাঙৰ এটা ফ্লেটত লৈ।

গাড়ী-বাৰী, চাকৰ নাকৰেৰ ভৰা সম্পূৰ্ণ এখন গৃহস্থালী। অভিভাবীকা হিচাপে লগত থাকে দূৰ সম্পৰ্কৰ এগৰাকী বিধৱা পেহীয়েক। দেউতাক সুমিত্ৰাৰ লগত কলিকতাত নেথাকে। অকলশৰীয়া জীয়েকৰ ওচৰলৈ মাহেকে-পষেকে অহা যোৱা কৰি থাকে যদিও, পত্নী ঢুকুৱাৰ পিছৰ পৰাই বৰুৱা ডাঙৰীয়াই প্ৰায় স্থায়ী-ভাবে বাস কৰিবলৈ লৈছে বাগিচাত। আনফালে পৈত্ৰিক বাসস্থান হিচাপে চহৰৰ বুকুত, ফুলে ফলে পূৰ্ণ, বিৰাট ঘৰ-বাৰী আছে যদিও, সি বছৰৰ বেছিভাগ সময় গৃহিহীন হৈয়ে থাকে।

অথচ সুদক্ষ কৰ্ম্মচাৰীৰ হাতত বাগিচা চলোৱাৰ সকলো দায়ীত্ব সম্পূৰ্ণ ভাৱে এৰি দি চহৰৰ ঘৰত নাইবা একমাত্ৰ কন্যাৰ লগত কলিকতাত বসবাস কৰাৰ সামৰ্থ, আৰ্থিক সঙ্গতি তেখেতৰ প্ৰয়োজনতকৈ বহুত বেচিয়েই আছে যদিও, কৰ্ম্মহীন ৰিটায়াৰ্ড জীৱনৰ আলস্য তেওঁ কোনোমতেই সহ্য কৰিব নোৱাৰে। জীয়েকৰ অনুৰোধত এবাৰ মাহ দিয়েকলৈ চেষ্টা কৰিও চাইছিল। কিন্তু অটুট স্বাস্থ্য আৰু কৰ্ম্মশক্তিৰ প্ৰাবল্যত সেই সজ উদ্দেশ্য ফলৱতী নহয়। কিবা এটা নহয় কিবা এটাত দৈনন্দিন জীৱনটো সম্পূৰ্ণভাৱে আত্ম-নিয়োগ কৰি থকাটোতেই যেন তেখেতৰ আটাইতকৈ বেছি আনন্দ সবাতো বৰ সান্ত্বনা। অৱশ্যে সেই সান্ত্বনাৰ প্ৰয়োজন নোহোৱা নহয়।

মীনাৰ চকুত সুমিত্ৰা চিন্তা-ভাৱনা শূন্য সুখী জীৱ। সংসাৰে তেওঁক আঁচল ওপচাই বহুত দিছে। তথাপি মাজে মাজে মীনাৰ সন্দেহ হয় সুমিত্ৰা সঁচাই সুখী জানো?

সুমিত্ৰাৰ জীৱন ইতিহাস মীনাৰ অজানা নহয়। নিজৰ জীৱন ৰহস্য সম্বন্ধে অঞ্জন ৰঘুকা আনকি মাহীআই, ভূঞা ডাঙৰীয়াৰ বিষয়ে আদ্যোপান্ত, মীনাক অলপ অলপকৈ সুধি সুধি সুমিত্ৰাই জানি লোৱাৰ দৰে মীনাই সুমিত্ৰাৰ জীৱন ইতিহাস সুধিবলগীয়া হোৱা নাই। সুমিত্ৰাই অকপতে নিজ মুখেই আৰু উপযাচিয়েই সকলো জনাইছে মীনাক...।

হাইস্কুলত পঢ়ি থকা অৱস্থাতে সুমিত্ৰাৰ বিয়া হয় অতি কম বয়সতে। ভৱিষ্যত সম্ভাৱনাৰে পূৰ্ণ স্বাস্থ্যোজ্জ্বল ধনীয়া এজন ডেকা। সকলো ফালৰ পৰাই ক'ব পাৰি সুপাত্ৰ সুমিত্ৰাৰ উপযুক্ত।

সেয়ে সুমিত্ৰাৰ মাক দেউতাকে প্ৰস্তাৱ পোৱাৰ লগে লগেই সময় নষ্ট নকৰি ততাতৈয়াকৈয়ে, খুব ধুম-ধামৰ মাজেৰে জীয়েকৰ সম্প্ৰদান পৰ্ব্ব সমাধা কৰি পেলাই সেই তৰুণৰ লগত। তাৰ পাছত বিয়াৰ ছমাহ নৌ-হওঁতেই, নিজৰ ফালৰ পৰাই উদ্যোগী হৈ বৰুৱা ডাঙৰীয়াই ন-জোঁৱাইক উচ্চ শিক্ষাৰ্থে বিলাতলৈ পঠাই দিয়ে। লগতে বিদেশত জোঁৱাইৰ সকলো খৰচ পত্ৰৰ দায়ীত্বও নিজৰ হাতত তুলি লয়।

বিদেশত ন-জোঁৱাইৰ সুখ্যাতি শুনি প্ৰথম বছৰ দিয়েক বৰুৱা ডাঙৰীয়াৰ সংসাৰত আনন্দৰ সোঁত বৈ গৈছিল। কিন্তু তৃতীয় বছৰৰ আৰম্ভণিৰ লগে লগেই, সেই সোঁতৰ গতি লাহে লাহে যেন মন্থৰ হৈ আহে। বিলাতৰ পৰা নিয়মিত

আহি থকা চিঠি-পত্ৰৰ সংখ্যাও ক্ৰমাত কমি যায়—বাঢ়ে মাথো টকাৰ দাবী।

তাৰ পাছত দিন যোৱাৰ লগে লগে স্নেহ, প্ৰীতি শ্ৰদ্ধাভক্তি, দায়-দায়ীত্বৰ সমাধি ঘটে। সমাধি-বেদীত কাইটীয়া বিহ গছটিৰ গছৰ দৰে মাথো বাচি থাকে একমাত্ৰ টকা-পইচাৰ সম্বন্ধটো।

অসহায় বৰুৱা ডাঙৰীয়াই জোঁৱায়েকৰ সকলো অন্যায় দাবী মানি, চিঠিৰ পিছত চিঠিৰে, টেলীগ্ৰামেৰে অনুনয় বিনয় কৰি ল ৰাক ঘূৰি আহিবলৈ বাৰে বাৰে অনুৰোধ কৰে। বিলাতৰ চিনাকি, অচিনাকি প্ৰবাসী ছাত্ৰ সকলৰ মধ্যেমেৰেও বহুত চেষ্টা কৰি চাই। প্ৰতি বাৰেই চিঠিৰ লগত ঘূৰি অহাৰ সকলো খৰচ-পাতি প্ৰয়োজনৰো অতিৰিক্ত পঠিৱাই যেনে তেনে জোঁৱাইক ঘূৰাই পোৱাৰ আশা কৰি অপেক্ষা কৰি ৰয়। কিন্তু তথাপি সেইজন আৰু ঘূৰি নাহে।

গভীৰ হতাশাত, মনোকষ্টত সুমিত্ৰাৰ মাকে শয্যা লয়। ঘৰখনৰ একমাত্ৰ সন্তান, উনৈছ বছৰীয়া গাভৰু কন্যাৰ ভৱিষ্যত ভাবি, দুৰ্ভাৱনাত, উৎকণ্ঠাত, উদভ্ৰান্ত হৈ বৰুৱাদেৱে শেষত এদিন জীয়েকক লগত লৈ নিজেই সুদূৰ বিলাত ওলায়গৈ।

কিন্তু সেই বিৰাট মহানগৰীৰ লক্ষ লক্ষ মানুহেৰে ভৰি থকা জনাৰণ্যৰ মাজত, কোনোবা কুখ্যাত অঞ্চলৰ তাতোকৈয়ো কুখ্যাত পাপ পুৰীৰ অটল-অন্ধকাৰৰ কদৰ্য্য গভীৰতাৰ মাজত, হেৰাই যোৱা এটা ব্যভিচাৰি ডেকাক বিচাৰি উলিওৱাতো সহজ কথা নহয়।

যি পথভ্ৰষ্ট ডেকাই নিজৰ শিক্ষালয়ৰ লগত, একালৰ ছাত্ৰসমাজ, বন্ধু-বান্ধৱৰ লগত সকলো সংশ্ৰৱ নিৰ্মমভাবে মোহাৰি পেলাই, নিজক কোনোবা বিভংস পৃথিৱীৰ নিম্নতম স্তৰৰো তলত লুপ্ত হৈ যোৱাটোকে বাঞ্ছা কৰিলে, তাৰ সঠিক বতৰা বৰুৱা ডাঙৰীয়াক কোনেও দিব নোৱাৰে।

তথাপি তেওঁ নিৰুৎসাহ নহয়। নতুন আশাৰে খোলাকুটিৰ দৰে ধন ভাঙি সুখ-আৰাম ত্যাগ কৰি সীমাহীন পৰিশ্ৰম কৰি, বিচাৰি বিচাৰি এদিন সঁচাকৈয়ে আবিষ্কাৰ কৰে সেই ডেকাক। কিন্তু তাকে যিটো উলঙ্গ পৰিবেশৰ মাজত, যিটো উন্মত্ত, উদ্ধত অৱস্থাত, তাক দেখি বজ্ৰাহত বৰুৱা ডাঙৰীয়াই অশেষৰ বিশ্বাস কৰি অহা মানৱ জীৱনৰ সকলো ৰূপ, ৰস, সভ্যতা-সংস্কৃতি পবিত্ৰতাৰ ওপৰতে আস্থা হেৰুৱাই পেলাই।

তথাপি কন্যাৰ মুখলৈ চাই সেই নৰকৰ মাজৰ পৰা বলেৰে হ'লেও জোঁৱায়েকক ঘূৰাই আনিব বিচাৰিছিল, কিন্তু এইবাৰ বাধা দিলে সুমিত্ৰাই নিজে।

বিপৰ্য্যয়ৰ আৰম্ভণিৰ পৰা যি সুমিত্ৰা একেবাৰে নিশ্বাক হৈ গৈছিল, বিলাতলৈ অহা দিন ধৰিও যাৰ ওঠফুটি এটা শব্দও উচ্চাৰিত হোৱা নাছিল, সেই বোবা সুমিত্ৰায়েই এই প্ৰথম মুখ খুলিলে। নিঃসংকোচে বাপেকৰ মুখলৈ চাই, স্পষ্ট ভাষাত, সংযত সুনিশ্চিত দৃঢ়তাৰে জনালে —

'...নেলাগে দেউতা। মই আৰু এতিয়া সৰু ছোৱালী হৈ থকা নাই। মোৰ কাৰণে যি কৰিব খুজিছে, সি মোক কেতিয়াও সুখী কৰিব নোৱাৰে। যি দেখি আহিলো তাক মই জীৱনত কোনো কালে পাহৰিব নোৱাৰিম। কোনো প্ৰায়শ্চিত্তই সেই বিভীষিকাৰ পৰিবৰ্ত্তন সানিব নোৱাৰে। ...অভিমান মই নকৰো। মোৰ

জীৱনটোক,– মোৰ অদৃষ্টক স্বীকাৰ কৰি লবলৈ মোৰ শক্তি আছে। আপুনি মাথো মোক আশীৰ্বাদ কৰক দেউতা! সেয়ে হ'ব মোৰ পাথেয়।...এইবাৰ বলক আমি উভতি যাওঁগৈ...।'

আদেশ, উপদেশ, অনুৰোধ, যুক্তি কোনো এটায়ো আৰু সুমিত্ৰাক টলাব নোৱাৰে। দেউতাকৰ সকলো চেষ্টা, সুমিত্ৰাৰ মনৰ দৃঢ়তাৰ আগত ব্যৰ্থ হৈ যায়। তাৰে ফলত, বুকুৰ অতি আপোন জনাৰ শেষকৃত্য সমাধা কৰি শ্মশানৰ পৰা ঘূৰি অহা মানুহৰ মুখৰ দৰেই, অন্তৰ ভৰা সুগভীৰ নৈৰাশ্য লৈয়ে বৰুৱা ডাঙৰীয়াই আকৌ কন্যাক লগত লৈ স্বদেশলৈ ঘূৰি আহে।

কিন্তু দুৰ্যোগ, দুৰ্ভাগ্যৰ শেষ তাতেই নহয়। বিলাত অভিমুখে ৰওণা হোৱাৰ সময়ত শয্যাগত অৱস্থাতে এৰি গৈছিল সুমিত্ৰাৰ মাকক। আশাই হয়তো জীয়াই ৰাখিছিল সেই হতভাগ্য নাৰীক। কিন্তু সদ্য প্ৰত্যাগত গিৰীয়েক আৰু জীয়েকৰ মুখ দুখন দেখি বুজিলে আৰু প্ৰশ্ন কৰা নিৰৰ্থক—আশা কৰা নিৰৰ্থক। সকলো শেষ। তাৰ লগে লগে জীয়াই থকাৰ ইচ্ছাকণো হয়তো তেওঁৰ শেষ হৈ যায়।

বৰুৱা ডাঙৰীয়াৰ, সুমিত্ৰাৰ, চহৰৰ ডাঙৰ ডাঙৰ ডাক্তৰ সকলৰ সকলো চেষ্টা ব্যৰ্থ কৰি, মনৰ অপূৰ্ণ আশা মনত লৈয়ে সুমিত্ৰাৰ মাকে বিদায় লয় অসহনীয় শোকত। আৰু সিও সুমিত্ৰাহঁত ঘূৰি অহাৰ মাত্ৰ এটা মাহ পাছতে...।

চহৰখনৰ এমূৰে থকা বৰুৱা ডাঙৰীয়াৰ বিৰাট ডাঙৰ ঘৰ-নৰ দুটা চুকত মুহ্যমান, জীৱন্মৃত অৱস্থাতে পৰি ৰয় সুমিত্ৰা আৰু সুমিত্ৰাৰ দেউতাক। জীয়েকে চেষ্টা কৰে বাপেকক প্ৰবোধ দিবলৈ আৰু বাপেকেও চেষ্টা কৰে জীয়েকক প্ৰবোধ দিবলৈ, কিন্তু এজনেয়ো প্ৰবোধ মানিব নোখোজে।

দিনৰ পাছত দিন পাৰ হয়। তথাপি কোনো পৰিৱৰ্তন নহয় দুয়োৰে মানসিক স্থবিৰতাৰ অৱস্থাৰ ...।

সেই অৱস্থাৰ কিবা পৰিৱৰ্তন আশা কৰিয়েই দুয়ো এদিন হঠাতে ঘৰৰ বাহিৰ হয় দেশ ভ্ৰমণৰ উদ্দেশ্যে।.. সমগ্ৰ দক্ষিণ ভাৰত ঘূৰি ঘূৰি, স্থিতিহীন উৰণীয়া মেঘৰ দৰেই চহৰে নগৰে ভ্ৰমি ফুৰি ছমাহৰ মূৰত ক্লান্ত হৈয়ে আকৌ এদিন ঘূৰি আহি কলিকতা ওলাইহি।

গতিহীন নিৰানন্দৰ মাজতে দুয়ো সেই কলিকতা নগৰতে পোন্ধৰটা দিন পাৰ কৰি দিয়ে। তাতেই আউতৰাম ঘাটত, অকস্মাতে এদিন সুমিত্ৰাই স্কুলীয়া জীৱনৰ বান্ধৱী এগৰাকীক লগ পাই যায়।

সেই বান্ধৱীৰ সহচৰ্যৰ মাজেদিয়েই দিন যোৱাৰ লগে লগে অলপ অলপকৈ সুমিত্ৰাই নিজক ঘূৰাই আনিবলৈ সমৰ্থ হয়, মনোজগতৰ গতিহীন স্থবিৰতাৰ পৰা এটা স্বাভাৱিক পৰিৱেশলৈ। নিজৰ মনটোৰ পৰিৱৰ্তনৰ লগতে বান্ধৱীৰ উৎসাহ পাই আকৌ পঢ়া-শুনা আৰম্ভ কৰাৰ ইচ্ছাটো দেউতাকক জনায়।

দেউতাকে বুজে কন্যাৰ সেই সজ উদ্দেশ্য,পঢ়ি-শুনি নিজক বিদুষী কৰি তোলা নহয়.—প্ৰকৃত উদ্দেশ্য হয়তো তাৰ মাজত নিজক ডুবাই ৰাখি সুমিত্ৰাই বিচাৰিছে মানসিক নৈৰাশ্য, অতৃপ্ত সকলো পাহৰি যাব পৰা এটা নতুন অবলম্বন।

বৰুৱা ডাঙৰীয়াই তেনে এটা পথেই কামনা কৰি আহিছিল, '...পাহৰি যাওক, সকলো তাই পাহৰি যাওক...।'

সেয়ে কন্যাৰ অভিলাস মতে তেখেতে পঢ়া-শুনাৰ সকলো ব্যৱস্থা ততাতৈয়াকৈ সম্পূৰ্ণ কৰি সুমিত্ৰাকে নতুনকৈ প্ৰতিষ্ঠা কৰি দিয়ে।

তেতিয়াৰ পৰাই সুমিত্ৰা কলিকতাত। সিও আজি তিনি বছৰতকৈ বেছি হৈ গ'ল। আগতে বন্ধত ঘৰলৈ আহিছিল। কিন্তু মীনাৰ লগত অন্তৰঙ্গতাৰ দিন ধৰি সুমিত্ৰা ঘৰলৈকো আৰু অহা নাই। এইবাৰ ঠিক কৰিছে আহিব। লগত মীনাকো জোৰ কৰি হ'লেও আনিব, সুমিত্ৰাৰ সেয়ে একান্ত ইচ্ছা।

কিন্তু মীনাই জানে বান্ধৱীৰ সেই ইচ্ছা ৰক্ষা কৰাৰ সামৰ্থ সদাহতে তেওঁৰ নাই। আৰ্ট স্কুল এৰি, এতিয়াও যে নতুন গুৰুজীৰ ওচৰত শিকিবলৈ, জানিবলৈ আৰু লগতে সৰু সংসাৰখনৰ আৰ্থিক সঙ্গতিকণ নিৰ্ভৰযোগ্য কৰি তুলিবলৈ বহুত বাকী আছে। তাৰোপৰি আটাইতকৈ ডাঙৰ প্ৰশ্ন, ডাঙৰ ভয় মইনা মাহী আৰু ভুঞা ডাঙৰীয়াক লৈ। যদি কেতিয়াবা হঠাৎ সমুখত পৰি যায়? যদিও সুমিত্ৰাহঁতৰ ঘৰ, মীনাৰ সৰু চাপৰি গাঁওখনৰ অৱস্থানৰ পৰা তিনিশ মাইলৰো অধিক, আৰু হঠাৎ আগত পৰি যোৱাৰ সম্ভাৱনাও বহুত কম, তথাপি সুমিত্ৰাৰ আগ্ৰহত অসমলৈ ঘূৰি অহাৰ দুঃসাহস মীনাৰ নহয়। অন্ততঃ এতিয়াও ভালেমান বছৰলৈ তাৰ সম্ভাৱনা নাই, তাৰোপৰি অঞ্জন বৰুকাইৰ প্ৰশ্নটো আছেই···।

তথাপি গলিৰ মুৰৰ ৰ'দ নপৰা অন্ধকাৰ কোঠেটোত আৰ্জাৰি পালেই ঘূৰি ঘূৰি মীনাই সেইবোৰ কথাই ভাবে ভাবে জীৱনত সেই অনাগত বছৰবোৰ কেতিয়া মানে আহিব —পাৰ হৈয়ো যাব! কেতিয়ামানে অসমলৈ আকৌ ঘূৰি আহি, ভুঞা ডাঙৰীয়া আৰু মাহীআইৰ আশীষ মূৰত লৈ কোনোবা ডাঙৰ চহৰত দুয়োৰে নিজা ষ্টুডিঅ খুলি স্বাধীনভাৱে সংসাৰৰ পাতনি মেলিব!

···দিবা স্বপ্নৰ শেষ নাই। কিন্তু এই মুহূৰ্তত সি স্বপ্ন হৈ থাকিলেও মীনাই জানে পূৰা বিশ্বাসো কৰে অদূৰ ভৱিষ্যতে নিশ্চয় এদিন সেই স্বপ্ন সাৰ্থক হৈ যে উঠিবই তাত কোনো সন্দেহ নাই।

তাৰেই প্ৰথম পদক্ষেপ আচৰে গলিৰ মুখৰ অন্ধকাৰ ঘৰ এৰি, টালিগঞ্জৰ ফালে ৰ'দ-বতাহ পোৱা এটা আহল-বহল ঘৰলৈ মীনাহঁত উঠি অহাৰ আয়োজন প্ৰায় সম্পূৰ্ণ হৈ উঠিছে। তাৰে ডাঙৰ কোঠাটোকে দুয়োৰে যুগ্ম ষ্টুডিঅ'লৈ ৰূপান্তৰ কৰাৰ আঁচনিও সকলো ঠিক হৈ আছে।

ইয়াৰ ভিতৰতে অঞ্জন আৰু বৰুকাইৰ লগত কেইবাবাৰো মীনাই সেই ঘৰ চাই আহিছে। আনকি সুমিত্ৰাও বাদ পৰা নাই।

কিন্তু সেই প্ৰথম পদক্ষেপৰ নতুন পৰিকল্পনা, ছয় সাত মাহ আগলৈকে অঞ্জন-মীনাৰ কল্পনাৰো অতীত আছিল। তথাপি কিন্তু সেই কল্পনাৰ বাস্তৱ ৰূপান্তৰ ঘটিল গুৰুজীৰ আশীৰ্বাদত···।

## তিনি

অতি ভাগ্যবান দুই এযোৰাৰ বাহিৰে সংসাৰত সকলো ফালৰ পৰাই প্ৰতিস্হিত হ'বলৈ স্বাৱলম্বী হবলৈ কঠোৰ সংগ্ৰাম অপৰিহাৰ্য্য।

অঞ্জন, ৰঘুকা, মীনাও তাৰ ব্যতিক্ৰম নহয়। প্ৰথম প্ৰথম বেচ্ কিছুদিনলৈ অকল টিকি থাকিবলৈকে অপৰিসীম কষ্ট-পৰিশ্ৰম কৰিবলগীয়া হৈছিল। মাহৰ পাছত মাহ, অভাৱ অনাতনৰ মাজত চলিবলগীয়া হোৱাত লাহে লাহে তিনিও হতাশ হৈ পৰিছিল। মহানগৰীত এই নতুন বাসকাল যে কিমান দিনলৈ স্হায়ী হৈ থাকিব সেই বিষয়েই সন্দিহান হৈ উঠিছিল।

কিন্তু তথাপি ইমান কষ্ট পৰিশ্ৰমৰ মাজতো অঞ্জন-মীনাই অব্যাহত ৰাখিছিল দুয়োৰে নিয়মিত শিক্ষা প্ৰশিক্ষণ, শিল্প-সাধনা।

আৰ্ট স্কুল এৰি যি গৰাকী অভিজ্ঞ গুৰুৰ ওচৰত দুয়ো শিক্ষা লৈছিল, তেওঁ আছিল প্ৰখ্যাত শিল্পী।

মাজে মধ্যে শিক্ষকতা কৰিছিল যদিও সেইয়া তেওঁৰ প্ৰফেচন্ নাছিল। তেওঁ ভাল পাইছিল শিল্পক—ভাল পাইছিল শিল্পীক।

সতীৰ্থ প্ৰবীণ বন্ধু এগৰাকীৰ ঐকান্তিক অনুৰোধতে, অঞ্জন-মীনাক অলপ শিকাই বুজাই দিবলৈ মান্তি হৈছিল যদিও বৰ বেছি উৎসাহ বোধ কৰা নাছিল। ভাবি লৈছিল, তুলি ডালো ভালকৈ ধৰিব নজনা চখৰ শিল্পী দুয়ো।

কিন্তু সেই ভুল ভাঙিবলৈ বেছি দিন নেলাগিল। বিবিধ শিল্পী-শৈলীৰ স্বকীয় বৈশিষ্ট্যতা, ব্যাকৰণ 'এনাটমিকেল্' জ্ঞান, তাৰ বৈজ্ঞনীক বিশ্লেষণ ইত্যাদি কিছুমান জটিল বিষয়ত দুয়োৰে জ্ঞান বুদ্ধি সীমিত আছিল যদিও, উদ্দেশ্য প্ৰণোদিত ছিত্ৰৰ অন্তঃদৰ্শন, তাৰ 'ডেকৰেটিভ্' বৰ্ণচয়ন বিন্যাস পদ্ধতি আদি কিছুমান বিষয়ত দুয়োৰে স্বাভাৱিক দক্ষতা দেখি গুৰুজী বিস্মিত নহৈ নোৱাৰে। বেচ্ বুজিব পাৰে তেওঁৰ এই ছাত্ৰ-ছাত্ৰী দুগৰাকী দুদিনীয়া চখৰ শিল্পী মুঠেই নহয়।

উৎসাহিত হৈ উঠে গুৰুজী। আন্তৰিক আগ্ৰহেৰেই নিজৰ জ্ঞান উজাৰ কৰি দুয়োকে সকলো ফালেই পাকৈত কৰি তুলিবলৈ চেষ্টাৰ ত্ৰুটি নকৰে। তাৰ লগে লগে গুৰু-ছাত্ৰ-ছাত্ৰীৰ 'ফৰ্মেল্' সম্বন্ধটোও পৰিৱৰ্ত্তিত হৈ একেবাৰে ঘৰুৱা হৈ পৰে।

কিবা সূত্ৰত ক্লাছৰ অন্তত গুৰুজীয়ে কৈছিল—

'কাইলৈতো ক্লাছ নাই, তথাপি দুয়ো গধূলি এবাৰ আহিবা। একেলগে বহি চাহ খাম, গল্প কৰিম!'

আপত্তি কৰিবলগীয়া একো নাই। বেচ্ কিছু দিনৰে পৰাই মীনাই এনে-কুৱা এটা সুযোগৰে অপেক্ষা কৰিছিল। গতিকে অকল সম্মতি জনোৱাই নহয়, পিছ দিনা ঠিক সময়তে দুয়ো গুৰুজীৰ ষ্টুডিঅত উপস্হিত হয়ে গৈ…।

দুয়োকে দেখাৰ লগে লগে গুৰুজী উৎসাহিত হৈ উঠে... ।

'আৰে, আহাঁ আহাঁ ! মই তোমালোকৰ অপেক্ষাতে বহি আছে । ...কিন্তু এটা কথা -'ওয়ান্ থিং' ! আজি কিন্তু আৰু আৰ্ট সম্বন্ধে কোনো কথা হ'ব নোৱাৰে । শ্ৰেফ্ গপ্‌প তাৰ লগত কড়া পাকৰ সন্দেস আৰু চাহ, বচ্...ব্‌জিছা ? এতিয়া আহা বহোগৈ ।'

তিনিও ঘৰৰ ভিতৰত বহেগৈ । ভদ্ৰলোক মুতব্বাৰ । তথাপি ৰুচিসন্মতভাৱে সজোৱা আছে ডাঙৰ ড্ৰইং ৰুমটো !

অঞ্জনে লগত অনা ডাঙৰ পেকেট্‌টো, দীঘল চ'ফাখনৰ দাঁতিতে আওজাই থোৱা চকুত পৰাত গুৰুজীয়ে তপৰাই প্ৰশ্ন কৰে

'সেইখন কি পালা অঞ্জন ? কিবা ছবি নেকি... ?'

'মীনাক সোধক ! সেইয়া তেওঁৰ সম্পদ । মই মুঠে কঢ়িয়াইহে আনি দিছো ।'

গুৰুজীয়ে এইবাৰ প্ৰায় তলমূৰ কৰি বহি থকা মীনাৰ মুখলৈ চাই অলপকৈ হাঁহি ব্যক্ত কৰে

'তোমাৰ ভাৱ-গতি দেখি ধাৰণা হৈছে, নিশ্চয় মোলৈ কিবা এটা আনিছা, কিন্তু বস্তুটো কি ?'

মীনাই চকু তুলি তেওঁৰ মুখলৈ চাই লাহেকৈ উত্তৰ দিয়ে—

'গুৰু দক্ষিণা... !'

'গুৰু দক্ষিণা ? কিন্তু সেইয়াতো নিয়মিত পাই আছো । এইয়া বিশেষ কিবা নেকি... ?'

'বিশেষ একো নহয় ! ধৰক, গুৰুৰ প্ৰতি শিষ্যাৰ আন্তৰিক শ্ৰদ্ধা আৰু ভক্তিৰ সৰু এটা 'টকেন', এখন ছবি ! বহুদিনৰে পৰা ভাবি থৈছিলো আনিম বুলি কিন্তু সুবিধা পোৱা নাছিলো । পিছে আজি যিটো উৎসাহত তাক লৈ ঘৰৰ পৰা ওলাইছিলো এতিয়া দেখিছো সেই উৎসাহ কমি আহিছে... ।'

'কিয় ?'

'অঞ্জনেতো কৈছিল, এইখন ঘৰলৈ ছবি অনা মানে— ব্ৰিংইং ক'লটু নিউকেছল' . । হয়তো ঠিকেই কৈছে । আপোনাৰ নিৰ্চিনা এগৰাকী গুণীক মইনো কি দিব পাৰো, কিমান কণেই বা মোৰ সামৰ্থ ! সেয়েহে এতিয়া ছবিখন খুলি দেখুৱাবলৈ সংকোচ হৈছে... ।'

'হয় নেকি ? পাছে এতিয়া আৰু সংকোচ কৰি লাভ কি ? আনিলাই যেতিয়া চোৱাই যাওক । বুজিছা মীনা, তোমাৰ ছবিবোৰত সদায় এটা আনন্দমুখৰ পৰিবেশ ফুটি উঠা চকুত পৰি আহিছে,- -যেন নানা ৰঙৰ মাজে মাজে জড়িত হৈ আছে একোটা অস্পষ্ট সুৰ লহৰীৰ কোমল ঝংকাৰ !...অহুঃ এদিন তোমালোকক ৰাগমালা চিত্ৰৰ কথা কৈছিলো নহয় ? নিশ্চয় মনত আছে ? অতীতৰ সেইচাম শিল্পীয়ে এদিন মনৰ উৎসাহত ভাৰতীয় সঙ্গীতৰ ভিন ভিন ৰাগৰ সুৰ-লহৰীক একোখন প্ৰতিকী চিত্ৰলৈ ৰূপান্তৰ কৰিছিল ভিন ভিন ৰঙৰ মধ্যমেৰে । জানাই নহয়,... মনৰ ওপৰত একোটা ৰাগৰ বিচিত্ৰ সুৰধ্বনিৰ যি প্ৰতিফলন বা প্ৰতিক্ৰিয়াৰ সৃষ্টি হয়, একো একো বিধ ৰঙৰ ক্ষেত্ৰটো ঠিক সেয়ে ঘটে । সেই সুৰ আৰু ৰঙৰ সমন্বয় কল্পনা কৰিয়েই বহু শতাব্দী আগৰ সেই চাম শিল্পীয়ে সৃষ্টি কৰিছিল ৰাগমালাৰ চিত্ৰ শৈলী ।

অৱশ্যে এই ৰাগমালাৰ চিত্ৰ-শৈলীলৈ ৰূপান্তৰ বুলি ক লেই সকলো কোৱা নহয়। ···তোমালোকৰ ৰঙৱ জগতখনৰ দৰেই সুৰৰ জগৎখনো বিশাল—গুচৰ সম্বন্ধীয়।

সাতবৰণীয়া ৰামধেনুত যেনেকৈ উগ্ৰ ৰং আছে, মজলীয়া বা পাতল ৰং আছে, ঠিক তেনেকৈয়ে সপ্ত সুৰ লহৰীৰ মাজতো আছে, শুদ্ধ স্বৰ, কোমল স্বৰ, তীব্ৰ স্বৰ।

প্ৰয়োজন অনুসৰি এই স্বৰাবিলাককেই বেলেগ বেলেগভাৱে সজাই লৈ যি নিৰ্দ্দিষ্ট স্বৰ-সপ্তকৰ বিন্যাস, তাকেই আমি শুনিবলৈ পাওঁ, ভিন্ ভিন্ ৰাগ বা তাৰ একসুৰি ৰাগিণীত।

তোমাৰ ছবি এখন অঁকাৰ আগতে যেনেকৈ তাৰ সৰু এটা 'স্কেচ্' কৰি লোৱা, তেনেকৈ একোটা বিশেষ ৰাগ প্ৰতিষ্ঠা কৰিবলৈকে আলাপ একোটাৰ প্ৰয়োজন হয়। সঙ্গীতৰ সৰ্ব্ব সন্মত বা শাস্ত্ৰ সন্মত এই নিৰ্দ্দিষ্ট স্বৰমালা, বিধি-সন্মত শুদ্ধ ৰূপায়ণৰ মাজেৰে যি সঙ্গীত পৰিবেশন কৰা হয়, তাকেই আখ্যা দিয়া হৈছে শাস্ত্ৰীয় সঙ্গীত হিচাপে।

কিন্তু এইবোৰতো হ'ল সাধাৰণ ব্যাকৰণ। আচল কথা ইয়াৰ আদি উৎপত্তিৰ প্ৰয়োজন কিয় হ'ল, অঞ্জন! তুমি নিশ্চয় ক'ব পাৰিবা... ?'

গুৰুজীৰ প্ৰশ্ন শুনি অঞ্জনে ক্ষন্তেক নিঃশব্দে তেওঁৰ মুখলৈ চাই থাকি পাছত লাহে লাহে মূৰ জোকোৰে। গুৰুজীয়ে চকু ঘূৰাই নিয়ে মীনালৈ···।

'আৰু মীনা! তুমি··· ?'

ময়ো নেজানো গুৰুজী ।'

মীনাৰ উত্তৰ শুনি গুৰুজীৰ ওঁঠত দেখা দিয়ে সৰু এটা হাঁহি –

' নেজানো বুলিতো ক'লা, কিন্তু নেজানিলেও ক'ব নোৱাৰাকৈয়ে দেখো তোমালোকে তাৰেই আভাস দি আহিছা—আজি নহয়, একেবাৰে শৈশৱৰ পৰাই।

···মোক কৈছিলা, তোমালোকৰ মাহীআইৰ মুখত শুনা সেইবোৰ বিবিধ উপাখ্যান, সাধু, কাহিনীৰ চিত্ৰৰূপ দিবলৈ চেষ্ট কৰাৰ মাজেৰেই আৰম্ভ কৰিছিলা তোমালোকৰ এই শিল্পীৰ জগতখনৰ মাজলৈ প্ৰথম পদক্ষেপ। তাৰ পাছত আঁকি-বলৈ লৈছিলা, প্ৰকৃতিৰ বিধ বিধ নৈসৰ্গিক দৃশ্যাৱলী ...অঁকা নাছিলা জানো?'

'আঁকিছিলো ঠিকেই, কিন্তু সেইবোৰ আছিল নিতান্তই ল'ৰা-ধেমালি। তাৰ কোনো মূল্য নাই। তথাপি সেইবোৰ আঁকিবলৈ আমি দুয়ো হয়তো অজানিতে কিবা এটা নতুন প্ৰেৰণা পাইছিলো...।'

মীনাৰ কথা শুনি গুৰুজীয়ে লাহে লাহে মূৰ দুপিয়াই—

'এৰা, প্ৰেৰণা! ঠিক কৈছা। সকলোৰ মূলতে হ'ল এই প্ৰেৰণা! ...চোৱা, আজিৰ এই বিজ্ঞানৰ যুগত চূড়ান্ত বাস্তৱতাৰ মাজত প্ৰতি নিয়ত আমি ডুবি থাকো যদিও, সেই চিৰন্তন প্ৰকৃতি মাতৃৰ প্ৰভাৱৰ পৰা আমিতো কোনো দিন মুক্ত হ'ব নোৱাৰো...।

···সঙ্গীতৰ ছটা ৰাগৰ দৰেই বছৰত আমাৰ ছটা ঋতু। আৰু প্ৰতিটো ঋতুকেই প্ৰকৃতিয়ে নতুন নতুন ৰূপত—নতুন নতুন সাজত আমাক দেখা দিয়েহি।

তাৰেই প্ৰতিক্ৰিয়া সৃষ্টি হয় মানুহৰ অন্তৰত। মনৰ মাজত উদয় হয় নতুন ভাব–নতুন অনুভূতি। ·· প্ৰেমৰ, আনন্দৰ, মিলনৰ, বিৰহৰ··· !

…নৱ-বসন্তৰ ঐশ্বৰ্য্যময়ী প্ৰকৃতি মাতৃৰ শ্যামল ৰূপ দেখি উত্ৰাৱল হৈ উঠে মন, সূক্ষ্ম ভাৱ-বিলাস।

হৃদয়ৰ সেই দুৰন্ত আবেগ প্ৰকাশ কৰিবলৈকে শিল্পীৰ মুখেৰে ওলাই আহে স্বতঃস্ফূৰ্ত্ত সুৰ ধ্বনি! হিন্দোল বা বসন্ত ৰাগৰ পূৰ্ণ বিন্যাসেৰে তাঁক বিস্তাৰ কৰি, মনোগ্ৰাহী কৰি প্ৰকাশৰ বাট কাটে। সুৰ লহৰীক আৰু বেছি অৰ্থপূৰ্ণ কৰি তুলিবলৈকে সময়ত 'খেয়াল' মতে যোগ কৰে কথা মালাৰ।

চিত্ৰাংকনৰ ক্ষেত্ৰটো সেই একে হৃদয়ৰ আবেগ! গভীৰ আনন্দমুখৰ মন ৰ ভাববাশী, বিবিধ ৰঙৰ বিচিত্ৰ কাৰু-কাৰ্য্যেৰে প্ৰকৃতিৰ সেই নব্য ৰূপ মাধুৰীক কেনভাচৰ বুকুত জীৱন্ত কৰি ৰখাৰ প্ৰেৰণা যোগায়।

…অৱশ্যে মনৰ ওপৰত প্ৰতিটো ঋতুৰ প্ৰভাৱ বেলেগ বেলেগ। সেই হিচাপে ৰাগ-ৰাগিণীৰ স্বৰ সংযোজনাও হৈ পৰে বেলেগ বেলেগ। চিত্ৰাংকনৰ ক্ষেত্ৰতো বিষয়-বাছনি হৈ পৰে বেলেগ বেলেগ।

'ওদি অ' ভিচুৱেল্' শব্দটো বৰ নতুন —বৰ আধুনিক। শব্দ বা গতি লৈ হুবহু একে নহ'লেও তাৰ প্ৰথম অংকুৰ কিন্তু বহু শতাব্দী আগৰ আমাৰ চিত্ৰ-মালাৰ মাজতে সোমাই আছে।…সৌ ছবিখন চোৱা…' বেৰৰ এদাতিত থকা 'মীৰাবাঈ'ৰ ছবিখন দেখুৱাই গুৰুজীয়ে কৈ যায়—

'…প্ৰসাধান বৰ্জ্জিত শুভ্ৰ বসন—চকু মুদখোৱা, কোঁচত তুলি লোৱা বীণাৰ তাঁৰত আঙুলিৰ পৰশ… ৷ দৃশ্যটো দেখাৰ লগে লগেই যেন কাণত বাজি উঠে, কৃষ্ণ প্ৰেমত আত্মহাৰা আকুলিনী মীৰাই হৃদয়ৰ গোটেইখিনি আবেগ লৈ গাই উঠিছে 'মেৰে ত গিৰিধাৰী গোপালা . ৷

গোটেই ছবিখনেই যেন মীৰাৰ জীৱন কাহিনী চিত্ৰৰে এটা বিশেষ মুহূৰ্ত্তক 'ফ্ৰিজ্‌দ্' কৰি ৰখা এটা 'ফ্ৰেম্'… ৷

এইবোৰ এৰিও আজিৰ বাস্তৱ জগত-খনৰ প্ৰভাৱতো আৰু প্ৰকৃত…আৰু বিশাল—আৰু জটিল। আজিৰ পৃথিৱীত তাৰ প্ৰমাণতো পদে পদে পাই আহিছা। ..কিন্তু আৰু নহয়. দেৰ হ'ল, কি সঙ্গীত—কি চিত্ৰকলা… ! …অঞ্জন! আজি আমাৰ কি প্লেন্ আছিল পাহৰিলা ?

গুৰুজীৰ কথাত অঞ্জনে হাঁহি তপৰাই উত্তৰ দিয়ে—

'মুঠেই নাই পাহৰা গুৰুজী! আপুনি কৈছিল, 'আজি মাথো শ্ৰেফ্ গল্প, চাহ আৰু কড়া-পাকৰ সন্দেস… !'

গুৰুজীয়ে হাঁহি উঠে—

'নিশ্চয়! গতিকে মীনা। তুমি উঠা। সোৱা, ফুলাম এন্ব্ৰইডাৰীৰে তোমাৰ 'টিকজি' যিমানেই দেখনীয়াৰ হওক লাগিলে চাহ গৰম কৰি ৰখা ক্ষমতা তাৰ সীমিত। যোৱা, চাহ বাকা। …আৰু অঞ্জন! তুমিও এটা কাম কৰা। মীনাই যেতিয়া সংকোচ কৰিছে, ছবিৰ পেকেটটো তুমিয়েই খোলা। চোৱাই যাওকচোন মীনাইনো মোলৈ কোন বিধ ৰাগ-ৰাগিণীৰ 'সুৰ-চিত্ৰ' কাঢ়িয়াই আনিছে… !'

নিৰ্দ্দেশ মতেই অঞ্জনে পেকেটটো খুলি, কোঠাৰ এদাতিৰ বেৰত ছবিখন আঁৰি দিয়ে।

খন্তেকলৈ তিনিও একেলগেই নিঃশব্দে চাই ৰয় ছবিখন। গুৰুজীয়ে কিবা এটা ক'বলৈ গৈ হঠাৎ থমকি বৈ যায়। তেও' ধৰি লৈছিল, মীনাই সচৰাচৰ অঁকা

ডাঙৰ ধুনীয়া 'লেণ্ডস্কেপ'বোৰৰ দৰে ইয়ো এখন ধুনীয়া 'লেন্ডস্কেপেই' হ'ব। কিন্তু কল্পনাও কৰা নাছিল যে সেই ছবি লেণ্ডস্কেপ্ নহয়,—তাৰ ঠাইত মীনাই গুৰুজীৰে ডাঙৰ প'ট্ৰেট্ এখন অ'াকি আনিছে।

অপৰিসীম বিস্ময়ত তে'ও নিবিষ্ট মনে বহু সময় ধৰি প'ট্ৰেট্খন চাই থাকো পাছত লাহে লাহে চকু ঘূৰাই চাই মীনাৰ মুখলৈ --

'তোমাক. আৰু কি ক'ম মীনা! তোমালোক দুয়োৰে সামৰ্থ'ৰ কথা মই জানো, তথাপি এই মুহূৰ্ত্ত ইচ্ছা হৈছে, ঘৰখনত বহুত মানুহ থকা হ'লে সকলোকে এতিয়াই চিঞৰি মাতিলোহেতেন —ক লোহে'তেন, '...চা, চা, মাত্ৰ আঠ-মাহ প্ৰশিক্ষণ পোৱা মোৰ ছাত্ৰীৰ হাতৰ নিখুঁত চিত্ৰ সৃষ্টি চা...' স'চাই মীনা ভাল হৈছে, অপূৰ্ব্ব সুন্দৰ হৈছে! কিন্তু বুজা নাই, মই তোমাৰ মডেল্ হৈ বহিছিলো কেতিয়া?'

'আপুনি আকো মোৰ মডেল্ হ'ব পাৰে কেনেকৈ? প্ৰস্তাৱ কৰাটোৱেই অকল্পনীয়। তথাপি আপোনাক এই ষ্টুডিঅত দেখি আহিছো। আপোনাৰ দুই এটা বিশেষত্ব ইয়াতেই স্কেচ্ কৰি লৈছিলো যদিও মূল ভিত্তি আৰ্ট মেগাজিনত পোৱা আপোনাৰ ফটখন '

'অ' বুজিছো'। আৰ্টিকোল্ এটা অঞ্জনক ময়ে পঢ়িবলৈ দিয়া নিশ্চয় সেই মেগাজিন। কিন্তু মীনা; তুমি মোৰ পৰিবৰ্ত্তে তোমাৰ নিজৰ এখন প'ট্ৰেট্ দিয়া হলেই মই বেছি ভাল পালোহে'তেন—এটা স্মৃতি চিন থাকিলে হয়।'

মীনাই হাঁহি মুখে উত্তৰ দিয়ে—

'মোৰ স্মৃতি চিনতো আপোনাৰ প'ট্ৰেটৰ মাজেৰেই বাচি থাকিব।...মোৰ নিজৰ প'ট্ৰেট অ'কাৰ কথাতো কোনো দিন ভবা নাই। তেনে ভাব মনলৈ নাহেই দেখো. ।'

খন্তেক ভাবি গুৰুজীয়ে স্বীকাৰ কৰে—

'তুমি হয়তো এক হিচাপে কথাটো ঠিকেই কৈছা। ময়োতো জীৱনত আনৰ প'ট্ৰেট্ কমবোৰ আঁকি দিলোনে? এতিয়াও মাজে মধ্যে আঁকিব লগীয়া হয়। তিনিখনৰ অৰ্ডাৰ এতিয়াও পৰিয়েই আছে। অথচ তোমাৰ দৰে আজিলৈকে নিজৰ প'ট্ৰেট্ এখন অ'কাৰ কথা মনত খেলোৱা নাই।...যা হওক ভালেই হ'ল। তোমাৰ জহতে যেনিবা এখন লাভ হ'ল। মাজে মাজে সেই ছবিৰ মানুহটোৰ মাজেৰেই নিজক বিচাৰ কৰি চোৱাৰ সুযোগ পাম: কি কোৱা অঞ্জন?'

উত্তৰৰ পৰিবৰ্ত্তে অঞ্জনে গুৰুজীৰ মুখলৈ চাই নিৰৱে হাঁহে মাথো। গুৰুজীয়েও অলপকৈ হাঁহি কৈ যায়—

'তুমি কিন্তু ছবিখন উচিত ঠাইত সজোৱা নাই অঞ্জন! ছবি এখন চাই তাক সজোৱাৰ উপযুক্ত স্থানটো বাছি উলিয়াব পৰাটোও এটা আৰ্ট! জানাই নহয় যিটো পদ্ধতিত ছবিখন অ'কা হৈছে, যি দিশৰ পৰা ছবিৰ প্ৰতিকৃতিত পোহৰ পৰাতো দেখুৱাইছে, ঠিক সেই একেটা দিশৰ পৰাই কোঠাৰ পোহৰ গৈ ছবিৰ ওপৰত পৰিলে, ছবিৰ বিকাশ, শিল্পীৰ প্ৰতিভা, বহুত পৰিস্ফুট আৰু স্বাভাৱিক ৰূপত প্ৰতিফলিত হৈ পৰে।...ভুল ঠাই বাছি মীনাক তেও'ৰ প্ৰাপ্য পাওনাৰ পৰা বঞ্চিত কিয় কৰিছা···?'

কথাৰ লগতে হাঁহি উঠি গুৰুজীয়ে যোগ কৰে '...বাৰু বাৰু ঢেৰ হ'ল, এইবাৰ চাহ খোৱা যাওক...।'

কথা মতেই চাহখোৱা পৰ্ব আৰম্ভ হয়—আৰম্ভ হয় তাৰ লগত বিভিন্ন গল্প। কিন্তু তাৰ মাজতে অঞ্জনে এবাৰ নিঃশব্দে উঠি গৈ, কোঠাৰ চাৰিওফালে চকু ফুৰাই উপযুক্ত ঠাই এডোখৰ বাছি লৈ ছবিখন নতুনকৈ আঁৰি দি পুনৰ নিজৰ ঠাইত বহেহি।

কিছু সময়ৰ পাছত খন্তেক মৌন হৈ থাকি গুৰুজীয়ে হঠাৎ ব্যক্ত কৰে···

···এটা কথা ভাবিছো। ···তোমালোকৰ বিষয়ে সকলো কথাইতো মই জানো। আৰ্থিক সঙ্গতিৰ কথাওতো মোক নিঃসঙ্কোচে কৈছা। সেয়ে ভাবিছো, শিল্প-সাধনাৰ লক্ষ্য তোমালোকৰ যিয়েই নহওক লাগিলে, দুয়োৰে আৰ্থিক সঙ্গতিৰ সকলো দুঃচিন্তা, দুৰ্ভাবনাৰ পৰা সম্পূৰ্ণভাৱে তোমালোক মুক্ত হ'ব নোৱাৰিলে কোনো সাধনাই সফল নহ'ব।

···মীনাই অঁকা সৌ পʼৰ্ট্ৰেটখন দেখাৰ পৰাই এটা উপায় বিচাৰি পাইছো। 'সেয়ে কওঁ, যদি প্ৰকৃততে আৰ্থিক দুঃচিন্তাৰ পৰা সপুৰ্ণ মুক্ত হ'ব খুজিছা, তেন্তে সময় বুজি মাজে মাজে দুই চাৰিখন পʼৰ্ট্ৰেট অঁাকিবলৈ লোৱা। চৌখিন, ধনবান গ্ৰাহকৰ কাৰণে চিন্তা নাই। ময়ে বহুত যোগাৰ কৰি দিব পাৰিম। যি বোৰৰ পʼৰ্ট্ৰেটত কঠিন চৰিত্ৰিক বিশ্লেষণ আদিৰো প্ৰয়োজন নহ'ব। মই জানো, সাধাৰণভাৱে অঁকা ভাল একোখন পʼৰ্ট্ৰেট পালেই তেনেবিধ গ্ৰাহক সদায় পৰিতৃপ্ত···।'

খন্তেক ভাবি মীনাই লাহে লাহে সন্দেহ প্ৰকাশ কৰি জনাই—

'গুৰুজী! পৰিতৃপ্ত হ'ব বুলিতো ক'লে, কিন্তু আমি পাৰিম জানো?'

'পৰা নোৱাৰাৰ বিচাৰৰ ভাৰ মোৰ মীনা! অবান্তৰ প্ৰশ্ন নকৰিবা। তোমালোকৰ সামৰ্থৰ ওপৰত সন্দেহ থকা হ'লে প্ৰস্তাৱটোৱেই নকৰিলোহেঁতেন। শুনা, অঞ্জনৰতো কথাই নাই। শিল্পী হিচাপে তেওঁৰ প্ৰতিভা, শক্তি কিমান মই জানো, আৰু তোমাৰ সামৰ্থৰ সাক্ষীতো সৌ মোৰ পৰ্ট্ৰেটখন।'

খন্তেক মৌন থাকি গুৰুজীয়ে হাঁহি মুখে হঠাৎ প্ৰশ্ন কৰে—

'বাৰু মীনা, তোমাৰ গুৰুজী হিচাপে নহয়, টকাৰ হিচাপত তেনেকুৱা এখন পʼৰ্ট্ৰেটৰ মূল্য কিমান হ'ব ক'ব পাৰানে?'

'কব নোৱাৰো, মোৰ কোনো ধাৰণা নাই।'

'আৰু অঞ্জন! তোমাৰ কি ধাৰণা?'

খন্তেক ভাবি অঞ্জনে উত্তৰ দিয়ে—

'মোৰো বৰ বেছি ধাৰণা নাই। সি নিৰ্ভৰ কৰে বহুত ক্ষেত্ৰত ছবিখন কোনে আঁকিছে তাৰ ওপৰত। অখ্যাত শিল্পী মীনাৰ সেই ছবিৰ মূল্য আৰু কিমান হ'ব? বৰ বেছি সাত আঠ শ টকা...'

গম্ভীৰ হৈ গুৰুজীয়ে উত্তৰত কয়—

'শ নহয় অঞ্জন, হাজাৰ। এখন ছবিয়েই অখ্যাত শিল্পীক প্ৰখ্যাত কৰি তুলিবলৈ সময় নেলাগে। মই জনাত এবছৰ কমাৰ্শিয়েল্ ফাৰ্মত দুয়ো সমানে খাটি যি উপাৰ্জ্জন কৰিছা, সেইখিনি মাত্ৰ এনেকুৱা এখন পʼৰ্ট্ৰেটৰ মাজেৰেই উপাৰ্জ্জন কৰিব পাৰা। মোৰ মনত আছে তোমালোকে এদিন কৈছিলা তোমা-

লোকৰ জীৱনৰ লক্ষ্য, শিল্প-সাধনা. কমাৰ্শিয়েল্ আৰ্ট বা প'ট্ৰেট অ'কা নহয়, তথাপি সদ্যহতে পুঁজিটো টনকীয়াল কৰি লবলৈকে দুই এখন প'ট্ৰেট আঁকিবলৈ লোৱা—বেছি নেলাগে, দুয়োৰে ভিতৰত চাৰি বা পাঁচখনেই যথেষ্ট। তাৰ কাৰণে দুটা মাহৰো প্ৰয়োজন নহ'ব। বিনিময়ত যি মূল্য হাতলৈ আহিব সি গোটেই বছৰটোৰ প্ৰয়োজনতকৈয়ো বহুত বেছি হ'ব। এতিয়া বুজিছাই নহয়, মাত্ৰ দুটা মাহ. তাৰ পাছত গোটেই বছৰটোলৈ নিশ্চিন্ত… অফুৰন্ত অৱসৰ। ইচ্ছা মতে নিজৰ নিজৰ মনে বিচৰা শিল্প-সাধনাত নিশ্চিন্ত হৈ লাগি থাকিব পাৰিবা। মোৰ প্ৰস্তাৱটো ভালকৈ ভাবি চাই কাইলৈ মোক জনাবা… ।'

গুৰুজীৰ উপদেশ মতেই, ঘৰলৈ ঘূৰাৰ বাটত নিঃশব্দে দুয়ো তাকেই ভাবি যায় আৰু যিমানেই ভাবে সিমানেই নতুন আশাৰ মুখ দেখি দুয়োৰে মন দুটা ক্ৰমাত উৎফুল্ল হৈ উঠে। সৰ্বশেষত আৰু সময় নষ্ট নকৰি গুৰুজীক সেই কথা সানন্দৰে জনাবলৈ হেলা নকৰে।

…তাৰে ফলত এসপ্তাহৰ ভিতৰতে সকলো ব্যৱস্থা পকা হৈ যায়। তাৰ পাছত চাই থাকোতে থাকোতেই দুই চাৰি মাহৰ ভিতৰতে দুয়োৰে দৈনন্দি জীৱনৰ ইতিহাসেই সম্পূৰ্ণভাৱে পৰিবৰ্ত্তন হৈ যায়। অকল্পনীয়, আশাতীত সেই পৰিবৰ্ত্তন।

.. প্ৰথমে ফটোৰ যোগেই আৰম্ভ। তাৰ পাছত লাহে লাহে মডেলৰ ব্যৱহাৰ, একো এটাই বাদ নপৰে। দুৰ্ভাৱনা, দুঃচিন্তাৰ শুৰ পৰে। সকলো ফালৰ পৰাই স্বচ্ছল হৈ উঠে ৰঘুকো, অঞ্জনক লৈ মীনাৰ সংসাৰ। নতুন ঘৰ. নতুন ষ্টুডিঅ' টালিগঞ্জৰ নতুন পৰিৱেশ… ।

# চাৰি

মনে বিচৰা সাধাৰণ এজন ডেকা, শান্তিভৰা সৰু এখনি ঘৰ, তাৰ লগত মানুহৰ জীৱনৰ দৈনন্দিন সুখ, দুখ, হাঁহি অশ্ৰুৰে পূৰ্ণ বিভিন্ন সংঘাত, সকলো দুখনি হিয়াৰ প্ৰেম-প্ৰীতি, চেনেহৰ অনুপম মাধুৰ্য্যৰে জয় কৰি, জীৱনৰ পূৰ্ণতা লাভ কৰাৰে সপোন দেখি আহিছিল ৰত্নাই।

সহস্ৰৰ মাজেৰে বৈচিত্ৰহীন সাধাৰণ এজনী ছোৱালী। সৰল অনাকৃত্ৰিম নিৰ্ম্মল এখন অন্তৰ।

আকস্মিকভাবে অসময়ত পিতৃ-মাতৃক একেলগে হেৰুৱাই ন-গাভৰুৰ নন স্বপ্নবিলাস সাময়িকতাৰে স্তব্ধ হৈ গৈছিল যদিও, নিজৰ আশ্ৰয়হীন নিঠৰুৱা জীৱনটো, পৰিপূৰ্ণভাৱে উপলব্ধি কৰাই, আগাতই, মানুহৰ এই জটিল নিষ্ঠুৰ সংসাৰখনৰ জটিলতৰ বৈচিত্ৰতাক হৃদয়ঙ্গম কৰাৰ আগতেই, অভাৱনীয়ভাৱে ৰত্নাই এদিন স্থান পাইছিল মইনা মাহীৰ ঘৰত।

বহু বহু বছৰৰ বহু অধ্যাৱসায়ৰে গঢ়ি তোলা এটা মনোৰম স্বৰ্ণসৌধ, তাচুঁ পাটৰ ঘৰৰ দৰে ধূলিস্বাৎ হৈ যোৱাত, মহা-শূন্যতাৰ অপৰিসীম গ্লানি বুকুত বান্ধি লৈ মূক বধিৰ, লক্ষ্যহীনভাৱে এটাৰ পাছত এটাকৈ দিনবোৰ পাৰ কৰি দিয়া সেই একে গৰাকী মইনা মাহী।

তিনিটা বছৰৰ অদৰ্শনৰ পাছতো, অঞ্জন-মীনাৰ মধুৰ স্মৃতি চকুৰ সমুখত প্ৰতি মুহূৰ্ত্তে জীৱন্ত হৈ থকা সত্ত্বেও সেই মইনা মাহীৰ ওচৰতে, ৰত্নাই এদিন লাভ কৰিছিল, অবিশ্বাস যোগ্য আদৰ সাদৰ- স্বাধীনতা। কিন্তু সিও নিটিকিলে···।

মইনা মাহীৰ জীৱন দৰ্শনতে হয়তো ক'ৰবাত এটা ডাঙৰ ভুল আছিল। তাৰ ফল স্বৰূপে আকৌ এবাৰ জীৱন যুদ্ধত চুড়ান্তভাৱে পৰাজিত হৈ গ'ল মইনা মাহী।

অথচ তাৰ কাৰণে পৰিণত বয়সতো নতুনকৈ জীৱনটোক নতুন সাঁচত গঢ় দি, মাহীয়ে কি ত্যাগ স্বীকাৰ কৰা নাছিল? এদিন তেওঁৰ ওচৰত যিবোৰ সুবিধা, অনুৰোধ, আব্দাৰ লাভ কৰাতো অঞ্জন-মীনাৰ জীৱনত স্বপ্নৰো অগোচৰ আছিল, তাকেই প্ৰথম দিনাৰ পৰাই প্ৰায় নিবিচৰাকৈয়ে লাভ কৰি আহিছিল ৰত্নাই। বছৰ দিয়েকৰ ভিতৰতে মইনা মাহীৰ ঘৰত ৰত্নাই হৈ উঠিছিল সকলো। তাৰ অন্যথা যাতে ঘৰখনত কোনেও নকৰে তাৰ প্ৰতিও মাহীৰ আছিল সজাগ, সতৰ্ক দৃষ্টি।

গৃহত্যাগী অঞ্জন-মীনাৰ ওপৰত প্ৰতিশোধ লবলৈকে যেন মাহীয়ে ৰত্নাক প্ৰথমৰ পৰাই মনোমতভাৱে শিক্ষিত কৰি তুলিবলৈ, ওচৰৰ আন এখন গাঁৱৰ, অমায়িক সৰবৰহী ডেকা বলিন দাসক বহুত কষ্ট স্বীকাৰ কৰি সংগ্ৰহ কৰিছিল ৰত্নাৰ গৃহ শিক্ষক হিচাপে ।

কিন্তু এই গৃহ শিক্ষকেই উঠি অহা ন গাভৰু ৰত্নাৰ কাল হ'ল। তাইৰ অনাৰম্বৰ সৰল অন্তৰৰ মাজত, জীয়াই ৰথা অনাস্বাদিত যৌৱনৰ স্বপ্নমালাক

কেন্দ্ৰ কৰিয়েই, অতি কৌশলেৰে বলিন দাসে অলপ অলপকৈ নানান প্ৰলোভনৰ এনে এটা ধূম্ৰহাৰ সৃষ্টি কৰিলে যে, ৰত্নাই নিজক—নিজৰ বাস্তৱ পৃথিৱীখনকে সম্পূৰ্ণভাৱে পাহৰি গ'ল।

...চকুৰ আগত বলিন চন্দ্ৰই তুলি ধৰা ৰঙীন চহৰ এখনৰ নানা ধৰণৰ ৰঙীন আকৰ্ষণৰ মাজত, জীৱনটো সাৰ্থক কৰি—সমৃদ্ধ কৰিতোলাৰ দুৰ্দমনীয় আশাই ৰত্নাক লাহে লাহে উদ্‌ভ্ৰান্ত কৰি তুলিলে। সৰুচাপৰি গাঁৱত আৰু মন নিটিকা হ'ল।

আশ্ৰয় দাত্ৰী মইনা মাহী আৰু তেওঁৰ ঘৰখনৰ প্ৰতি মনৰ মাজত উদয় হোৱা কৃতজ্ঞতা, স্নেহ মমতাৰ সাময়িক দণ্ড, বলিনৰ আগ্ৰহ-উচটনিৰ প্ৰবল বতাহত, শিমলু তুলাৰ দৰে লক্ষ্যহীন দীগন্তলৈ উটি গ'ল।

মনোমত এজন মানুহ, ল'ৰা-ছোৱালীৰে ভৰা এখন সুখী সংসাৰ, প্ৰকৃতিৰ নিয়মত এজনী গাভৰুৰ সেই আদিম বাসনাৰ লগতে, বলিনৰ প্ৰতি হোৱা অন্ধ বিশ্বাসেৰে ৰত্নাই ভাবি ললে, তাইৰ জীৱনত এই বলিনেই একমাত্ৰ পুৰুষ—একমাত্ৰ আপোনজন ..!

তাৰ ফলত সেই আপোনজনাক লৈ মনে বিচৰা ঘৰ এখনৰ পাতনি মেলিবলৈকে মইনা মাহীৰ সংসাৰৰ পৰা হঠাৎ এ নিশা ৰত্নাও অদৃশ্য হৈ গ'ল চিৰদিনৰ কাৰণে।

কিন্তু অচিন চহৰ এখনৰ, নিত্য নতুন পৰিৱেশৰ মাজত এটা দুটাকৈ মাহবোৰ পাৰ হৈ যোৱাৰ লগে লগে ৰত্নাই বুজিবলৈ আৰম্ভ কৰিলে বলিনৰ ফুচুলনিত, বলিনৰ মৰম লগা কথাত ভোল গৈ তাই জীৱনত মৰ্ম্মান্তিক এটা ভুল কৰি পেলাইছে। কিন্তু সেই ভুল সংশোধন কৰাৰ সৎসাহস, সামৰ্থ্য বা শক্তি ৰত্নাৰ আৰু নহ'ল।

বহুত আশাৰে আৰম্ভ কৰা তাইৰ বাসনা ভৰা নতুন জীৱনৰ পৰা মাত্ৰ এটা বছৰ ঘূৰাৰ আগতেই, হঠাৎ এদিন অন্তৰ্দ্ধান হৈ গ'ল বলিন। যাওঁতে লগত লৈ গ'ল ৰত্নাৰ যথা সৰ্ব্বস্ব—।

ভদ্ৰ, অমায়িক নিষ্পাপ সৰলতাৰ মুখা পিন্ধি মইনা মাহীৰ চকুত ধূলি দিয়া সুচতুৰ বলিনৰ প্ৰথমৰ পৰাই ৰত্নাতকৈয়ো, ৰত্নাৰ হাতত গচ্ছিত থকা মইনা মাহীৰ সৰু বস্ত্ৰ ভান্ডাৰটোৰ ওপৰতে আছিল তাৰ আটাইত কৈ বেছি আকৰ্ষণ—প্ৰতি মুহূৰ্ত্তৰ সজাগ, সতৰ্ক চিকাৰীৰ চোকা দৃষ্টি!

সৰু এটা বাকচ! মীনাৰ বাৰ বছৰ বয়সৰ পৰাই তাইৰ কাৰণে মইনা মাহীয়ে এযুগ ধৰি এপদ এপদ কৰি গঢ়াই গঢ়াই সৰু বাকচটো প্ৰায় পূৰ্ণ কৰি তুলিছিল নানান ধৰণৰ গহনাৰে।

কিন্তু সেই সমুদাই গহনাৰ প্ৰকৃত গৰাকীয়ে, মাহীৰ আশা ভঙ্গ কৰি গৃহ-ত্যাগী হৈ যোৱাত হয়তো খং, অভিমান, হতাশাৰে ভৰা কোনোবা এটা দুৰ্ব্বল মুহূৰ্ত্তত মাহীয়ে এদিন নতুন পালিতা কন্যা ৰত্নাৰ হাততে তাক তুলি দিছিল...।

'...ধৰ এইটো ৰত্না! খুব সাৱধানে থবি। মন গ'লে মাজে মাজে তাৰে দুই এপদ পিন্ধিবও পাৰ···।

হাতত বাকচ লৈ বজ্ৰাহতৰ দৰে থৰ্ লাগি যোৱা ৰত্নাৰ মুখলৈ কিন্তু তাৰ-পাছত আৰু মইনা মাহীয়ে চাব পৰা নাছিল—বাকচটোলৈকো আৰু চাব পৰা

নাছিল। লৰালৰিকৈ চকু ঘূৰাই কোঠাৰ বাহিৰ হৈ গৈছিল। হয়তো চকু দুটা আপোনা আপুনি ভৰি উঠিছিল বহুত বেদনাৰ অবুজ চকুলোৰে··· !

পঢ়া টেবুলত নানান কথাৰ মাজেৰেই বলিনে ৰত্নাৰ মুখতে তাৰ প্ৰথম সন্ধেদ পাইছিল। আৰু পেটে পেটে হয়তো ৰত্ন-ভাণ্ডাৰৰ প্ৰকৃত মূল্যৰ মৌখিক হিচাপটোও তেতিয়াই কৰি থৈছিল।

...তাৰ পাছত এদিন ৰত্নাৰ অনিচ্ছাসত্বেও, একমাত্ৰ বলিনৰ জেদ আৰু প্ৰৰোচনাত পৰিয়েই ৰত্নাই মনে মনে সেই গহনাৰ বাকচ, তাইৰ কাপোৰৰ মাজত ভৰাই মাহীৰ ঘৰৰ পৰা অদৃশ্য হৈছিল।

কিন্তু সেইদিনা ৰত্নাই বুজা নাছিল, মুহূৰ্তৰ কাৰণে এবাৰ সন্দেহ কৰাও নাছিল, তাইৰ প্ৰতি দেখুৱা বলিনৰ বাহ্যিক আদৰ-সাদৰ, আকৰ্ষণৰ মূলতে আছিল সেই সৰু বাকচটো ৰত্না নামৰ মূৰ্খ তেজ-মঙহৰ গাভৰুজনী নহয় .. ।

ৰত্নাৰ দুৰ্ভাগ্য মন ওপচাই অন্তৰ যঁচা মইনা মহীৰ মৰম, বিশ্বাসক নেওচা দিয়াৰ অভিশাপ হিচাপেই হয়তো তাই হেৰুৱালে সেই অমূল্য ৰত্ন-সম্ভাৰ, আৰু তাৰ লগে লগে হেৰুৱালে তাইৰ বৰ্তমান- তাইৰ ভৱিষ্যত।

অনুতপ্ত ৰত্নাৰ চকুৰ সমুখত সমগ্ৰ বিশ্ব আন্ধাৰ হৈ যায়। তথাপি তাইৰ অসহায় চকুৰ অজস্ৰ লোটকেও তাইক আৰু ৰক্ষা কৰিব নোৱাৰে।

. বলিন গ'ল। তাৰ লগে লগে আহিল চম্পক। তাৰ পাছত এদিন চম্পকো গ'ল···আহিল জয়দ্ৰথ, শুকদেৱ, ৰাধানাথ··· ।

চলাবলাৰে পূৰ্ণ বিচিত্ৰ চহৰৰ নিষ্ঠুৰ পাশৱিকতাৰ গলিত পঙ্কিলতাই অলপ অলপকৈ গিলি পেলাব খোজা ৰত্নাক, বলীৰ পশুৰ দাৰে ডিঙিত পঘা বান্ধি ইজনৰ পাছত সিজনে, দুৰ্ব্বাৰ গতিত পূবে-পশ্চিমে, উত্তৰে-দক্ষিণে ঘূৰাই চোঁচোৰাই সৰ্ব্বশেষত এদিন এৰি দিয়ে ৰাজ আলিত।

সৰল অন্তৰ এখন এইবাৰ পৰিপূৰ্ণ হৈ উঠে গৰলেৰে। সপোনৰ বাসনাৰ কেতিয়াবাই মৃত্যু হয়। শেষত এমুঠি আহাৰ, এডোখৰ কাপোৰো হৈ পৰে মহাৰ্ঘ্য... !

আন্ধাৰ হৈ যায় ৰত্নাৰ সমুখৰ পৃথিৱীখন। তাৰ মাজতে এচমকা পোহৰ বিচাৰি বিচাৰি আৰু বেচি অটল আন্ধাৰৰ মাজতেই ৰত্না এদিন একেবাৰেই হেৰাই যায়· · ।

# পাঁচ

'স্রোতস্বিনী বিশাল লুইতৰ অফুৰন্ত পানী ইয়াৰ ভিতৰত বহুত বৈ গৈছে। মাজে মাজে ৰুদ্ৰ মূৰ্ত্তি ধৰি, ক্ৰুদ্ধ গৰ্জনত দশোদিশে বিভিষিকাৰ সৃষ্টি কৰি ভৰ বাৰিষাৰ উন্মত্ত ঢলে হিলদল্ ভাঙি পাৰৰ গাঁও ভুঁই বহুত উটুৱাই নিছে। প্ৰবল গৰাখহনীয়াত নৈৰ বুকুত জাঁহ গৈছে অলেখ ঘৰ-বাৰী - অলেখ ধাননি পথাৰ।

কিন্তু মইনা মাহীৰ ঘৰৰ পিছফালৰ ডাঙৰ বাৰীখন, পাৰৰ ওখ গৰাটো আজিও একে ধৰণেই আছে। গৰাৰ তলৰ অটল স্পৰ্শি বিৰাট শিলাখণ্ডৰ বেদী-মূলত মূৰ খুন্দিয়াই খুন্দিয়াই বুঢ়া লুইত হয়তো ভাগৰি পৰিছে। প্ৰতিবাৰেই ব্যৰ্থ হৈ এৰি দিছে সেই অপচেষ্টা।

সেয়ে আজিও অক্ষত হৈ আছে অঞ্জন-মীনাৰ স্মৃতি বিজড়িত দুয়োৰে শৈশৱ, কৈশোৰ, যৌৱনৰ লীলাভূমি—অপৰিবৰ্ত্তিত হৈ আছে চৌপাশৰ সেউজীয়া পটভূমি। আনকি গৰাৰ ওপৰত দুয়ো সদায় বহা দীঘল ক'লা কাঠডালো আজিও অক্ষত অৱস্থাতেই আছে।

কিন্তু এতিয়া আৰু কোনো তাৰ ওপৰত নবহেহি। অঞ্জন-মীনাৰ পৰিত্যক্ত আসন বহু বছৰ ধৰি অৱহেলিত অব্যৱহৃত।

আজিকালি মাজে মাজে কেতিয়াবা কেতিয়াবা আবেলি মইনা মাহীয়েই সেই কাঠডালত আহি বহেহি। ···পৰিণত বয়সৰ, পৰিপূৰ্ণ গাম্ভীৰ্য্যৰে মূৰ্ত হৈ উঠা এগৰাকি শান্ত সৌম্য মূৰ্ত্তি। কোনো ধৰণৰ বাহ্যিক চঞ্চলতা - কোনো ধৰণৰ অস্থিৰতা আৰু মইনা মাহীৰ মাজত নাই।

গৰাৰ তলেৰে বৈ যোৱা সুগভীৰ পানীৰ বুকুৰ অশান্ত খলকনি শুনি শুনি পাৰত বহি থকা মাহীৰ, তাতোকৈয়ো বহু বেছি গভীৰ অন্তৰৰ নিভৃতত, স্মৃতিৰ হেণ্ডোলনি মাজে মাজে উঠে যদিও বাহিৰত তাৰ আৰু প্ৰকাশ নাই। মইনা মাহী এতিয়া শান্ত-মৌন, অখণ্ডভাৱে স্তব্ধ!

প্ৰকৃতি মাতৃৰ চিৰাচৰিত নিয়ম অনুসৰি ঋতুবোৰৰ পৰিবৰ্ত্তন হয়। এটাৰ অন্তৰ্ধ্যানৰ লগে লগে আবিৰ্ভাৱ হয় আন এটাৰ। লাহে লাহে কোমল হৈ অহা শাৰদীয় সুৰুজৰ উজ্জ্বল দুপৰীয়া, মুক্ত আকাশৰ সীমাহীন নীলিমাত, কপোৱা তুলাৰ দৰে লক্ষ্যহীনভাৱে উৰি ফুৰে সৰু সৰু একোচপৰা শুকুলা ডাৱৰ। শীতৰ আগমনিত শুকাই অহা লুইতৰ শান্ত অচঞ্চল নীলা পানীৰ কোলাত, আকাশৰ প্ৰতিবিম্ব পৰি, ক্লান্ত বুঢ়া লুইতকো নৱ সাজেৰে মোহনীয় কৰি তোলে। গৰাৰ পৰা মাত্ৰ ত্ৰিশহাত নিলগত, সেই হাঁহি ভৰা উজ্জ্বল নীলা আকাশক স্বাগত জনাবলৈকে যেন, পানীৰ বুকুৰ পৰা মূৰ তুলি আত্ম প্ৰকাশ কৰে বালিৰ সৰু চৰ এটাই।

অলপ অলপকৈ সেই সৰু চৰটোৰ আকৃতি বঢ়াৰ লগে লগে, সেমেকা বালিৰ

গেৰুৱা ৰং ৰূপান্তৰিত হৈ যায়, বালিচন্দাৰ বুটা বছা ৰূপোৱালী বালিৰ নিমজ দলিচালৈ। ...মানুহৰ ভৰিৰ খোজ তাত কাহানিও নপৰে। দোকমোকালি তাৰ পানীযুঁৱলীত, কুঁৱলীৰ পাতল ওৰণিৰ আঁৰত বৈ বৈ বনৰীয়া ৰাজ-হাঁহৰ গুঞ্জন ধ্বনি শুনা যায়। প্ৰায়ে দুপৰীয়াৰ কুঁৱলীমুক্ত উজ্জ্বল পোহৰতো দুই এজাক বনৰীয়া দৈকলা, সৰালি হাঁহ উৰি আহি তাত পৰেহি। সিহঁতৰ সম্মিলিত আনন্দমুখৰ জল কেলীৰ তীব্ৰ ৰমলিয়নিয়ে চৌদিশৰ শান্ত পৰিবেশ খন্তকলৈ ভাঙি দিয়ে। আনকি অলপ দূৰতে গৰাৰ কাঠডালৰ ওপৰত নিশ্চল হৈ বহি থকা মইনা মাহীৰ উপস্থিতিও উপেক্ষা কৰে সিহঁতে। তাৰ পাছত এসময়ত হয়তো গোটেই জাকেই হঠাতে আকৌ উৰি গুচি যায়। দূৰ দিগন্তৰ অস্পষ্ট আকাশত সৰু সৰু বিন্দুবোৰ হেৰাই নোযোৱালৈকে মইনা মাহীয়ে সেইফালে চাই থাকে। লাহে লাহে চৌদিশ আকৌ আগৰ দৰে শান্ত হৈ পৰে।

কেতিয়াবা হঠাৎ হয়তো মইনা মাহীৰ চকুত পৰে, বৈ যোৱা চিক্‌মিকা পানীৰ কোলাত ভাহি ভাহি উটি আহিছে অচিন দুপাহ বনৰীয়া ফুল। সমুখৰ সেমেকা বালিৰ পানী-যুঁৱলীত হঠাৎ লাগি ধৰিছেহি। বন্ধন মুক্তিৰ আশাতে যেন, অধীৰ চঞ্চলতাৰে খন্তেকলৈ চট্‌ফটাই নাচি নাচি ফুল দুপাহ তাতেই ঘূৰ-পাক খাই থাকে। তাৰ পাছত কোনোবা এটা শুভক্ষণত এবাৰ হয়তো, গোৰুৱা বালিৰ অদৃশ্য এনাজৰী চিঙি হঠাৎ আকৌ সোঁতৰ মুখত পৰি দুয়ো পাহ ফুল ভাহি ভাহি উটি যায় মইনা মাহীৰ নিচেই ওচৰেদিয়েই উটি যায় দূৰলৈ। দূৰ সুদূৰৰ লক্ষ্যহীন, সীমাহীন অন্তহীন দুয়োৰ জীৱনপ্ৰসাৰি বোৱা আমৰণ পৰি-ক্ৰমা যে ক'ত, কেতিয়া, কেনেদৰে শেষ হ'ব তাক মাহীয়ে নিশ্চয় কল্পনাও কৰিব নোৱাৰে।

পশ্চিমলৈ বৈ যোৱা পানীৰ শত-সহস্ৰ তিৰ্‌বিৰণিৰ মাজত ফুল দুপাহ চকুৰে মনিব নোৱাৰা হৈ যোৱালৈকে মইনা মাহীয়ে সেইফালে চাই চাই ভাবে অঞ্জনৰ কথা· ভাবে মীনাৰ কথা। দুয়ো ঠিক বনৰীয়া ফুল দুপাহৰ দৰেই এদিন উটি আহিছিল। পানী যুঁৱলীৰ সেমেকা বালিৰ দৰে মাহীয়েওতো সিহঁতক ধৰি ৰাখিব নোৱাৰিলে। আৰু... আৰু ধৰি ৰাখিব নোৱাৰিলে ৰত্নাক। নাই নাই ঃ ৰত্নাৰ কথা আৰু মইনা মাহীয়ে কেতিয়াও নেভাবে। মাহীৰ জীৱনত ৰত্নাৰ আকস্মিক আগমন আৰু তাতোকৈয়ো আকস্মিক পলায়ন দুয়োটাই খন্তেকীয়া দুঃস্বপ্ন!

ভুঞা ডাঙৰীয়াই ভয় কৰিছিল. অঞ্জন, মীনা, ৰঘুকাৰ পিছত আকৌ এবাৰ ৰত্নাৰো তেনে বিশ্বাসঘাতকটাত, মইনা মাহীক লৈ তেওঁ হয়তো আৰু বেছি বিপদৰ সন্মুখিন হ'ব লাগিব। কিন্তু আচৰিত হৈ লক্ষ্য কৰিলে ৰত্নাৰ পলায়নে মাহীৰ অন্তৰত কোনো ধৰণৰ কোনো প্ৰতিক্ৰিয়াই নহ'ল। শেষ নিশা দেখা ক্ষণিকৰ বেয়া সপোন এটা সাৰ পোৱাৰ লগে লগে পাহৰি যোৱাৰ দৰেই, ৰত্নাৰ সকলো অস্তিত্বও যেন সম্পূৰ্ণ অস্বীকাৰ কৰি মাহীয়ে তাইৰ নামটোও আনকি এবাৰ উচ্চাৰণ কৰাৰো আৰু প্ৰয়োজন বোধ নকৰিলে।

মইনা মাহীয়ে যেন জানিছিলেই. ৰত্না যাবই—নহয়তো ৰত্নাক কোনো দিন অন্তৰৰ পৰা গ্ৰহণ কৰিব পৰা নাছিল। সেয়ে হয়তো মাহীৰ ৰেখাপাত কৰিব পৰা সামৰ্থ্য ৰত্নাই কোনোদিন আয়ত্ব কৰিব নোৱাৰিলে।

লাহে লাহে ভূঞা ডাঙৰীয়াই বুজিব পাৰিছিল, নিতান্ত সাময়িক খেয়ালৰ বশৱৰ্ত্তী হৈয়ে যেন মইনা মাহীয়ে ঘৰ-শালিকা এজনীকে বনৰ মইনা চৰাইৰ দৰে, সজাত ভৰাই আপদাল্‌ কৰি মাত লোৱাবৰ হাবিয়াস কৰিছিল।

কিন্তু ঘৰ-শালিকাই মাত লব নিশিকিলে। সজাৰ দুৱাৰ খোলা পাই, আদৰ সাদৰ নেওচি এদিন উৰা মাৰিলে অজানলৈ। কিন্তু তাৰ কাৰণে মইনা মাহীৰ কোনো ভাবান্তৰ নহ'ল। নিৰ্ব্বিকাৰ চিত্তেৰে, চূড়ান্ত অৱজ্ঞাৰে চুৰানি পাতত 'সজাটো' পেলাই দিবলৈ চাকৰ লৰাটোক হুকুম দিয়াৰ দৰেই যেন ৰত্নাৰ প্ৰত্যেকটো স্মৃতি চিন চিৰদিনৰ কাৰণে মচি পোলোৱাৰ লগতে তাইৰ কাৰণে আন কিবা এটা কৰাৰ একো প্ৰয়োজন বোধ নকৰিলে। স্বীকাৰ কৰি ললে নিজৰ ভুল। ঘৰ শালিকাক গীত গাবলৈ শিকোৱাৰ সাময়িক দুৰ্ম্মতিকণ...।

কিন্তু অঞ্জন-মীনা ঘৰ-শালিকা নাছিল। মুক্ত বনৰ মইনাও হয়তো নাছিল। ...বহু বছৰ ধৰি ঘৰখনত সিহঁত নাই, তথাপি মাহীয়ে বিশ্বাস কৰে ৰত্নাৰ দৰে দুদণ্ডৰ অতিথি সিহঁত নহয়। হাড়ে হিমজুৱে ঘৰখনৰ প্ৰকৃত সন্তান দুয়ো-মুখেৰে প্ৰকাশ নকৰিলেও মইনা মাহীৰ অন্তৰত মইনা মাহীৰ এই শূন্য ঘৰ-খনত দুয়োৰে স্মৃতি সদা জাগ্ৰত হৈয়ে আছে। সোঁ-শৰীৰে হয়তো নাই - তথাপি তেওঁ অনুভৱ কৰে সিহঁত দুয়ো যেন আছে। মইনামাহীৰ ওচৰতে যেন কৰবাত আঁৰ হৈ আছে। তেওঁ যেন ক্ষণে ক্ষণে প্ৰতি নিয়ন্ত শুনিবলৈ পাইছে, সেই শৈশৱৰে পৰা নতুন যৌৱনলৈকে বয়সৰ অগ্ৰগতিৰ লগে লগে পৰিৱৰ্ত্তিত হৈ অহা দুয়োৰে কন্ঠস্বৰ দুয়োৰে স্বতঃস্ফুৰ্ত্ত হাঁহি, গীত, মাত কথাবোৰ ..!

মূৰৰ ওপৰৰ দীগন্ত বিয়পা উজ্জ্বল নীলা আকাশখনলৈ মইনা মাহীয়ে এবাৰ মূৰ তুলি চাই। আনবাৰ চাই তলৰ চিক্‌মিক্‌কৈ বৈ যোৱা সীমাহীন পানী-বোৰ। দক্ষিণৰ কোমল বতাহ পাই তাৰ বুকুত সৰু সৰু ঢৌ উঠিছে। গৰাৰ দাঁতিত প্ৰতি মুহূৰ্ত্তে প্ৰতিহত হোৱা ক্ষীণ স্ৰোতৰ মৃদু মৰ্ম্মৰ ধ্বনি, চৌদিশৰ বন্ধনহীন বিচিত্ৰ ধুনীয়া পৰিৱেশটো, লাহে লাহে যেন মইনা মাহীৰ কাণত ৰূপান্তৰিত হৈ গৈছে এটি সুৰলৈ—এটি-সুমধুৰ গীতলৈ।

এহাল কুমলীয়া কিশোৰ কিশোৰীৰ কন্ঠ নিঃসৃত সেই গীতৰ ধ্বনিয়ে স্পৰ্শ কৰিছেহি মইনা মাহীৰ অন্তৰ। তেওঁ যেন স্পষ্ট শুনিছে--যেন চকুৰ সমুখতে দেখিবলৈ পাইছে, অঞ্জন-মীনাই এই নিৰ্জন গৰাৰ পাৰত বহি, সেউজীয়া জীৱনৰ অনাবিল আনন্দত গীত গাইছে—তাৰ মাজেৰে প্ৰকাশ কৰিছে, দুয়োৰে আজন্মৰ হেপাহ, দুয়োৰে স্বপ্নমালা, দুয়োৰে চিত্ৰ বিচিত্ৰ নানা ৰঙৰ নানান কল্পনা। সিহঁতৰ সীমাহীন আশা-আকাঙ্খাৰ ভৱিষ্যত চিত্ৰৰূপ প্ৰকাশ কৰিছে গীতৰ মাজেৰে—'...বুঢ়া লুইতৰ পাৰৰ নিৰ্জন গৰাটোৰ সেউজীয়া দুবৰিৰ বুকুত এদিন সিহঁতে সৰু এটা ঘৰ সাজিব। ৰঙে-ৰসে ভৰা জীৱনৰ বিচিত্ৰ ছবিৰে সজাইপৰাই তাক অপূৰ্ব্ব সুন্দৰ কৰি তুলিব।...দুপৰ নিশা যেতিয়া গোটেই পৃথিৱী শুব, আকাশৰ গোটেইখিনি ৰূপোৱালী জোনাক আহি যেতিয়া সিহঁতৰ ঘৰৰ চোতাল উপচাই দিব, তেতিয়া ওচৰেৰে বৈ যোৱা বুঢ়া লুইত যেন সিহঁতৰ কাৰণেই পদুলিমুখত থমকি ৰব—দুয়োৰে লগত গুপুতে কতনা অজানা দেশৰ কতনা সাধু ক'ব! শিতানৰ খিৰিকীৰে মনে মনে কোঠাত সোমোৱা দক্ষিণৰ ৰিবু

ৰিব্ মলয়াই, ওৰে নিশা উজাগৰে থাকি দুয়োকে গীত শুনাব। তাক শুনি শুনি দুয়োৰে টোপানি আহিব —দুয়োৰে জীৱন ধন্য হ ব — পৃথিৱী সুন্দৰ হব··· ।'

এহাল কুমলীয়া কিশোৰ-কিশোৰীৰ গীতৰ মাজেৰে পৃথিৱীক সুন্দৰ কৰা, দুয়োৰে শিল্পী সুলভ বিচিত্ৰ কল্পনা আৰু উচ্ছ্বাসৰ কথা ভাবি মইনা মাহীৰ ও'ঠত ক্ষণিকলৈ হাঁহি এটা ভাহি উঠে। কিন্তু এই হাঁহিত আজি আৰু বিদ্ৰূপ নাই, খং ৰাগ অভিমানৰ চেকা নাই —আছে হয়তো গভীৰ মমতাৰ পৰিপূৰ্ণ অনুভূতি।

অঞ্জন মীনাৰ মুখত বহুতবাৰ মাহীয়ে শুনিছে এই গীত। অৱশ্যে ডাঙৰ-দীঘল হোৱাৰ পৰা মাহীৰ সমুখত গীত গাবলৈ সিহ'ত দুয়োয়ে কোনো দিনেই সাহ কৰা নাছিল। মাহীয়েও নিজ গাম্ভীৰ্য্য এৰি সিহ'তক প্ৰকাশ্যে উৎসাহিত কৰাও নাছিল তথাপি দুৰৰ পৰাই মাহীয়ে সিহ'তৰ সেই গীত বহুত শুনিছে। শুনি ভালো পাইছে, আনকি কেতিয়াবা বাঁহনিডৰাৰ ওচৰলৈকে আগবাঢ়ি আহি, মনে মনে আন্তৰিক পৰিতৃপ্তি সহকাৰেই শুনিছে সেই গীত-মাধুৰী।

কিন্তু বাস্তৱৰ আকস্মিক ৰূঢ়তাত হঠাৎ এদিন স্তব্ধ হৈ যায় সেই গীত-মাধুৰীৰ সুললিত ধ্বনি। গৰাৰ পাৰৰ সীমাহীন শূন্যতৰ মাজত একেবাৰেই হেৰাই যায় তাৰ প্ৰতিধ্বনি-!

কিন্তু আজিকালি গৰাৰ ওপৰৰ কাঠডালত যেতিয়াই আহি মইনা মাহী বহেহি তেতিয়াই যেন, কোন বিস্মৃত অতীতৰ সীপাৰৰ পৰা অলপ অলপকৈ চোপাশৰ উন্মুক্ত সীমাহীন শান্ত পৰিবেশ ভেদ কৰি দূৰৈৰে পৰা সেই গীতৰ সুৰেই যেন বতাহত ভাহি আহি মইনা মাহীৰ কাণত পৰেহি—মাহীয়ে যেন আজি-কালি নতুনকৈ শুনিবলৈ পাই সিহ'তৰ কুমলীয়া কণ্ঠস্বৰ —সিহ'তৰ বিচিত্ৰ কল্পনাবোৰ... ।

বিগত জীৱনত কিশোৰ-কিশোৰীৰ শিল্পীসুলভ সেই কল্পনাবোৰক মাহীয়ে কোনো দিনেই গুৰুত্ব দিয়া নাছিল। কুমলীয়া শিল্পী দুগৰাকীকো দিয়া নাছিল। কিন্তু এতিয়া যেন এটা নতুন দৃষ্টিৰে মাহীয়ে দুয়োকে চাবলৈ লৈছে, যদিও নিজৰ চকুত আজিও অঞ্জন-মীনাক তেওঁৰ শাসনাধীন ছাঁৰ তলত থকা অপ্ৰাপ্ত বয়সৰ শিশুৰ দৰে সৰু সৰু লাগিলেও, দুয়োৰে যে বেলেগ বেলেগ একোটা পৰিচয় আছে, বেলেগ একোটা সত্ত্বা আছে তাক বুজিবলৈ চেষ্টা কৰিছে।... আজন্ম শিল্পীৰ কামনা-বাসনাবোৰক নতুনভাবে উপলব্ধি কৰিবৰ প্ৰয়াস পাইছে।

সমুখৰ উন্মুক্ত বিশাল প্ৰকৃতিৰ এই মনোমুগ্ধকৰ পৰিবেশেও হয়তো মইনা মাহীক শিল্পীৰ জীৱন-দৰ্শনৰ বিচিত্ৰ ধাৰাবোৰৰ লগত পৰিচিত হ'বলৈ পৰোক্ষ-ভাৱে সাহায্য কৰিছে।

লাহে লাহে সেয়ে হয়তো মইনা মাহীয়ে এতিয়া উপলব্ধি কৰিব পাৰিছে কিয়? কিহৰ কাৰণে অঞ্জন-মীনাই মইনা মাহীৰ এই ঘৰখনত টিকিব নোৱাৰিলে? কেনেকৈ হেলাৰঙে জীৱনৰ সুনিশ্চিত আৰামৰ নিৰাপদ আশ্ৰয়ডোখৰৰ সকলো বন্ধন ছিন্ন কৰি, অনিশ্চিত বাহিৰ বিশ্বৰ সহস্ৰ সংগ্ৰামৰ মাজলৈ ওলাই যাবলৈ কুণ্ঠাবোধ নকৰিলে? কি সেই অপৰাজেয় শক্তি, যিটোৱে সিহ'ত দুয়োকে তেনে-ভাৱে ঘৰৰ পৰা টানি নিব পাৰিলে? কিহৰ সেই দুৰ্বাৰ আকৰ্ষণ··· ?

অঞ্জন-মীনা গৃহত্যাগী হোৱাত প্ৰথম মুহূৰ্ত্তৰ আকস্মিক বিস্ফোৰণ, তাৰ পাছত মইনা মাহীৰ সেই ৰণচণ্ডীৰ উগ্ৰ মূৰ্ত্তি, খং-ৰাগ, অভিমান সাম কাটি

অহাৰ পাছত, লাহে লাহে জীৱনটোৰ অৱস্যম্ভাবি পৰিস্থিতি, পৰাজয়, চূড়ান্ত-ভাৱে স্বীকাৰ কৰি শান্ত হৈ গৈছিল মইনা মাহী। স্বাভাৱিক নিয়মে সকলো দায়-দাবী পৰিহাৰ কৰিছিল। তথাপি কিন্তু নিশ্চিন্ত হ'ব পৰা নাছিল। পৰম নিস্বাৰ্থভাৱে লাহে লাহে এতিয়া দুয়োৰে প্ৰতি দুগুণ আকৰ্ষণ, আগতকৈয়ো দুয়ো বহু বেছি মৰমৰ সম্পদ হৈ উঠাৰ কাৰণে অঞ্জন-মীনাৰ কুশল বাৰ্তাৰ পাবলৈ মইনা মাহী বছৰৰ পাছত বছৰ ধৰি অস্থিৰ হৈ পৰিছিল। অন্তৰৰ নিভৃতিত প্ৰতিনিয়ন্ত দুঃচিন্তা হৈছিল,—বনৰীয়া ফুল দুপাহৰ দৰেই লক্ষ্যহীনভাৱে, এই জনাকীৰ্ণ সংসাৰ সমুদ্ৰত উটি সিহঁত বাৰু ক'লৈ গ লগৈ? ক'ত, কেনেকৈ দুয়ো আছে? কেনেকৈ সিহঁত চলিছে? কি খাইছে? কি পিন্ধিছে?

ল'ৰা-ছোৱালী হালৰ অমঙ্গল আশংকা কৰি উৎকন্ঠিত মইনা মাহীৰ অন্তৰৰ এনে শত সহস্ৰ প্ৰশ্নৰ মাজত, দুয়োকে ঘূৰাই পোৱাৰ দাবী কৰাৰ পৰিবৰ্তে, মাহীয়ে পাছলৈ মাথো ঈশ্বৰৰ ওচৰত একান্তভাৱে প্ৰাৰ্থনা কৰিছিল, '...যতেই থাকক লাগিলে, সিহঁতক যেন তুমি কুশলে ৰাখা, সিহঁত যেন কষ্টত নপৰে...'।

কিন্তু একমাত্ৰ প্ৰাৰ্থনা কৰি মনৰ দুৰ্ভাৱনা দূৰ কৰাৰ শক্তি মাহীৰ নাছিল। আনকি ছমাহ আগতে কলিকতা মহানগৰীতে অঞ্জন-মীনা অৱস্থিতিৰ কথা প্ৰথম জানিব পাৰিও মাহী সম্পূৰ্ণভাৱে চিন্তামুক্ত হ'ব পৰা নাছিল। মাহীৰ চিন্তা—কলিকতাত হয়তো আছে, নিঃসন্দেহে সিহঁত বাচিও আছে, কিন্তু কেনেকৈ আছে? কি অৱস্থাত আছে...?

এনেবোৰ দুৰ্ভাৱনা, দুঃচিন্তা কৰিয়েই আগ নিশা বহু ৰাতিলৈকে মইনা মাহীৰ টোপনি অহা নাছিল।

আজি কিন্তু পুৱাৰ পৰাই সেইবোৰ দুচিন্তা দুৰ্ভাৱনাৰ পৰা মইনা মাহী বহুত পৰিমাণে নিঃশ্চিন্ত হৈ যাব পাৰিছে। মাহীৰ ধাৰণা হৈছে বহু বছৰ অদৰ্শনৰ পাছত আজি যেন অঞ্জন-মীনা সোঁ শৰীৰে আহি মাহীৰ চকুৰ সমুখত দেখা দিছেহি। দুয়ো যেন আকৌ ঘূৰি আহিছে, সিহঁতৰ মাহীআইৰ ওচৰলৈ। বুঢ়া লুইতৰ পাৰৰ এই পৰিত্যক্ত গৰাটোও যেন আকৌ জীৱন্ত হৈ উঠিছে...।

দূৰ দীগন্তৰ সীমাহীন শূন্যতাৰ মাজত নিবদ্ধ ক্লান্ত চকুযোৰ নমাই, মইনা মাহীয়ে নিজৰ কোঁচত পৰম যত্নেৰে ভাঁজ কৰি থোৱা বাৰ্তাৰ কাগজখন আকৌ এবাৰ চকুৰ সমুখত মেলি ধৰে। কলিকতাৰ দৈনিক বঙালী বাৰ্তাৰ কাকত সেইখন—এসপ্তাহ আগৰ পুৰণা...।

পুৱা শুই উঠিয়েই কাগজখন মাহীৰ চকুত পৰিছিল। ভ'ঞা ডাঙৰীয়াই ইচ্ছা কৰিয়েই হয়তো কোনোবা তলকত কাগজখন থৈ গৈছিল মাহীৰ শোৱনী কোঠাৰ টেবুলত। গতানুগতিক আন আন দিনবোৰৰ দৰে আজিও মইনা মাহীয়ে নিৰাশক্ত নিৰ্লিপ্ততাৰেই কাগজখন হাতত তুলি লৈছিল। বিশেষ একো মনোযোগ নিদিয়াকৈয়ে লুটিয়াই গৈছিল তাৰ পাতবোৰ।

কিন্তু হঠাৎ এবাৰ আকস্মিকভাৱে কাগজৰ এঠাইত মইনা মাহীৰ চকু দুটা থৰ লাগি ৰৈ গ'ল। খন্তেকৰ কাৰণে অৱশ হৈ যোৱা স্তব্ধ হৈ যোৱা মাহীৰ অন্তৰৰ অন্তস্থলৰ পৰা কোনোবাই যেন হঠাতে প্ৰায় আৰ্ত্তনাদ কৰি উঠিলে, '...এইয়া—এইয়া কাৰ ছবি...?'

কলিকতাৰ 'একাডেমি হল'ত, অঞ্জন-মীনাৰ যুগ্ম চিত্ৰ-প্ৰদৰ্শনীৰ বিষয়ে

বাতৰি কাকতখনত বহুতে প্ৰকাশ পাইছে ! দুয়ো অ'কা দুই-তিনিখন ছবিৰ খুদ্ৰ প্ৰতিকৃতীৰ লগতে অঞ্জন-মীনাৰ ফটোও তাত গুজাইছে। ইয়াৰ উপৰিও ছবি সম্বন্ধে দুই কলম জোৰা বিষদ আলোচনা সমালোচনাৰ লগতে বিশেষ-ভাৱে শিল্পী দুগৰাকীৰ স্বকীয় শিল্প প্ৰতিভাক, উচ্ছাসিতভাৱে কাগজত প্ৰশংসাও কৰা হৈছে।

প্ৰথম মুহূৰ্ত্তৰ উত্তেজনা সাম কটাৰ পাছত, গভীৰ আগ্ৰহেৰে মইনা মাহীয়ে বাতৰিটো পঢ়ে। এবাৰ নহয়, দুবাৰ নহয়, গোটেই দিনটোৰ ভিতৰত কিমান বাৰ যে পঢ়ে, কিমান বাৰ যে কাগজখন মেলি, অঞ্জন-মীনাৰ হাঁহি থকা ফটো দুখন চাই তাৰ হিচাপ নেথাকে।

তথাপি যেন মাহীৰ হেপাহ নপলাই, কাগজখনো হাতৰ পৰা এৰিব নোৱাৰে। প্ৰায় গোটেই দিন লগতে লৈ ফুৰিছে।...নৈৰ পাৰৰ নিৰ্জন বাধা মুক্ত শান্ত পৰিবেশত এতিয়া মইনা মাহীয়ে আকৌ এবাৰ কোঁচৰ কাগজখন মেলি অঞ্জন মীনাৰ ফটো দুখন গভীৰ আগ্ৰহ লৈয়ে চাই লয়। পঢ়ি পঢ়ি প্ৰায় মুখস্থ হৈ যোৱা সমালোচনাখিনিৰ ওপৰতো চকু ফুৰাই।

ফটো বা উচ্ছ্বাসিত প্ৰশংসাৰ বাহিৰেও ছবিবোৰৰ উপাৰ্জ্জনক্ষম আৰ্থিক সম্ভাৱনাৰ বিষয়েও কাগজত বাহুল্যভাৱেই ব্যাখ্যা কৰা হৈছে। প্ৰদৰ্শনীৰ জৰিয়তে বিক্ৰয় হৈ যোৱা ছবিবোৰৰ মাজৰ দুই-চাৰিখনৰ বিক্ৰয়লব্ধ ধনৰ পৰিমাণ দেখি মইনা মাহীৰ বিস্ময়ৰ সীমা নাই। মনতে ভাব হয়,...মাত্ৰ সিদিনাহে যেন চকুৰ আগত ৰং-তুলি লৈ ধেমালি কৰা—ক্ষণে ক্ষণে কাজিয়া কৰা ল'ৰা-ছোৱালী হালেই ইয়াৰ ভিতৰতে আঁকি পেলোৱা একো একোখন ছবিৰ মূল্যও যে কেতিয়াবা ইমান হ'ব সেই সম্ভাৱনা মইনা মাহীৰ সকলো কল্পনাৰ বাহিৰত আছিল।

টকা-পইচা মইনা মাহীৰ ওচৰত অতি ডাঙৰ কথা নহয়। তথাপি তাৰ অভাৱত অঞ্জন-মীনাই যে আৰু দুখকষ্টত নপৰে সেই কথা ভাবি মাহীৰ আটাইকৈ ডাঙৰ দুঃচিন্তাটো দূৰ হৈ যায়। লগতে এবাৰ নভবাকৈয়ো থাকিব নোৱাৰে, যিটোৰ প্ৰতি অজীৱন তেওঁ বৈৰিতাই প্ৰকাশ কৰি আহিছিল, সেই শিল্প-কলাৰ যোগেৰেও যে মানুহে উপাৰ্জ্জনক্ষম হ ব পাৰে, সুনাম আৰ্জিব পাৰে, জীৱনত প্ৰতিস্থা লাভ কৰিব পাৰে, সেইবোৰ সম্ভাৱনাৰ কথা মইনা মাহীয়ে ভুলতো এবাৰ ভাবি চোৱা নাছিল।

অঞ্জন-মীনাক কেন্দ্ৰ কৰি, আজি যেন মইনা মাহীৰ অন্তৰ দৃষ্টিয়ে মনৰ বদ্ধমূল স্থায়ী ধাৰণা কিছুমানৰ সমূহ আৱৰণ ভেদ্ কৰি, নতুনকৈ উপলব্ধি কৰিব পাৰিছে, সাধাৰণ মানুহৰ মাজৰে বিশেষ এচাম মানুহৰ জীৱন-দৰ্শনৰ স্বকীয় বৈশিষ্ট্যতাৰ কথা দুঃসাহসিকতাৰ কথা। সাধাৰণৰ কাৰণে দুৰ্বোধ্য দুৰ্জ্জেয় কিবা এটা নামহীন আকুলতাৰ অদম্য তৃষ্ণাৰ কথা!

...সেই তৃষ্ণা নিশ্চয় অঞ্জন-মীনাৰো আছিল। সেয়ে হয়তো সিহঁত গৃহ-ত্যাগী হ'ল। মইনা মাহীয়ে এতিয়া বুজিব পাৰিছে। কিন্তু সকলো বুজিও এই মুহূৰ্ত্ত মাহীৰ আশাহত মনটোৰ দুৰ্ব্বাৰ এটা হেপাহ হৈছে, লৰা-ছোৱালী দুটাক এবাৰলৈ.—খন্তেকৰ কাৰণে হ'লেও যেন চকুৰ সমুখত সৌ-শৰীৰে দেখিবলৈ পাব,—এবাৰ যেন সিহঁতক ক'ব।

'...গা চোন গা, তহঁতৰ সেই কৈশোৰৰ ধুনীয়া গীতটো আকৌ এবাৰ গা.. !'

মনৰ একান্ত ইচ্ছাটোৰ লগতে, অধীৰ আগ্ৰহ লৈ সেই গীতৰ সুৰটো কোনোবা ফালৰ পৰা সঁচাকৈয়ে উটি অহা শুনিবলৈ পাব বুলিয়েই যেন মইনা মাহীয়ে উৎকৰ্ণ হৈ ৰয়— ।

কিন্তু একো নুশুনে । যদিও অভাৱনীয়ভাৱে আবেলিৰ সেই পৰম লগ্নটোত, সেই গীতেই প্ৰকৃততে এজনাই গাই উঠে তথাপি সি ইমান দূৰত যে, তাৰ প্ৰতিধ্বনি আৰু মইনা মাহীৰ কাণত আহি নপৰেহি ।

গায়ীকা আৰু শ্ৰোতাৰ মাজত আজি দুস্তৰ ব্যৱধান... ।

দক্ষিণ টালিগঞ্জনৰ এমূৰে অৱস্থিত নতুন ষ্টুডিঅ'ৰ শান্ত পৰিবেশত, পৰম নিশ্চিন্ত মনেই মীনাই সেই একেটা লয়তে গুণ গুণকৈ শৈশৱৰ গীতটোৱেই গাই গাই, সমাপ্তিৰ পথত আগবঢ়া ছবিখনত ৰং সানি যায়। আৰু দুই চাৰিটা তুলিৰ আঁচোৰঠিক ঠাইত ঠিকভাৱে দিব পাৰিলেই ছবিখন সম্পূৰ্ণ হৈ যাব ..।

মনতে যি কল্পনা কৰিছিল, সেয়ে সমুখৰ কেনভাচৰ বুকুত চূড়ান্ত ৰূপ লৈ ফুটি উঠা দেখি শিল্পী মীনাৰ মনটো পৰিতৃপ্তিত ভৰি উঠে। সেয়ে হয়তো আপোনা-আপুনি ওঁঠ ফুটি ওলাই আহে গীত —বহু দিন আগতে হেৰাই যাব খোজা কৈশোৰৰ সেই অতি হেপাহৰ, অতিকৈ আপোন গীতৰ কলিটো, '...দুয়োৰে জীৱন ধন্য হ'ব, পৃথিৱী সুন্দৰ হ'ব...'

..দুয়োৰে ? দুয়োৰে জীৱন ধন্য হব··· ?

মীনাৰ ওঁঠৰ গীত লাহে লাহে হেৰাই যায়। মনৰ পটত সৰু প্ৰশ্ন এটা উদয় হয়—দুয়োৰে জীৱন স'চাই ধন্য হৈছে জানো ... ?

ইমান দিন যিবোৰ অন্তৰাই আছিল, সমস্যা আছিল, সেই সকলোবোৰ শেষ হ'ল। দুয়ো এদিন যি কামনা কৰিছিল সেই সকলো আশাতীতভাৱেই লাভ কৰিছে। এতিয়া পৰিপূৰ্ণভাৱে জীৱন ভৰাই তোলাৰ কথা —সুখী হৈ উঠাৰ কথা, কিন্তু... ?

মীনাৰ মনটো মৰহি আহে। উপলব্ধি কৰে পুৰণা সমস্যা শেষ হৈ অহাৰ লগে লগেই যেন হঠাৎ নতুনকৈ দেখা দিছে আন এটা দুৰূহ জটিল সমস্যা ।

...সেই সমস্যা অঞ্জনক লৈ। লাহে লাহে মীনাই বুজিছে, লগতে ধৰিবও পাৰিছে মীনাৰ নিজৰ কাৰণে অঞ্জন যিমান ডাঙৰ সমস্যা, তাতোকৈ সম্ভৱ আৰু ডাঙৰ সমস্যা হৈ উঠিছে অঞ্জন নিজেই নিজৰ ওচৰত ..।

শিল্পী হিচাপে অঞ্জনে কি বিছাৰিছে, তাৰ মাধ্যমেৰে কি প্ৰকাশ কৰিব খুজিছে, সেই সকলো লাভ কৰিবলৈ সুনিশ্চিত পথ এটা বাছি লব নোৱাৰাৰ কাৰণেই যেন অঞ্জনৰ স্বভাৱটোও দিনে দিনে সলনি হৈ আহিছে। মানুহটো খিংখিঙীয়া হৈ উঠিছে। সময়ত নিজৰ ওপৰত উঠা খংটো নিৰ্ব্বিবাদে মীনাৰ মূৰৰ ওপৰত জাপি দিবলৈকো কুণ্ঠাবোধ নকৰা হৈছে।

মীনা উপায়হীন হৈ উঠে। কি কৰিলে যে সকলো অশান্তি দূৰ হ'ব বহুত ভাবিও তাৰ উচিত পথ এটা বিচাৰি পোৱা নাই।

...যা হওক, শেষত যেনিবা এটা আশাৰ সঞ্চাৰ হৈছে। এই নতুন আশাৰ গৰাকী সুমিত্ৰা। সুমিত্ৰাই হঠাৎ প্ৰস্তাৱ আগবঢ়াইছে, নতুন ষ্টুডিঅ'ৰ বয়স বৰ বছৰৰ নহয় যদিও, মাহ দিয়েকৰ ভিতৰতে ইয়াক বন্ধ কৰি দিব লাগিব। বিকল্প হিচাপে যি ব্যৱস্থা কৰিছে, সি কলিকতা মহানগৰীত আৰু নহয়— অসমত!

সেই ব্যৱস্থাৰ সামান্য আভাস দিয়াৰ লগে লগেই বিস্মিত মীনা ৰাজী হৈ

যায় এক কথাত। তাৰ লগতে অভাৱনীয়ভাবে অঞ্জনেও যেতিয়া সেই প্ৰস্তাৱ শুনি আপত্তি কৰাৰ পৰিবৰ্ত্তে সাগ্ৰহেৰেই সম্মতি জনাই, মীনা অভিভূত হৈ যায় আনন্দত। বুজিব পাৰে নিজৰ মনটোৰ দৰে অঞ্জনৰো অৱচেতন মনে হয়তো ইমান দিন ঠিক তেনেকুৱাই কিবা এটা বিচাৰি আহিছিল।

ক্ষণিক আগৰ বেদনাত জয় পৰি আহিব খোজা মীনাৰ মনটো আকৌ লাহে লাহে আগন্তুক আশা হেপাহৰ নতুন স্বপ্নজগতৰ মাজত বিভোৰ হৈ যায়...।

হাতৰ ৰং-তুলি সামৰি থৈ, আনন্দমনেই মীনাই ষ্টুডিঅৰ মাজত এপাক ঘূৰে। তাৰ পাছত এটা সময়ত বহা কোঠাত সোমাইহি। মুখত গুণ্ গুণ্কৈ গোৱা গীতৰ অস্পষ্ট সুৰ। কিন্তু সি তৎক্ষণাত বন্ধ হৈ যায়। আচৰিত হৈ দেখে, চ'ফা এখনত আৰাম কৰি বহি লৈ একান্তমনে সুমিত্ৰাই কোঁচত মেলি লোৱা ডাঙৰ 'এলবাম্খনৰ ছবিবোৰ চাই গৈছে—

'সুমিত্ৰা! কি আচৰিত, তই কেতিয়া আহিলি? মোক এবাৰ মাত দিয়া নাছিলি কিয়?'

'তই ব্যস্ত আছিলি। সেয়ে আমনি নকৰি তোৰ 'এলবাম্ খনকে চাইছো...'।

'এলবামৰ পৰা মূৰ নোতোলাকৈয়ে সুমিত্ৰাই উত্তৰ দিয়ে—

'এলবামখন মীনাৰ। তাৰ আকৃতি যথেষ্ট ডাঙৰ। বহু বছৰ ধৰি বহুত পৰিশ্ৰম কৰি, সাঁচতীয়া ধনবিত্ খৰচ কৰি, এখন দুখনকৈ সংগ্ৰহ কৰা পৃথিৱীৰ বিখ্যাত বিখ্যাত অসংখ্য ছবিৰ 'ৰিপ্লীকাৰে এলবামখন মীনাই প্ৰায় সম্পূৰ্ণ কৰি আনিছে।

কি যে নাই তাত? ব্ৰঞ্জৰ মূৰ্ত্তিৰ বিভিন্ন প্লেট, ভাস্কৰ্য্য-শিলাকুটীৰ প্লেট্, অয়েল্ পেইন্টিং, ওৱাটাৰ কালাৰ, পেষ্টেল্, ফ্ৰেস্কো এৰিও পোপ্ আৰ্ট, কেলিগ্ৰাফীকে ধৰি বিভিন্ন চিত্ৰাংকন এলবামত স্থান পাইছে। এইবোৰ এৰিও উনৈছ কুৰি শতিকাৰ সৰ্বাধুনিক অলেখ বিখ্যাত ছবিবোৰতো আছেই ।

তেনে এখন বিখ্যাত ছবিকে একান্ত মনে সুমিত্ৰাক বহু সময় ধৰি চাই থকা দেখি মীনাই কৌতূহল দমন কৰিব নোৱাৰি, ওচৰ চাপি গৈ নিজেও ডিঙি মেলি এবাৰ চাই লয় ছবিখন। তাৰ পাছত আৰ্তৰি অহাৰ লগত লাহেকৈ মন্তব্য কৰে...

'...আধুনিক শিল্পকলা লৈ লিখা আলোচনীৰ পাতত সেই ছবিখনৰ বিষয়ে প্ৰবন্ধকাৰে দুই এলাইন লিখেই।...সিতো আৰু সাধাৰণ ছবি নহয় সুমিত্ৰা! ক'ব পাৰ সেই চিত্ৰাংকন এক ইতিহাস...।

'ইতিহাস?'

'এৰা ছবি জগতৰ ক্ষেত্ৰত প্ৰায় সেয়ে।...সৰু এখন চহৰ। স্পেনিচ্ গীতাৰৰ মধুৰ ঝঙ্কাৰৰ লগত, আনন্দমুখৰ গীত-নৃত্যৰে জীৱন্ত হৈ থকা সেই চহৰত হয়তো নিৰপৰাধ শিশুৰ মুখত পবিত্ৰ হাঁহি আছিল, ৰং-বিৰঙৰ ফুল-ফল ফুলিছিল, সহস্ৰ পশু-পক্ষীৰ 'কলু-কাকলিৰে চৌদিশ আনন্দৰ প্ৰাচুৰ্য্যৰে ভৰা আছিল...।

..কিন্তু সেই সকলো আচম্বিত প্ৰলয়ংকৰী বোমাৰ আঘাতেৰে মানুহেই ধূলিস্যাত্ কৰি দিলে। মৃত্যুৰ শীতল পৰশত হেৰাই গ'ল জীৱনৰ যত ৰং—যত সঙ্গীত...!'

সৌন্দৰ্য্যৰ প্ৰতীক সেই সৰু চহৰখনৰ এই বিভৎস, বিকলাঙ্গ পৰিণতি দেখি, ছবিৰ সেই মহান শিল্পী গৰাকীৰ অন্তৰখনে হয়তো কান্দি উঠিছিল। মানুহৰ এনে অমানুষিক বৰ্ব্বৰতাৰ প্ৰতিকাৰ বিচাৰি, চিত্ৰাংকণৰ মাজেৰেই প্ৰতিবাদ কৰি উঠিছিল সেই অসহায় চিত্ৰকৰে,…কিন্তু . ?

…এৰা, এই কিন্তুয়েই হ'ল আজিৰ বিশ্বত অটাইতকৈ ডাঙৰ প্ৰশ্ন… !'

মীনাৰ মুখলৈ চাই সুমিত্ৰাই ক্ষন্তেক মৌন হৈ থাকে। পাচত লাহেকৈ প্ৰশ্ন কৰে—

'ছবিখন সম্বন্ধে তোৰ বক্তব্য শুনিলো। অঞ্জনৰো সেই একে বক্তব্য নেকি ?'

'নহয়, অঞ্জনৰ পৰিবৰ্ত্তনশীল মুড্‌টোৰ কথাতো তই জানই। তেওঁৰ বক্তব্য নিচেই ছুটি…বাহুল্য বৰ্জীত।…তেওঁৰ মতে শিল্পীৰ অসহায় দুৰ্ব্বল প্ৰতিবাদ—অন্যায় বৰ্ব্বৰতাৰ বিৰুদ্ধে কান্দি উঠা অন্তৰখনৰ নিঃস্বাৰ্থ আবেদন-কণেই হয়তো একমাত্ৰ সত্য! বাদবাকী সকলোখিনি, আজিৰ এই কৃত্ৰিম পৃথিবীত ক্ষন্তেকীয়া চিঞৰ—বাখৰ সৰ্ব্বস্য। যিটো আজি আছে—কালিলৈ আৰু নেথাকে। কিন্তু চিৰন্তন যুগমীয়া হৈ ৰ'ল' শিল্পীৰ হৃদয়ৰ সেই স্বতঃস্ফুৰ্ত্ত অনা-কৃত্ৰিম সত্যকণ… ।'

মীনাৰ কথা শুনি সুমিত্ৰাৰ মুখতো ফুটি উঠে গভীৰ উপলব্ধিৰ আবেশ। আপোন মনেই কৈ যায়—

'তোৰ কথাত মোৰো মনত পৰি গৈছে গীতিকাৰৰ সেই অমূল্য গীতটোৰ কথা।…মানুহৰ নৈতিক অধঃপতন দেখি স্বাৰ্থপৰতা দেখি, লোভ, আক্ৰোশ দেখি, গীতিকাৰৰ অন্তৰৰ মাজত থকা প্ৰকৃত মানুহজনে, ঠিক তেনেকৈয়ে হয়তো চিঞৰি উঠিছিল, '…নাই নাই! এইয়া ভুল হৈছে ; এইয়া অন্যায় হৈছে। মহান মানবতাৰ পুৰ্ণ বিকাশ, ব্যক্তি-কেন্দ্ৰিক হৈয়েই নহয়, এবাৰলৈ ভাবা—নিজৰ লগতে লোকৰ কাৰণেও এবাৰ ভাবা! হাঁহি মুখে যিটো গ্ৰহণ কৰিছা, হাঁহি মুখে তাক দান কৰিবলৈকো শিকা।' কিন্তু…? …ইয়াতো সেই একেই 'কিন্তু নহয় নে ? গীতিকাৰে প্ৰকৃততে কি বিচাৰিছিল, কিন্তু পালে কি… ?'

'কি নাই পোৱা… ?'

আকস্মিকভাৱে দুৱাৰমুখৰ পৰা অহা প্ৰশ্নটো অহাত, চকখাই দুয়ো মুৰ তুলি ঘুৰি চাই দেখে, দুৱাৰডালত অঞ্জন থিয় দি আছে। মুখত যেন বিদ্ৰুপৰ বিচিত্ৰ হাঁহি।

মীনাহঁতে ধৰিব নোৱাৰিলে অঞ্জন সেই মুহুৰ্ত্ত কোঠাত সোমাইচোঁহি নে তাৰো আগৰে পৰাই নিঃশব্দে দুয়োৰে কথোপ-কথন শুনি আছিল।

মীনা বা সুমিত্ৰাই কিবা এটা কোৱাৰ আগতেই, ভিতৰ ফালৰ দুৱাৰেদি হাতত চাহৰ 'ট্ৰে' লৈ আবিৰ্ভাৱ হয়হি ৰঘুকা।

'হোঁ ধৰ! এতিয়া চাহ খা… ।'

অঞ্জনেই প্ৰথম আগবাঢ়ি আহি, চাহৰ কাপ্‌ এটা হাতত তুলি লৈ আধৰুৱা বক্তব্যটো শেষ কৰে—

'তোমাৰ গীতিকাৰে আৰু কি পাব লাগিছিল সুমিত্ৰা ? …প্ৰাণস্পৰ্শী সেই গীত তেওঁ ৰচিলে, সুৰ দি গালে ; সি বিখ্যাত হৈ উঠিলে। সহস্ৰ জনাই সেই

গীতেৰেই সঙ্গীত প্ৰতিযোগিতাত যোগ দিলে। শ্ৰোতাই শুনি ভাল পালে হাত চাপৰি বজালে-- ভাগে ভাগে বাহ্‌বা দিলে... ।'

পৰিবেশটো পৰিবৰ্ত্তন কৰি ক্ষন্তেক মৌন হৈ ৰয় অঞ্জন। লাহে লাহে ওঠৰ বিদ্ৰূপ ভৰা বিচিত্ৰ হাঁহিটো মাৰ যায়। সৰ্বশেষত হয়তো অলপ আক্ষেপৰ সুৰতে লাহেকৈ কৈ যায়—

'তুমি হয়তো ঠিকেই কৈছা সুমিত্ৰা! গীতিকাৰৰ শুচৰত সেই 'বাহ্‌বা'ই জানো সকলো? তেওঁৰ অন্তৰৰ মানুহটোৱে সেই 'বাহ্‌বা'ৰ কথা ভাবিতো হাতত কলম তুলি লোৱা নাছিল, প্ৰাণৰ আবেদন সুৰলহৰীৰ মাজেৰে সৃষ্টি কৰা নাছিল? বুকুৰ জলন্ত আবেদন লৈ যিটোৰ আৰম্ভনি, মামুলি 'বাহ্‌বা'ৰ ধ্বনিৰে তাৰ সমাপ্তিতো তেওঁ কামনা কৰা নাছিল··· ।'

ক্ষন্তেক বৈ আকৌ যোগ কৰে অঞ্জনে

'কোচত মেলি লোৱা তোমাৰ সেই ছবিখনেও তো ঠিক সেই একেটা কথাই দোহাৰিছে।...কি আৰু কম! অদ্ভুত বিচিত্ৰ এই পৃথিবীৰ মানুহ···। ···বিশ্ব-জুৰি লক্ষ্য লক্ষ্য সাধাৰণ মানুহক এৰি ৰজাৰ পৰা প্ৰজালৈকে সকলোৱে এফালে যেনেকৈ সেই ছবিক মুক্ত প্ৰশংসাৰে ধন্য ধন্য কৰিলে, মহান চিত্ৰকৰক তেওঁৰ এই মহৎ সৃষ্টিৰ বাবে বিজয়ৰ জয়মালা পিন্ধালে আকুণ্ঠ চিত্তেৰে 'বোমাৰ' ভয়াবহতা স্বীকাৰ কৰিলে, ঠিক সেই চাম মানুহেই আজি নিতে নতুন নতুন বিধ্বংশকাৰী 'বোমা' সংগ্ৰহ কৰি কৰি 'বোমাৰ' পিৰামিদ্ গঢ় তুলিছে।

...এচামে সংগ্ৰহ কৰিছে মদগৰ্বত--বিশ্বজয়ৰ অহঙ্কাৰত, আনচামে ভয়ত, ত্ৰাশত, নিৰাপত্তাৰ আশাত। মুঠত চৌদিশে পূৰ্ণ গতিত চলিছে এই জগত যোৰা অস্ত্ৰ সংগ্ৰহৰ প্ৰতিযোগিতা।

···কিন্তু এই জ্ঞানহীন— অৰ্থহীন প্ৰতিযোগিতাক তো থাক প্ৰতিযোগিতা ক'ব নোৱাৰি।...এইয়া ঠিক্ যেন আফ্ৰীকাৰ গভীৰ অৰণ্যত থকা উন্মত্ত বনৰীয়া মহৰ লক্ষ্যহীন বন্য 'ষ্টেম্‌পেদ্'! ···দলৰ কোনোবা এটাই হয়তো কিবা কাৰণত ভয় খাই এফালে দৌৰিবলৈ আৰম্ভ কৰা দেখি, এটা এটা কৈ মুহূৰ্ত্ততে হেজাৰ মহৰ গোটেই দলটোৱেই, উদভ্ৰান্ত হৈ, হাবি বন মহতীয়াই লক্ষ্যহীন ভাৱে কেৱল দৌৰিছে! ...কি হল? কিয় দৌৰিছে? কলৈ দৌৰিছে? সেইবোৰ ভাবিবৰ সময় নাই। মতলীয়া গতিৰ মুখত কোনো ৰবলৈ সাহ কৰা নাই। জানে, ৰলেই জানোচা পাচৰবোৰে গাৰ ওপৰেদিয়েই পাৰ হৈ মুহূৰ্ত্ততে সহস্ৰ খুৰাৰ গচকত তাক নেফা-নেফ্ কৰি দিব··· ।

.. বিশ্বৰ দিশে দিশে অপৰিনাম—দৰ্শী মানবৰ মাজতো আজি সেই একো-বিধ উন্মত্ত লক্ষহীন বন্য 'ষ্টেম্‌পেদ্' অথচ ইয়াৰ শেষ পৰিণতি যে কি হব, সিটো কাৰো অজানা নহয়! 'পলিউটেদ্ বিকলাঙ্গ এখন পৃথিবীক জয় কৰি কাৰ যে কি লাভ হব মইতো ভাবি নেপাওঁ· !'

হাতত থকা চাহৰ কাপটোত এটা চোহা মাৰি, অঞ্জনে ৰঘুকাৰ মুখলৈ চাই হাঁহি প্ৰশ্ন কৰে—

'ৰঘুকা। গুৰু প্ৰজাপতিৰ সেই তিনি ছাত্ৰৰ কথা জান নহয়?...শিক্ষা অন্তৰ গুৰুৱে তিনিওকে ভাগে ভাগে একেটা অদ্যাক্ষৰেই শেষ উপদেশ দিছিল, 'দ,-দ,-দ।'

…উপাখ্যানৰ অন্তৰালত গুৰু প্ৰজাপতি আজি অন্তৰ্হিত যদিও তেওঁৰ ছাত্ৰ তিনি গৰাকী কিন্তু স্ব-মহিমাৰে বিদ্যমান। মাথো সময়ৰ পৰিবৰ্ত্তনৰ লগে লগে ঘটিছে ৰূপান্তৰ।

…ধনবল, জনবল অস্ত্ৰবলেৰে বলীয়ান হৈ মদোমত্ত উন্মত্তাৰে পৃথিৱী জয় কৰাৰ অহংকাৰ লৈ প্ৰথম ছাত্ৰ দেৱতা হৈ উঠিছে! অসুৰ ছাত্ৰই দয়াৰ কথা পাহৰি, জন কল্যাণৰ কথা পাহৰি, খন্তেকতে গোটেই বিশ্বক ধূলিশ্যাৎ কৰি দিব পৰা সংখ্যাহীন নতুন নতুন সৰ্বাধুনিক মৰনাস্ত্ৰ আবিস্কাৰ কৰি গোটেই পৃথিবীৰ মানুহক ত্ৰাশত কম্পমান কৰি তুলিছে।

দেৱতা, অসুৰৰ পাচত, তোৰ তৃতীয় ছাত্ৰ হল মানুহ। তৃতীয় বিশ্বৰ মানুহ চামৰ দৰেই এই সকলৰ জনবল আছে যদিও নাই মনোবল—নাই ধনবল। সকলো ফালেই শক্তিহীন, দুৰ্ব্বল, সদায় পৰমুখাপেক্ষী। তাৰে পৰিপেক্ষিতত হয়তো এই মানুহ ছাত্ৰই গুৰুবাক্য একেবাৰে অৱমাননা কৰা নাই .।

'…গুৰুৱে শেষ উপদেশ দিছিল—'দ'! মানে দান কৰিবলৈ শিকা। প্ৰকাৰন্তৰে এই সকলে তাকেই কৰিছে। দুৰলৈ চাব লাগিছে কিয়? নিজৰ ঘৰখনলৈকে এবাৰ চা ৰঘুকা। …তিনি চাৰিটা মান বহিৰাগত বিদেশীৰ ভোটৰ লোভত নিজৰ 'মা-জননীকে' দান কৰি দিছে।

…ছাত্ৰ সকলৰ কীৰ্ত্তি দেখি গুৰু প্ৰজাপতিৰ ভাৱমূৰ্ত্তিৰ কি প্ৰতিক্ৰিয়া হৈছে, মাজে মাজে চাবৰ মন যায়।

কিন্তু সিটো আৰু সম্ভৱ নহয়। গুৰুৰ ভাৱমূৰ্তি কৈয়ো দেখি ভাল লাগিছে, এই দানবীৰ ছাত্ৰ সকলৰ মনে সজা লোভৰ ৰাজ সিংহাসন অচল কৰি কঁপাই তুলিছে নতুন আশাৰ ক্ষীণ বন্তি জ্বলাইআগবাঢ়ি অহা আজিৰ আধুনিক যুগৰ –আজিৰ বাস্তবাদী এমুঠি মৃত্যুঞ্জয়ী তৰুণ-তৰুণীয়ে কুমলীয়া ছাত্ৰ ছাত্ৰীয়ে।

…নিঃস্বাৰ্থ সেৱা, ত্যাগ, দেশপ্ৰেম, সততা শব্দবোৰ, ভাবিছিলো অবিধানৰ পাতত লাহে লাহে মোঁচখাই গৈছে।

কিন্তু এইচাম কুমলীয়া তৰুণ তৰুনীৰ বুকুৰ কেঁছা তেজেৰে সেই শব্দবোৰেই অবিধানৰ পাতত নতুন কৈ বোলাই, চিৰ উজ্বল কৰি তোলাৰ লগতে জাতীয় কল্যানৰ মহান ব্ৰতেৰে উদ্ভুত কৰি তুলিছে—জগাই তুলিছে সমগ্ৰ জাতীক। হতাশাত, অনিশ্চয়তাত জঠৰ্ হৈ যাব খোজা অবাল-বৃদ্ধ বনিতাৰ শুকাই যোৱা জীৰ্ণ বৃক্ষৰ ডালে ডালে সেয়ে আজি দেখা দিছে ভবিষ্যত আশাৰ সেউজীয়া কুঁহিপাত।

কেঁছা তেজৰ চেঁচা পৰশত আনচাম মোহান্ধ দেশপ্ৰেমীৰ বক্তৃতাৰ বৰ বৰ ফুল্‌জাৰী বোৰ লাহে লাহে সেমেকি আহিছে—ফট্‌কা বোৰ নুফুটা হৈ আহিছে…।'

কোঠাৰ মাজত তিনি গৰাকী নিৰব শ্ৰোতাৰ উপস্থিতি কথা অঞ্জনৰ কিমান খিনি মনত আছে ঠিক কব নোৱাৰি। হয়তো তেওঁলোকৰ অস্তিত্বৰ কথাই সম্পূৰ্ণ পাহৰি, আপোন মনে ডাঙৰ কোঠাটোৰ মাজত ঘূৰি ঘূৰি মনৰ মাজত উদয় হোৱা ভাব বোৰেই ডাঙৰ ডাঙৰকৈ কৈ গৈছে। একেলগে ইমানবোৰ কথা,

সুমিত্ৰাহে নেলাগে আনকি ৰঘুকো মীনাকো কোনো দিন কোৱা নাই। কিন্তু এই মুহূৰ্ত্ত সেই কথা অঞ্জনৰ নিজৰ মনতো হয়তো খেলোৱা নাই।

কোঠাত একে ভাবে ঘূৰি ঘূৰি হঠাৎ এবাৰ অঞ্জন বৈ পৰে কোঠাৰ এচুকত সজাই থোৱা ব্ৰঞ্জৰ ডাঙৰ মূৰ্ত্তিটোৰ সমুখত।

'কিউৰীৰ' চপৰ পৰা বিচাৰি বিচাৰি আনি সুমিত্ৰাই মীনাক উপহাৰ দিছিল নটৰাজৰ সেই ব্ৰঞ্জ মূৰ্ত্তিটো।.. তাম আৰু টিনৰ মিশ্ৰনেৰে গঢ়া মূৰ্ত্তিটোত হয়তো 'ইউৰীক' এচিদ বেচি পৰিমাণে ব্যৱহাৰ কৰাত, বিচিত্ৰ এক চিক মিকনিৰে মূৰ্ত্তিটো অপূৰ্ব হৈ উঠিছে।

তালৈকে বহুত সময় নিৰবে চাই থাকি হঠাৎ এবাৰ অঞ্জনে প্ৰশ্ন কৰে 'মীনা! নটৰাজৰ এই ৰুদ্ৰ ৰূপ, কোন শিল্পীয়ে কোন শতিকাত প্ৰথম সৃষ্টি কৰিছিল কব পাৰা··· ?'

সামান্য চকু খোৱাৰ দৰেই যেন বিস্মিত মীনাই লাহেকৈ উত্তৰ দিয়ে—'কব নোৱাৰো অঞ্জন! হয়তো এঘাৰ-বাৰ শতিকাত, নহয়তো তাৰো বহু আগেই। মই ঠিক নেজানো। শিল্পী গৰাকী তো আৰু অজ্ঞাত···।'

খন্তেক ভাবি অঞ্জনে ধীৰ ভাবে মন্তব্য কৰে—

'হওক অজ্ঞাত। সেইতো প্ৰধান কথা নহয়। নেজানিলেও কোনো ক্ষতি নাই। ·· কিন্তু মোৰ ভাব হৈছে, আজিৰ এই মৰণ-মুখী পৃথিবীখনৰ উন্মাদ এচাম মানুহৰ মূঢ়তাৰ কথা কলপনা কৰিয়েই হয়তো হেজাৰ বছৰ আগতেই সেই মহান ভবিষ্যত্দ্ৰষ্টা অজ্ঞাত শিলপী গৰাকীয়ে, সৃষ্টি কৰি গৈছিল এই অপূৰ্ব সুন্দৰ ভয়ংকৰ মূৰ্ত্তিটো।

···সৌন্দৰ্য্যৰ মাজেৰে প্ৰকাশ কৰা এইয়া যেন আগন্তুক ধ্বংশৰ সৰ্ব্বনাশী ৰূপ।···সৃষ্টি স্থিতি, তাৰ পাচত ধংশ!

.. অগ্নি বলয়ৰ মাজত, মদোন্মত্ত মহাদিদেৱ মহেশ্বৰৰ তাণ্ডৱ নৃত্য এইয়া। চাৰি হাতৰ এহাতত দুন্দুভি—আনখন হাতত অগ্নি!

...ৰূপশিল্পীৰ কল্পনা সৃষ্ট অপূৰ্ব্ব মূৰ্ত্তিটোৰ মাজেৰে যেন শুনিবলৈ পাইছো, সৃষ্টিৰ প্ৰলঙ্কৰী ধ্বংশ যজ্ঞৰ প্ৰথম সূচনাৰ 'অশনি সংকেত'। কাল্পনীক কল্কী অৱতাৰৰ এইয়া যেন বাস্তৱ মুখী প্ৰথম পদক্ষেপ!

···কিন্তু আগন্তুক নিষ্ঠুৰ দুৰ্য্যোগৰ অকল বাৰ্ত্তা বাহকেই নহয়—সেই মহান শিলপী গৰাকী নিঃসন্দেহে আছিল আশাবাদী। এবাৰ চোৱা! বিশ্ব মানবৰ মুক্তিৰ কাৰণে তপস্যাৰত গৌতম বুদ্ধৰ চিনাকী মূৰ্ত্তিটোত তুলি ধৰা হাতখনৰ দৰেই, একেটা ভঙ্গিত নটৰাজেও তুলি ধৰা হাতখনে যেন মানুহক প্ৰবোধ দিছে—'মাভৈঃ! তোমালোকে ভয় নকৰিবা। নৃত্য ভঙ্গীমাৰ চতুৰ্থ হাত খনে যেন কৈছে—'তোমালোক উঠা—এবাৰ উঠি চোৱা। বিশ্ব মানবৰ সকলো অজ্ঞানতা, সকলো বৰ্ব্বৰতা, কলোষিতা, অহংকাৰ, দুৰ্ব্বলতাৰূপী মহা দানব টোক, ঠিক মোৰ দৰে ভৰিৰ তলত গচ্ছকি ধৰি তোমালোক মোহ মুক্ত হোৱা—সুদ্ধ হোৱা। আত্ম সুদ্ধিৰে নিজক পবিত্ৰ কৰি বলিয়ান হৈ উঠা।...তুমি, তোমাৰ সমাজখন, তোমাৰ দেশখনৰ—সমগ্ৰ বিশ্বৰ প্ৰতিজন মানুহেই আত্মসুদ্ধীৰ মহান অস্ত্ৰেৰে, বিশ্বক নতুন কৈ, পবিত্ৰ সুন্দৰ কৰি গঢ়ি তোলা। দেখিবা, আজিৰ জগত যোৱা বন্য 'ষ্টেমপেদ্' আপোনা-আপুনি বন্ধ হৈ গৈছে···।

অঞ্জনৰ দীঘলীয়া বক্তব্য শুনি ব্যাখ্যা শুনি কোনেও মুখেৰে নেমাতে। অপৰিসীম বিস্ময়ত তিনিও গৰাকী শ্ৰোতাই নিৰ্বাক হৈ মাথো চাই থাকে তেওঁৰ মুখলৈ। ভাবি নেপাই অপ্ৰত্যাশীত ভাৱে এই বোৰ অঞ্জনে কি কৈ গৈছে ? কিয় কৈছে ?

অঞ্জনৰ কিন্তু কোনো ফালেই ভ্ৰুক্ষেপ নাই। মূৰ্ত্তিৰ সন্মুখৰ পৰা লাহে লাহে আঁতৰি অহাৰ লগতে আকৌ মাত দিয়ে—

'এই ৰঘুকা ! তই পাৰিবি··· ?'

হঠাৎ চক্‌মক্ খাইয়ে ৰঘুকাই প্ৰশ্ন কৰে—

'কি ? কি অঞ্জন ?'

'এই নটৰাজৰ তাণ্ডব নৃত্যৰ দৰে তয়ো এবাৰ নাচিব পাৰিবি··· ?'

অবাস্তৱ অদ্ভুৎ প্ৰশ্নটো শুনি বিহ্বল্ ভাবে ৰঘুকাই ক্ষন্তেক অঞ্জনৰ মুখলৈ চাই পাচ পাকতে হাঁহি উঠে।

'কি হল ? প্ৰশ্নটোৰ একো নুবুজা কৈ তই হাঁহিছ কিয় ?

হঠাৎ কিবা এটা কথা মনত পৰাত অঞ্জনে আকৌ যোগ কৰে—

'...সিদিনাও তই কোনোবা চিনেমা চাই অহা মানুহ এটাৰ কথা মীনা হঁতক কৈ কৈ খুব হহঁা শুনিছিলো··· ?'

'ঠিকেই শুনিছিলি অঞ্জন ! পাচে আচলতে মই হঁহা নাছিলো। ..চিনেমা চাবলৈ অহা কোনোবা হোজা বুৰ্ষক্ এটাৰ কাণ্ড-কাৰখানাৰ কথা কৈ কে, মোৰ আগে আগে আহি থকা লৰা দুজনৰ কথা শুনিহে মীনাহঁতক কৈছিলো। সঁচা মিছা নেজানো। কিবা দেব-দেবীৰ ছবি চাবলৈ আহি মানুহটোৱে বোলে ভৰিৰ জোতা দুৱাৰৰ বাহিৰত খুলিহে ভিতৰ সোমাইছিল...'।

খন্তেক ৰঘুকাৰ মুখলৈ নীৰবে চাই থাকি পাচত অঞ্জনে লাহে লাহে মূৰ দুপিয়াই—

'হুঁ ! বুজিছো, কথা সেইটো ? হোজা বুৰ্ষকটোৰ কাণ্ড দেখি লৰাহঁতে হাঁহিছিল ?···এৰা হাঁহিব তো ! সিহঁতে তো আৰু উপাজিৰৰে পৰা প্ৰকৃতিৰ লগত হাড়ে হিমজুৱে একিভুত হৈ যোৱা সেই হোজা বুৰ্ষক গাৱলীয়াৰ মনস্তত্বৰ সম্ভেদ নেপাই। প্ৰকৃতিৰ মাটিৰ লগত সকলো সংশ্ৰৱ হেৰুৱাই বহুত দূৰ আঁতৰি আহি, প্ৰগতিৰ কংক্ৰিতৰ আলিত, জোতাৰ মচ্ মচ্ শব্দ তুলি খোজ লবলৈ শিকাৰ দিনৰে পৰা, শিক্ষা দীক্ষাৰে আধুনিক চহৰৰ বা-বতাহেৰে পৰিপুষ্ট হৈ নিজক বহুত সুসভ্য বহুত উচ্চ স্তৰৰ জীৱ বুলি ভাবি লৈ সেই বুৰ্ষক গাৱলীয়াৰ সৰল ধৰ্ম্ম বিশ্বাসক কু-সংস্কাৰ বুলি নেহাঁহিব কেলৈ ?

বুজিচ ৰঘুকা ! মুচলীম বা খৃষ্টিয়ান ধৰ্ম্মৰ সুশৃংখলা পূৰ্ণ নিয়মাবৰ্ত্তিতাৰ তুলনাত আমাৰ ধৰ্ম্মৰ পৰিসৰ অকল বিশালেই নহয়, যথেষ্ট উদাৰো—

...দেৱী পূজা চাবলৈ গৈ কোনো ভক্তই দেৱীৰ আগত সস্তাঙ্গে প্ৰণিপাট্ নকৰিলে কোনো ধৰ্ম্মচ্যুতও নহয় সমাজ চ্যুত্যও নহয়।

অথচ কি ভাঙৰ, কি সৰু, কি শিক্ষীত, কি অশিক্ষীত হওক, আমাৰ দৈনন্দিন জীৱনৰ প্ৰতি খোজত যে আমি ধৰ্ম্মৰ অনুশাসনবোৰ কব নোৱাৰাকৈয়ে মানি আহিছো তাক হয়তো আমি ভাবিয়েই নেচাওঁ।

.. জানই নহয়, শিশুৰ মুখত প্ৰথম অন্ন তুলি দিয়া— ঘৰ এটা প্ৰতিষ্ঠা কৰা বা আলি এটা মুকলি কৰাকে লৈ প্ৰত্যেক কামতে সেই একে ধৰ্ম্মৰ অনুশাসন !

আনফালে আকৌ আমিয়েই চুৰান্ত ভক্তিত দেৱীমূৰ্ত্তিকপূজা কৰি তিনি দিন পাচতে মাটিৰ ঢেলা হিচাবে বিসৰ্জ্জন দিবলৈ আমি কোনেও দ্বিধাবোধ নকৰো ।

কাৰণ হয়তো সেই পৰম ব্ৰহ্মৰ সহস্ৰ কোটী প্ৰতিকেৰে আমি সমৃদ্ধ। আমাৰ দেৱ-দেৱী সীমাহীন—সংখ্যাহীন ! চন্দ্ৰ, সূৰ্য্য, পাহাৰ পৰ্ব্বত, পশু পক্ষী সকলো ভগবানৰ অংশ—আমাৰ পূজ্য ।

বিস্মৃতিৰ অতীতত হেৰাই যোৱা সেই আদিম মুনী ঋষি সকলৰ পৰা গুৰুজনালৈকে, আমাৰ অন্তৰৰ অন্তস্থল মুখৰ কৰি থকা শুনি আহিছো—মানি আহিছো সেই সকলৰ অমৃত বানী—

'সৰ্ব্বম খলু ইদম্ ব্ৰহ্মা .. ।'

...যুগৰ পাচত যুগ ধৰি, বাপেক, ককাক, আজু ককাকৰ মুখত জন্মাৱধি শুনি শুনি, মজ্জাগত হৈ থকা ভগবানৰ প্ৰতি দেৱ দেৱীৰ প্ৰতি সৰল বিশ্বাস, ভক্তি, আন্তৰিকতাৰে যি পৰিপুষ্ট, তাৰ ওচৰত দেৱী দৰ্শন যে জোতা পিন্ধি নিষিদ্ধ তাক সি মানি আহিছে, তেহেলেই সেই দেৱ দেৱী চেলুলইডৰেই হওক বা মৃন্ময়েই হওক । তোৰ আজিৰ প্ৰগতি বাদী লৰাহ'তে বুজিব কেনেকৈ...?'

· ভাবিছো, নিস্বাৰ্থ দেশ সেৱাৰ প্ৰবিত্ৰ মন্ত্ৰেৰে ৰাইজক উন্নত কৰাৰ—ৰাইজৰ কল্যাণ কৰাৰ সহশ্ৰ প্ৰতিশ্ৰুতি দি নিৰ্ব্বাচিত হোৱা সেই সকল দেশপ্ৰাণ প্ৰতিনিধিয়ে, ৰাজ্যসভা, লোকসভা, এচেম্ব্লিৰ সভাকক্ষৰ দুৱাৰ ডলি পাৰ হৈ যাওঁতে যদি ঠিক সেই হোজা, বুৰ্ব্বক গাৱলীয়াৰ দৰে, একেটা সৰল বিশ্বাস, আন্তৰিকতা, নিষ্ঠা, সততাৰে সোমাল হেতেন তেতিয়াতো কথাই নাছিল ।

· কিন্তু আমাৰ দুৰ্ভাগ্য, তেওঁলোক শিক্ষিত, বহুত চতুৰ, বহুত কথা জনা সমাজৰ অগ্ৰদূত—কৰ্ণধাৰ সকলো । সেয়ে হয়তো সেই সকলে জোতা খুলি ভিতৰ সোমাব লগীয়া নহল কিন্তু দুৱাৰৰ বাহিৰত থৈ গল সৰল ৰাইজক দিয়া সকলো প্ৰতিশ্ৰুতি পবিত্ৰ দেশ সেৱাৰ কপটু বৰ বৰ বানী !

. .সেয়ে আজি আমাৰ সকলোৰে সন্মুখত, আশাহীন নিৰাপত্তাহীন এটা অনিশ্চিত ভবিষ্যতৰ মাজেৰেই হৈছে এই প্ৰেৰণাহীন ব্যক্তি কেন্দ্ৰীক জীৱন পৰিক্ৰমা ।

...পঞ্চেন্দ্ৰিয়ৰ নাগ পাসৰ পৰা দেখিছো কোনো আজিলৈকে মুক্ত হব নোৱাৰিলে– মুক্ত হবলৈ কোনেও চেষ্টাও নকৰিলে। বৃহৎ মানৱীয়তাৰ কি শোচনীয় পৰিণতি... ।'

...বিক্ষিপ্ত ভাৱ-ভাৱনাৰ অতিশয্যত প্ৰায় উটি যোৱা অস্বাভাৱিক মনৰ গতিটো হঠাৎ অঞ্জনৰ ৰুদ্ধ হৈ যায়। শিল্পীৰ সম্বিৎ যেন ঘূৰি আহে। স্তব্ধ হৈ পৰে মুখৰ কথা। ভাবি নেপাই, কিহৰ প্ৰভাৱত মোহান্ধ হৈ ইমান সময় কি বোৰ গাই বাই আছে ? নিজৰ স্বভাৱ বিৰুদ্ধ এনে বিধ অনাৱশ্যক উচ্ছাস প্ৰকাশত অঞ্জন নিজেই বিস্মিত হয়—থং উঠে... ।

মাত্ৰ এধোক খোৱা চাহৰ কাপটো যে তেতিয়ালৈকে হাতত ধৰি ৰাখিছে, সেই কথা হয়তো অঞ্জনে সম্পূৰ্ণ পাহৰি গৈছিল। হঠাৎ এইবাৰ সেই চেঁচা চাহৰ কাপটোকেই থকু কৈ টেবোলত নমাই থৈ, কোনো ফালে দ্ৰুক্ষেপ নকৰি

কাকো একেষাৰ মাতো নলগোৱা কৈ কোঠাৰ পৰা গুলাই যায়··· ।

মীনা বা সুমিত্ৰাই ঠিক ধৰিব নোৱাৰে চকা-মকাকৈ দেখা অঞ্জনৰ মুখখনত কি আছিল ? নিস্ফল ক্ৰোধ নে অসহায় নৈৰাশ্য··· ?

অঞ্জন গুলাই যোৱাৰ বহুত পাচলৈকে কোঠাটো সম্পূৰ্ণ নিস্তব্ধ হৈ ৰয় । কাৰো মুখত কোনো কথা নোলাই । শেষত সুমিত্ৰায়েই প্ৰথম সেই নিস্তব্ধতা ভঙ্গ কৰি লাহেকৈ মন্তব্য কৰে

' অঞ্জনৰ দেখিছো 'মুড্‌টো' আকৌ বিক্ষিপ্ত হৈ গল !.. বাৰু মীনা ! আজিকালি অঞ্জন সদায় এনেকুৱাই থাকে নেকি ?'

'সদায় নেথাকে । মাজে মাজে কেতিয়াবা হে । নহলেতো প্ৰায়ে হাঁহি মাতি আনন্দ মনেই থাকে । ৰঘুকাৰ লগত চুৰ্পাত কৰে । আনকি যি শিল্পকলাৰ জগতখন অঞ্জনৰ আৰাধ্য সেই চিত্ৰাঙ্কন লৈয়ো সময়ত কৌতুক কৰে ।...আহচোন্ এবাৰ মোৰ লগত, কিবা এটা দেখুৱাম চাহি .. ।'

সুমিত্ৰাৰ হাতত ধৰি মীনাই ড্ৰইংৰুম এৰি, ষ্টুডিঅ'ও পাৰ হৈ এঁদাতিৰ দীঘল এটা 'কৰিডোৰ ত উপস্থিত হয় গৈ ।

কৰিডোৰৰ বেৰত ইমুৰৰ পৰা সিমুৰলৈকে সজাই থোৱা আছে, ডাঙৰ ডাঙৰ প্ৰায় এক ডজন বাষ্ট্ পোট্ৰেত । সেই সকলৰ প্ৰতি গৰাকীয়েই আমাৰ জাতীৰ প্ৰাতঃ স্মৰণীয় মনীষী ।

কিন্তু মীনাৰ উদ্দেশ্য তেখেত সকলৰ পোট্ৰেত দেখুৱা নহয় । তেওঁৰ নিৰ্দ্দেশ মতেই সুমিত্ৰাই চাই দেখে, প্ৰতিখন পোট্ৰেতৰ চুকে চুকে পিন মাৰি মাৰি আৰি থোৱা আছে. পেন্টেল পেইণ্টিঙৰ একো একো খন কাৰ্টুন ! আজিৰ যুগৰ অতি আধুনিক এহাল উঠি অহা ছাত্ৰ-ছাত্ৰীৰ দুয়ো । গাত ৰঙীন বুচ্‌চাৰ্ট, জীণ, পনিটেল্ স্লেক্সচ. চকুত চান প্লাচ্ !

সেই একে হাল উঠি অহা ডেকা গাভৰুয়ে প্ৰতিখন পোট্ৰেতৰ মুখলৈ চোৱা ভঙ্গিত মুৰ তুলি এজনাই আন জনাক প্ৰশ্ন কৰি গৈছে—

'এই পোট্ৰেতৰ মেম্ গৰাকী কোন উৎপল ?

'কব নোৱাৰো বেবী... ।'

'আৰু এই চাহাব জন ?'

'ওঁহো, নেজানো । বাৰু, এইখন চোৱাচোন, এই ডাৰী থকা মানুহজন নিশ্চয় ভাৰতীয়েই হব । কোন নো এওঁ জাননে ?' 'কনেকৈ জানিম । কোনো কালে তো দেখা নাই, নামো শুনা নাই... ।'

মুঠতে এখন এখনকৈ সেই এক ডজন পোট্ৰেত সম্বন্ধে তৰুণ তৰুণীৰ সেই একেটাই প্ৰশ্ন -একেটাই উত্তৰ । কোনো এজনায়ো পোট্ৰেতৰ মনীষী সকলৰ নাম শুনা নাই -দেখা নাই—চিনিব পৰা নাই । প্ৰতি গৰাকীয়েই দুয়োৰে সম্পূৰ্ণ অপৰিচিত ।

পোট্ৰেত বোৰৰ বাহিৰেও কিন্তু আৰু এখন পেইণ্টিং আছে । পোট্ৰেত বোৰৰ সমানেই ডাঙৰ যদিও সেইখন কাৰো পোট্ৰেত নহয় । তাৰ ঠাইত কিছুমান টুকুৰা টুকুৰ অঙ্গ প্ৰত্যঙ্গৰ সমষ্টি । . এঠাইত এটা নাক আন এঠাইত হাঁহি থকা এপাৰী দাঁত, ধুনীয়া এযোৰ চকু. অৰ্দ্ধনগ্ন এখন ভৰি... ।

সেইখন দেখাৰ লগে লগে কিন্তু তৰুণ তৰুণীয়ে আনন্দত উচ্ছাসিত হৈ

চিঞৰি উঠে —'...চিনিছো চিনিছো !...সেইটো শৰ্ম্মীলাৰ নাক! সেইবোৰ হেমামালিনীৰ চকু...সেইয়া হাঁহি থকা ৰাজেস খান্নাৰ দাঁত। আৰু সেইখন জীনত আমনৰ ভৰি...।'

ফিলিম আৰু বিবিধ ফিলিম মেগাজিনৰ দৌলতত তৰুণ তৰুণীহঁতে অকল মানুহ গৰাকীকেই চিনা নহয়, আনকি তেওঁলোকৰ প্ৰতিটো অঙ্গ-প্ৰত্যঙ্গকে ধৰি সম্পূৰ্ণ জীৱন ইতিহাস খনেই হয়তো দুয়োৰে কণ্ঠস্থ।.. মাথো চিনি নেপালে নিজৰেই জাতীৰ জনক সকলক। চিনি নেপালে এলীজা ব্ৰাউনক, নেঠন্ ব্ৰাউনক! চিনি নেপালে হেম বৰুৱাক, আনন্দৰাম বৰুৱাক, ঢেকীয়াল ফুকনক, আনন্দ আগোৰালাক ! যি সকল প্ৰাতঃ স্মৰণীয় ব্যক্তিয়ে অহো পুৰুষাৰ্থ কৰি এটা জাতী হিচাপে আমাক প্ৰতিস্হা কৰি গল। যি সকল অক্ৰান্ত কৰ্ম্মীয়ে, বঙালী ভাষাৰ ৰাহু গ্ৰাসৰ পৰা মুক্ত কৰি আমাক পুনৰ্জ্জীৱিত কৰি দি গল আমাৰ ভাষাক —আমাৰ অবিধানক—আমাৰ ব্যাকৰণক ।

প্ৰথম কেইটা মান মুহূৰ্ত্ত কাৰ্টুন দেখি সুমিত্ৰাই হাঁহি উঠিছিল যদিও পাচ পাকতে কিন্তু গম্ভীৰ হৈ পৰে

'.. এইয়া অঞ্জনৰ কৌতুক নহয় মীনা! আৰু সেই লৰা- ছোৱালী হালকে বা দোষ দিওঁ কেনেকৈ? পোট্ৰেতৰ মনীষী সকলক জানিবলৈ, বুজিবলৈ আমি সিহঁতক সুবিধাই বা দিচোঁ কিমান? দোষ আমাৰেই- আমাৰ জাতীৰ কৰ্ণধাৰ সকলৰ,-- আৰু হয়তো বহুতৰে। নিজৰ ঘৰৰ বিলাককে যদি সন্মান কৰিবলৈ আমি সিহঁতক নিশিকালো তেন্তে পৰৰ বোৰক সন্মান কৰিবলৈ শিকিব কেনেকৈ... ?'

খন্তেক দুয়ো মৌন হৈ থাকে, তাৰ পাচত হঠাৎ ছবি প্ৰসঙ্গ এৰি সুমিত্ৰা এইবাৰ ব্যস্ত হৈ উঠে —

'এতিয়া এইবোৰ কথা থাওক। বল মীনা যোৱা যাওক! অহ্! আৰু এটা কথা কবলৈকে পাহৰিছিলো...'

'কি কথা?'

'অসমৰ পৰা চিঠি আহিছে। সেইফালে সকলো আয়োজন প্ৰায় সম্পূৰ্ণ। এইবাৰ এই ছবি-তবি বোৰ অলপ অলপ কৈ পেক্ কৰিবৰ হল। আমাৰ সকলোৰে কলিকতা বাস শেষ হল বুলিয়েই ধৰ মীনা!...এতিয়া আহ যাওঁ। এপইন্টমেন্টৰ কথা পাহৰিলি ..?'

কাঁড়োৰৰ পৰা দুয়ো নিঃশব্দে ওলাই আহে। কিন্তু শেষ মুহূৰ্ত্ত দুৱাৰৰ ওচৰৰ বেৰত ওলোমাই থোৱা ছবিখন হঠাৎ চকুত পৰাত খন্তেক থমকি ৰৈ সুমিত্ৰাই পেইন্টিং খন এবাৰ চাই লয়। যিমান দূৰ সম্ভৱ, অঞ্জনৰ পৰিবৰ্ত্তন-শীল 'মুড'টোৰে সূক্ষ্ম প্ৰতিফলন সেই চিত্ৰ।...ওচৰা-ওচৰি কৈ ঠিয় দি থকা দুজনী সম-বয়সীয়া তৰুনীৰ চিত্ৰ সেইখন। কিন্তু সম্পূৰ্ণ এজনীও নহয়। দুয়োৰে মাত্ৰ এফাল এফাল হে অঞ্জনে আঁকিছে। মাজ ভাগত প্ৰায় লগা-লগিকৈ আছে মঙহ হীন দুয়োৰে অৰ্দ্ধ কঙ্কাল দুটা।

.. ভৰিৰ পৰা মুৰলৈকে কঙ্কাল ভাগ হুবহু একে—নিখুত। কতো ধনিষ্টা মানো পাৰ্থক্য নাই—পাৰ্থক্য কেৱল আঁকি থোৱা ভাগ দুটাত। ...এদাঁতিত সু-সজ্জীত ধুনীয়া এগৰাকী গাভৰুৰ উজ্বল অৱয়ব। কান্ধত ওলোমাই লোৱা

ভোনটো বেগ। পাচফালে দূৰত দালান এটাৰ অস্পষ্ট আভাস। আন দ'াতিৰ গাভৰু কিন্তু প্ৰায় অৰ্দ্ধনগ্ন। সোতোৰা সোতুৰি গাৰ ছাল। চকু গাটলৈ সোমোৱা—মূৰত জপৰা চুলি। কাষলতিৰ তলত ৰ'াহ, জেং পচা কাঠৰ টুকুৰাৰে গোটাই লোৱা এমূঠি খৰি। পাচফালে দূৰৰ গছৰ তলত ফটাচিতা টিন ঢাকিৰে তাপলি মৰা এডোখৰ চালি… !

দৈনন্দিন জীৱনত বাটে-পথে প্ৰায়ে পূৰ্ণাঙ্গক্কীতত দেখি অহা- চকুত পৰিও চকুত নপৰা দৃশ্যটোৱেই ছবিখনত স্হায়ী ৰূপ পাই যেন নগ্ন প্ৰকট প্ৰতীকৃয়াৰে জীৱন্ত হৈ দেখা দিছে। বিচিত্ৰ সমাজৰ এই দিশটোৰ লগতে, সুমিত্ৰাই হঠাৎ যেন এই প্ৰথম উপলব্ধি কৰে বাস্তৱ জগত খনৰ নিষ্ঠুৰ সত্যকণ… !

ছবিৰ তলত অঞ্জনে কোনো নাম দিয়া নাই। হয়তো তাৰ প্ৰয়োজনো দেখা নাই। ছবি সম্বন্ধে সুমিত্ৰায়ো কোনো মন্তব্য নকৰে। হয়তো তাৰো প্ৰয়োজন বোধ নকৰে। তাৰ পৰিবৰ্ত্তে নিঃশব্দে গুলাই আহিয়েই ৰঘুকাক চিঞ'ৰি মাত দিয়ে -

'ৰঘূকা ! আমি যাও' দেই । বেছি বেলি নকৰো ।'

ঘৰৰ ভিতৰৰ ফালে কিবা কামত ব্যস্ত হৈ থকা ৰঘুকাৰ সংক্ষীপ্ত উত্তৰ শুনা যায় - বাৰু, বাৰু হব আই । যা ত'হত ।'

যাবলৈ গুলাই যদিও সুমিত্ৰাই বৰ উৎসাহ বোধ নকৰে। মীনা, ৰঘূকা হ'তৰ ঘৰখনত সুমিত্ৰা উপস্হিত থকা সময় খিনি সদায় এটা হুলস্হুলীয়া আনন্দ মুখৰ পৰিৱেশৰ মাজতে সি আৰম্ভ হয় - সমাপ্তিও ঘটে।

তেনে স্হলত এই মুহূৰ্ত্তৰ ঘৰখনত বিৰাজ কৰা থমৰ্-থমীয়া গহীন ভাৱটো সামান্য পাতল কৰাৰ উদ্দেশ্যেই বাহিৰলৈ যোৱাৰ পৰিবৰ্ত্তে অকলে ঘূৰি আহি নিঃশব্দে ভিতৰ ফালে আগ বাঢ়ে। কোঠৰ দুৱাৰ মুখৰ পৰাই ভুমুকি মাৰি ভিতৰ ফালে চাই দেখে, একান্ত মনে ৰঘূকাই 'চালাদৰ ডিচত' বিলাহী কাটিছে।…অলপ ৰং চাবলৈকে হঠাৎ ৰঘূকাক উচাপ্ খুৱাই মাত দিয়ে সুমিত্ৰাই—

'…ৰঘূকা ! সেইয়া তোমাৰ .কিউবী জিমেৰে' আজি কি হব… ?'

ৰঘূকাৰ এই 'কিউবীজিম্' লৈ সৰু এটা ৰহস্য আছে।…বহুত দিন আগতেই বজাৰৰ পৰা অনা টোপোলাৰ শাক-পাচলি বোৰ, দুই বান্ধবীৰ সমুখত এপদ্ এপদ্ কৈ ৰেকত্ তুলি থৈ, সৰ্বশেষত ৰঙা ৰঙা ডাঙৰ বিলাহী খিনি শাৰী শাৰী কৈ সজাই যোৱাৰ লগতে ৰহস্য কৰি মন্তব্য কৰিছিল –

' আৰু এইয়া আনিলো এক কিলো তহ'তৰ 'কিউ্বীজিম্… !'

অপাৰ বিস্ময়ত দুই বান্ধবীয়ে একেলগেই ৰঘূকাৰ কৃত্ৰিম গম্ভীৰ মুখলৈ চাই ৰয়—

'…কি ক'লা ৰঘূকা ? আমাৰ কিউবীজিম্ ? তুমি 'কিউবীজিমো' বুজা হলা ?' 'হেৰো। দিনৰাতি সমানে চৌব্বিশ ঘন্টা তহ'তৰ মুখত 'দাদাজিম্, কিউবীজিম্'ৰ ব্যাখ্যা শুনি শুনি নুবুজাৰ উপায় আছে ?' 'কিন্তু হঠাৎ বিলাহী বেঙেনা লৈ .. ?'

সুমিত্ৰাৰ যেন বিস্ময়ৰ শেষ নহয় ৰঘূকায়ো সমান গাম্ভীৰ্য্য বজায় ৰাখিয়েই কৈ যায়—

এৰা এই বিলাহী বেঙেনাই।···ইয়াৰে টুল টুলীয়া পকা এটা লৈ একেবাৰে চাৰি মহলাৰ 'চাটত উঠি, তলৰ ৰাণ্টাৰ পকী 'ফুট্‌পাথ'ত লাহেকৈ পেলাই দে গৈ। নামি গৈ যি চিকুত পৰিব তোৰ সেয়ে মানে বিলাহী আৰু যি হৈ থকা নেদেখ, কিন্তু বিলাহীৰ সকলো খিনিয়েই তাত দেখিবি... ।'

ৰঘুকাৰ মুখত কিউবীজিমুৰ বিচিত্ৰ ব্যাখ্যা শুনি দুই বান্ধবীয়েই উচ্ছস্বৰে হাঁহি উঠে

'···মীনা! এতিয়াৰে পৰা মৰ্ডান আৰ্টৰ 'চেমিনাৰলৈ' তই আৰু যাব নেলাগে। তোৰ হৈ ৰঘুকাকে পঠাবি— ।'

যাব নোৱাৰিম বুলি ভাব নেকি··· ?'

এই মুহূৰ্ত্তও ৰঘুকাক একান্ত মনে বিলাহী কটা দেখি সুমিত্ৰাৰ হঠাৎ সেই দিনাৰ কথা মনত পৰাত, অলপ কৌতুক কৰিবলৈকে ৰঘুকাক প্ৰশ্নটো কৰিছিল- –

ৰঘুকাও পাচপৰি থকা বিধৰ নহয়। সুমিত্ৰাৰ দৰে পৰিবেশটো পাতল কৰাৰ ইচ্ছাৰে তপৰাই উত্তৰ দিয়ে—

'···যি দেখিছ সেয়ে।. এইয়া সেউজীয়া চালাদ্ পাতৰ ওপৰত ৰঙা ৰঙা বিলাহীৰ স্লাইচ্। তাৰ লগত সেউজীয়া তিয়হৰ চকল। তেজৰঙা এই কেই টুকুৰা বিটৰ কিউব্। এইয়া তোৰ সিজোৱা কনীৰ বগা হালধীয়া শ্লাইচ্। এইয়া গেৰুৱা ৰঙৰ, ৰুকি দিয়া গাজৰৰ গুৰি। এই গোটেই বোৰৰ ওপৰত সজাই দিছো বগা বগা পিয়াজৰ ৰিং। তাৰোপৰি এইয়া দেখিছয় নহয়, গোটেই বোৰৰ ওপৰত ঠিয়কৈ গুজি দিয়া পকা জলকীয়া কেইটা আৰু দাঁতিত আওজাই থোৱা কাগজী নেমু কেই চকল হল, চালাড্ ডিচৰ্ চিপাহী আৰু চন্তৰী !... মোক ভাবিচ কি? বিধে বিধে ৰং, তুলি লৈ অকল তহঁতেহে আৰ্ট কৰিব পাৰ নেকি? এইবোৰ বস্তু লৈ ময়ো সমানে আৰ্ট কৰিব পাৰো··· ।'

'অঃ। নিশ্চয় নিশ্চয়! নোৱাৰিবা কিয়? ডিচ্ খনলৈ চালেই কব পাৰি সিও এটা আৰ্ট। মামুলি আৰ্টয়েই নহয়, একেবাৰে মুখ ৰোচক আৰ্ট! অঞ্জন মীনাৰ আৰ্টবোৰ সকলোৱে নুবুজিলেও তোমাৰ এই আৰ্টৰ চমজদাৰ কিন্তু সাৰ্ব্বজনীন্ ৰঘুকা! মোলৈকো অলপ থবা দেই,·· আমি আহিলো!'

কথাৰ লগতে হাঁহি হাঁহি সুমিত্ৰাই মীনাৰ ওচৰলৈ ঘূৰি আহে। তাৰ পাচত লাহে লাহে চিঁড়ি ভাঙ্গি দুই বান্ধবী নামি যায় তললৈ। দুয়োৰে মুখত পৰিতৃপ্তিৰ হাঁহি।

## এক

সংগ্ৰাম পূৰ্ণ দৈনন্দিন জীৱনৰ আশানিৰাশাৰে ভৰা দুয়োৰে সমস্যা বহুল দীঘলীয়া জীৱন পৰিক্ৰমা শেষ হয় শেষ হয় দূৰ মহানগৰীৰ অস্থায়ী বাস।

শিল্পী হিচাবে অঞ্জন মীনা দুয়ো এতিয়া প্ৰতিস্থিত। অৰ্থ সঙ্গতিৰ দুঃচিন্তাৰ পৰা সম্পূৰ্ণ ভাবে মুক্ত। তাৰ লগে লগে উপৰঞ্চি হিচাবে লাভ কৰিছে মান, খিয়াতি যশখ্যা।

প্ৰথম প্ৰথম কলিকতাৰ পৰা, এখন সু প্ৰতিস্থিত সংসাৰ আৰু কৰ্ম্ম জগতখন এৰি, অসমলৈ আকৌ ঘূৰি আহিবলৈ ভয় কৰিছিল দুয়ো। নতুন কৈ আকৌ এখন সৰু সংসাৰৰ লগতে, স্থায়ী ভাবে কৰ্ম্ম সংস্থানৰ পাতনি মেলাত কিমান দূৰ কৃতকাৰ্য্য হৈ উঠিব তাক ভাবি দুয়ো চিন্তিত হৈয়ে উঠিছিল।

কিন্তু সুমিত্ৰায়েই যেন, অঞ্জন মীনাৰ জীৱন তৰীৰ কাণ্ডাৰী স্বৰূপ হৈ, দুয়োৰে সকলো ভয় শংকাক উপেক্ষা কৰি, পৰম নিৰ্ভয়তাৰে একপ্ৰকাৰ বলেৰেই দুয়োকে অসমলৈ ঘূৰাই আনিলে। লগতে নিজেও কলিকতাৰ প্ৰবাসী জীৱন ওৰ পেলাই এইবাৰ স্থায়ী ভাবেই ঘূৰি আহিলে নিজৰ পূৰণা ঘৰখনলৈ। যিখন ঘৰত এদিন জৰিত আছিল সুমিত্ৰাৰ জীৱনৰ বহুবোৰ তিক্ত অভিজ্ঞতা।

কিন্তু সেইবোৰৰ উগ্ৰতা সাম কাটি আহিছে- অস্পষ্ট হৈ আহিছে। যিকণ আছে, সেই কণকো সম্পূৰ্ণ ৰূপে পাহৰি যাবলৈকে সুমিত্ৰাৰ আজিকালি মীনাৰ সঙ্গ, ৰঘুকাৰ সঙ্গ, নিজৰ বৈচিত্ৰহীন জীৱনটোৰ অবিচ্ছেদ্য অঙ্গ হিচাপে হয়তে, বহু পৰিমানে প্ৰয়োজনো হৈ পৰিছে -প্ৰয়োজন হৈ পৰিছে মুক্ত, নিৰ্ম্মলৰ আনন্দৰ।

অৱশ্যে এক হিচাবে প্ৰয়োজন অকল সুমিত্ৰাৰে নহয়। অঞ্জন মীনাৰো এটা অভিলাস বুকুৰ মাজত বহু দিনৰ পৰাই থুপুখাই আছিল। সুমিত্ৰা নিমিত্ত হলেও, আচলতে দুয়োৰে প্ৰবাসী জীৱনত একমাত্ৰ হেপাহ আছিল, অসমলৈ দুয়ো এদিন ঘূৰি আহিব। ইয়াতেই সকলো ফালৰ পৰা জীৱনত পূৰ্ণতা লাভ কৰিব- শিল্পীৰ স্বপ্নবোৰ সাৰ্থক কৰি তুলিব।

ভয় কৰিছিল মাত্ৰ একেটাই। যদি কেতিয়াবা হঠা কোনোবা অসুভ ক্ষণত মইনামাহীৰ সমুখত নইবা ভুএ্ৰা ডাঙৰীয়াৰ সমুখত পৰি যায়?

প্ৰস্তুতি পৰ্ব পূৰ্ণদ্যমে চলি আছে যদিও দুয়োৰে বিশ্বাস মহা মাহীৰ সমুখত সোঁ-শৰীৰে উপস্থিত হোৱাৰ সৎসাহস বা সামৰ্থ কোনো এটাই এতিয়াও এজনাৰো হোৱা নাই। পৰিপূৰ্ণ স্বীকৃতিৰ মাজেৰে আহৰণ কৰা কৃতকাৰ্য্যতাৰ বিজয় মুকুত মাহীআইৰ মুৰত পিন্ধাবলৈ আৰু কিছু দিন যে অপেক্ষা কৰিব লাগিব তাক দুয়ো উপলব্ধি কৰে আৰু বুজে তাৰ কাৰণে প্ৰয়োজন আৰু কিছু দিনৰ অধ্যাৱশায়।

গতিকে দুয়োৰে ভয়টো অমূলক নহয়। কিন্তু দিন যোৱাৰ লগে লগে সেই

ভয় বহু পৰিমানে কমি আহিছে। জগত যোৱা সৰ্বাধুনিক যান-বাহন পৰিবহনৰ দৌলতত পৃথিবীখন বহুত সৰু হৈ পৰিলেও, সীমাবদ্ধ বাট-পথেৰে বৰ্জিত থকা অক্ষাৎ সৰু চাপৰি গাওঁৰ পৰা তিনিশ মাইল আঁতৰৰ এখন ভৰা চহৰৰ লক্ষ জনাৰ মাজত বিশেষ দুজনাক থিতাতে বিচাৰি পোৱা সহজ কথা নহয়। বিশেষকৈ সেই দুজনাই যেতিয়া নিজক সম্ভৱপৰ আবৰতাৰ মাজত লুকুৱাই ৰখাটোকে নিয়ম কৰি পেলাইছে।

অঞ্জন, ৰঘুকা, মীনাৰ নতুন ঘৰ, নতুন ষ্টুডিৱ চহৰৰ মাজত। ঘৰটো পুৰণা যদিও যঠেষ্ট আহল বহল ডাঙৰ। চাৰিও ফালৰ পৰা পোহৰ অহা, দুটা কোঠাৰ মাজৰ বেৰা ভাঙি, অঞ্জন মীনাই তাক দুয়োৰে যুগ্ম ষ্টুডিৱলৈ ৰূপান্তৰিত কৰি লৈছে।

ঘৰটোৰ আনবোৰ কোঠাৰ বাহিৰেও এমূৰে থকা সৰু এটা দুৱাৰ খিড়িকী হীন আচুতীয়া কোঠা—যিটো কাৰো কোনো প্ৰয়োজনতে নাহে, তাৰেই বেৰ এখনত অঞ্জনে কিবা ভাবি, ওৱাল আলমাৰীৰ নিচিনা দুৱাৰ এখন কৰি লোৱা দেখি ৰঘুকা আৰু মীনা আচৰিত হয়

'ইয়াৰে কি হব? আলমাৰীত কিবা থৰলৈ দেখো ভিতৰ ফালে এবেগত ঠাইয়ো নাই…।'

'নাই জানো। ঠাইৰ কথা ভবা নাই—ভাবিছো কোঠাটো কেনেকৈ ডাঙৰ কৰি তুলিব পাৰো, পোহৰেৰে ভৰাই তুলিব পাৰো…।'

বিস্মিত হৈ মীনাই প্ৰশ্ন নকৰি নোৱাৰে।

'তাৰ মানে…?'

'মানে টো দেখিলেই বুজিবা…!'

অঞ্জনৰ 'হুইমৰ' আদি অন্ত পোৱা টান। সেয়ে মীনাই আৰু প্ৰশ্ন নকৰে। কিন্তু প্ৰশ্ন নকৰিলেও তাৰ উত্তৰ এমাহ মানৰ মূৰতে মীনাৰ চকুত পৰে, ৰঘুকাৰো চকুত পৰে—

…আল্মাৰীৰ গোটেই দুৱাৰ খনৰ ওপৰত সমান ডাঙৰ কেন্‌ভাচ্ এখন আঁৰি লৈ তাত অঞ্জনে আঁকি থৈছে দীগন্ত যোৱা বিৰাট এখন 'লেন্‌ড্‌স্কেপ্।'

.. উজ্জ্বল এখন সীমাহীন নিলীম আকাশ, তলত ৰিনি ৰিনি দেখা যোৱা দুৰনীৰ অস্পষ্ট পাহাৰৰ সীমাৰেখা। বিশাল এখন বৈ যোৱা নদী। বদৰ উজ্জ্বল পোহৰ চৌ দিশে দীগন্তলৈকে দেখা মুকলি সেউজীয়া ভুখণ্ড যেন কোঠাৰ দুৱাৰ মুখৰ পৰাই আৰম্ভ কৰি ক্ৰমাত এঢলিয়া হৈ নামি নামি বহু যোজন আঁতৰত থকা অস্পষ্ট নদীৰ পাৰত এাকি ভুত হৈ পৰিছে গৈ। গোটেই ছবি খনেই ইমান উজ্জ্বল কৰি ইমান জীৱন্ত কৰি অঞ্জনে আঁকিছে যে তাৰ প্ৰভাৱত, আন্ধাৰ সৰু খুপৰি কোঠাটোৱেই যেন অদ্ভুৎ ভাবে ৰূপান্তৰিত হৈ গৈছে বহুত পোহৰেৰে ভৰা ডাঙৰ এটা কোঠালৈ।

মীনা, ৰঘুকা দুয়ো লক্ষ্য কৰিছে অঞ্জনৰ এই উইজদম্ একেবাৰে উদ্দেশ্যহীন নহয়। সময়ে সময়ে গভীৰ চিন্তা লৈ অকলে থাকিবলৈ ইচ্ছা কৰিলেই সকলোৰে ওচৰৰ পৰা আঁতৰি গৈ অঞ্জনে সেই কোঠাত নিৰলে বহি থাকে হি। জানে তাত কোনেও তেওঁক আমনি নকৰেহি। কোনেও নকৰেও। ই যেন আপোনা আপুনি স্বিকৃতি লাভ কৰা নীৰৱ অলিখিত এক চুক্তি।

কৰ্ম্ম ব্যস্ত চহৰৰ মাজত মীনাহঁতৰ এই ঘৰ যদিও, বান্ধবী সুমিত্ৰাৰ ঘৰ কিন্তু চহৰৰ বাহিৰত—ভালেখিনি আঁতৰত।...মুকলি নিৰ্জ্জন পৰিবেশ! বিৰাট ডাঙৰ 'কম্পাউন্ড্' লৈ, ফুলে ফলে জাতিস্কাৰ বিৰাট ডাঙৰ সুমিত্ৰাহঁতৰ বঙলা ঘৰ। আধুনিক সকলো 'এমিনিতিজেৰে' পৰিপূৰ্ণ নিখুত।

কিন্তু সেই বঙলাত থাকিবলৈ মানুহ নাই। মালী, চাকৰ চকীদাৰৰ তত্বা-ৱধানত সি থাকে যদিও সি যেন মৃতপুৰী। সুমিত্ৰাৰ দেউতাক কাচিত কেতিয়াবা বাগীচাৰ পৰা আহি দুই এৰাটি থাকি যায় যদিও, ঘৰটোৰ চৌদিশে বিৰাজ কৰা স্থায়ী স্থবিৰতাব পৰা যেন বিৰাট ঘৰটোৰ মুক্তি নাই।

কিন্তু এইবাৰ যেন মৃত পুৰীত জীৱনৰ সঞ্চাৰ হৈছে। অকল এটি প্ৰাণীক কেন্দ্ৰ কৰিয়েই যেন হঠাৎ শুপ্ত ঘৰখন হাঁহি, গীত মাত কথাৰে জাগ্ৰত হৈ উঠিছে। সুমিত্ৰা যেন দৃঢ় প্ৰতিজ্ঞ, ঘৰৰ নতুন পৰিবেশ টো ক্ষণিকৰ কাৰণে আকৌ যেন অতীতৰ বহু দিনীয়া সুপ্তিৰ মাজত নতুন কৈ নিমজ্জিত হবলৈ কোনোপধ্যে আৰু এৰি নিদিয়ে। তাৰে পৰিপ্ৰেক্ষিতত মনটো উৰঙা লাগিলেই, গাড়ী দৌৰাই চহৰৰ মাজৰ পৰা বান্ধবী মীনাক, সময়ত ৰঘুকাক লৈ নাচি বাগী, ৰঙ ৰহইচ্ কৰি আকৌ থৈ আহে গৈ—নহয় দুই এদিনলৈ লগতে ধৰিয়েই ৰাখে।

কিন্তু সময়ত মাত্ৰ দুই এটা দিনৰ সঙ্গৰে সুমিত্ৰা যেন তৃপ্ত হব নোখোজে। সেয়ে বহু দিনৰ মূৰত এইবাৰ মীনাক লৈ, মীনাৰ সকলো গুজৰ আপত্তি হাঁহিৰে উৰৱাই দি, প্ৰায় এমাহলৈ ওচৰত ধৰি ৰাখিছে। তাৰোপৰি চহৰৰ ঘৰ এৰিও এইবাৰ বাগীচালৈকো লৈ গৈ তাৰ বঙলাটোকে কেন্দ্ৰ কৰি ইফালে সিফালে লোকালয় বৰ্জীত প্ৰকৃতিৰ সজীৱতাৰ মাজত এক্সকাৰ্চণ্ কৰি পিক্নিক্ খাই হুলস্থুলৰ মাজতে দিনবোৰ পাৰ কৰি দিছে।

প্ৰকৃতিৰ সেউজীয়া সজীৱতাৰ সৌন্দৰ্য্য মীনাৰ কাৰণে নতুন নহয়। শৈশৱ কৈশোৰৰ পৰা বাঢ়ি অহা যৌবনৰ বহুতবোৰ বছৰ সেই সেউজীয়া প্ৰকৃতিৰ কোলাতেই মীনা ডাঙৰ দীঘল হৈ উঠিছে। তথাপি সুমিত্ৰাৰ লগত উত্তেজনা পূৰ্ণ আনন্দ মুখৰ মুহূৰ্ত্তবোৰৰ নতুনত্ব, মীনাৰ কাৰণে নিঃসন্দেহে আকৰ্ষনীয়

কিন্তু সাময়িক ভাৱে নিজক সম্পূৰ্ণ ৰূপে পাহৰি যাব পৰা নিশ্চিন্ত পৰিবেশ। চৌদিশে বিদ্যমান যদিও মীনাই কিন্তু তাৰ মাজতো পাহৰিব নোৱাৰে নিজৰ ঘৰখনৰ কথা মৰমৰ ষ্টুডিৰটোৰ কথা। পাহৰিব নোৱাৰে অঞ্জনক, ৰঘুকাক। দুয়োৰে ওচৰৰ পৰা নিজৰ ইমান দীঘলীয়া এটা অনুপস্থিতিত ঘৰখন নো কেনেকৈ চলিছে তাৰ কথা ভাবি, মাজে মাজে মীনা যথেষ্ট চিন্তিত হৈ উঠে। বিশেষ কৈ চিন্তিত হয় অঞ্জনৰ কাৰণেই। দুপৰ নিশা গভীৰ টোপনিৰ মাজতে প্ৰায়ে চক্মক্ খাই সাৰ পাই উঠিয়েই মীনাৰ প্ৰথমেই মনত পৰি যায় অঞ্জনলৈ — অঞ্জনৰ চকুৰ অসুখলৈ...!

...অঞ্জনৰ চকুৰ অসুখ। দৈনন্দিন জীৱনত মনত পৰাৰে পৰা দেখি দেখি নিয়ম হৈ যোৱা এটা বিৰাট অনিয়ম অঞ্জনৰ এই চকুৰ অসুখ! সি যে কিয় আজিও ভাল নহল মীনাই বুজিব নোৱাৰে।

ডাক্তৰৰ প্ৰতিটো নিৰ্দ্দেশ, অঞ্জনৰ আপত্তি, বিৰক্তি সকলো অগ্ৰাহ্য কৰিও, পৰম নিষ্ঠাৰে পালন কৰি মীনাই অঞ্জনক মনত পৰাৰে পৰা শুশ্ৰূষা কৰি আহিছে। তথাপি অসুখটো কিয় ভাল নহয়?

ভাবি ভাবি সময়ত মীনা বিবুদ্ধি হৈ যায়। মীনাৰ সকলো চেষ্টা ব্যৰ্থ কৰি অঞ্জনৰ চকুৰ অসুখ ভাল হওক চাবি ক্রমাত বেয়াৰ ফালে যোৱাৰ লগে লগে অঞ্জন মানুহটোৱেই যেন দিনে দিনে পৰিবৰ্তিত হৈ গৈছে—নিষ্ঠুৰ হৈ উঠিছে।

স্বাৰ্থপৰৰ দৰে কেৱল নিজৰ দিশটোৰ কথাই অঞ্জনৰ গুচৰত আজি কালি ডাঙৰ। নিজৰ দাবী বোৰেই যেন এক মাত্র সত্য। তাৰ বাহিৰে আন সকলোবোৰ অঞ্জনৰ ওচৰত মূল্যহীন-গৌন। মীনাৰো যে এটা স্বাধীন মন আছে, ইচ্ছা, আগ্রহ থাকিব পাৰে, সেই কথা অঞ্জনে এবাৰ ভাবি চোৱাৰো প্ৰয়োজন বোধ নকৰে।

তাকে দেখি মীনাই বেজাৰ পাই। অশুভ দুঃচিন্তা কিছুমানে মনৰ কোনত দেখা দিয়ে। ...মীনাই জানে, মীনা নহলে অঞ্জনৰ এটা মুহূৰ্ত্তও নচলে, অথচ তাকো তেওঁ স্বীকাৰ কৰিব নোখোজে—বুজিও বুজিব নোখোজে।

তথাপি মীনাই অঞ্জনৰ গুচৰৰ পৰা বেচিদিনলৈ আঁতৰি থাকিবলৈ টান পাই। ঘৰখনৰ আকৰ্ষণ, অঞ্জন ৰঘুকাৰ আকৰ্ষন ক্ষণে ক্ষণে দুৰ্ব্বাৰ হৈ উঠে। সেয়ে শেষত এদিন সুমিত্রাৰ সকলো গুজৰ আপত্তিলৈ কান নকৰি, একপ্ৰকাৰ বলেৰেই দুয়োৰে যুগ্ম 'হলিডে' সম্পূৰ্ণ নকৰা কৈয়ে ঘৰলৈ ঘূৰি আহে।

মীনাৰ মানসিক অৱস্থা দেখি সুমিত্ৰায়ো আৰু জোৰ নকৰে। অৱশ্যে আকো এবাৰ দীঘলীয়াকৈ সুমিত্ৰাৰ লগত থকাৰ প্ৰতিশ্ৰুতি লৈহে নিজেই গাড়ীত তুলি থৈ আহে গৈ মীনাক- মীনাৰ ঘৰ খনত···।

## দুই

ঘৰৰ লখিমী গৰাকীৰ হাতৰ পৰশৰ অভাৱত বিশৃংখল হৈ উঠা কোঠাবোৰ আকৌ পাৰিপাতি হৈ উঠে। গোটেই ঘৰখনেই উজ্বল হৈ পৰে মীনাৰ আগমণিৰ লগে লগে। তাৰ মাজেদিয়েই অনাগত নতুন নতুন দিনবোৰ এটা এটা কৈ আহে— পাৰ হৈ যায়। ব্যতিক্ৰম কতো নহয়… ।

কোমল ৰঙেৰে ভৰা পৰিস্কাৰ উজ্বল পুৰাটোত আপোনা আপুনি মীনাৰ ওঠত ক্ষণে ক্ষণে জীৱন্ত হৈ উঠে কৈশোৰৰ সেই গীত।

পুৱাতেই গা-পা ধুই ষ্টুডিয়ৰ ইটো সিটো সুজিল কৰি, মনৰ আনন্দত গুণ গুণ কৈ গীতটো গোৱাৰ লগে লগে অঁাকি যায় ইজেলৰ ছবিখন… ।

'মীনা আই ! এইয়া ধৰ তোৰ ফুল…।' ইজেলৰ পৰা চকু ঘূৰাই, মীনাই হাতত বৰ এমুঠি ফুল লৈ কেঠালৈ সোমাই অহা ৰঘুকাক দেখি আনন্দত চিঞৰি উঠে -

'অহ্ আনিলা ৰঘুকা! দিয়া দিয়া, ধুনীয়া ফুল আনিছা… ।'

ৰঘুকাৰ হাতৰ পৰা ফুলবোৰ লৈ, কোঠাৰ ফুলদানী কেইটা সজাই যোৱাৰ লগতে যোগ কৰে—

'কোঠাটোৰ ইফালে সিফালে দুপাহ মান ফুল নেথাকিলে মোৰ মনটোৱেই ভাল নেলাগে… ।'

সৰু হাঁহিটোৰ মাজেৰে মীনাৰ কথাটো সমৰ্থণ কৰি ৰঘুকা যাবলৈ ঘূৰিয়েই ইজেলৰ নতুন ছবিখনৰ ওপৰত চকু পৰাত থমকি ৰৈ যায়… । কিবা এটা কব খুজিও একো নকয়। ছবি এবিৰ মৌন হৈ মাথো কিবা ভাৱে। লাহে লাহে মনত পৰি যায় শুনি অহা বহুত কথা… ।

…উৎথান্ আৰু পতন! আলোচনা সমালোচনাৰ লগত চিৰাচৰিতা তৰ্কৰ মাজেৰে, আদি অন্ত নথকা হেজাৰ বছৰৰ সম্পদেৰে সমৃদ্ধ, বিশ্বজোৰা বিশাল বিচিত্ৰ 'কেনভাচ্' খনৰ চুকে কোনে উপচি থকা সংখ্যাহীন চিত্ৰকল, স্থপতিকলা, ভাস্কৰ্য্যৰ কথা অঞ্জন মীনাৰ মুখত ৰঘুকাই বহুত শুনিছে। শুনিছে প্ৰাচ্যৰ শিল্প জগতখন সূচনা কৰা দূৰ অতীতৰ মহেঞ্জোদৰোত আবিস্কৃত সেই নৰ্ত্তকী দুগৰাকীৰ কথা—সাৰনাথৰ ধৰ্ম্মচক্ৰৰ কথা, আৰু শুনিছে মথুৰাৰ অবস্মৰনীয় বুদ্ধ মুৰ্ত্তিৰ, উৰিষ্যাৰ অপূৰ্ব শিলাকৃতিৰ, গুজৰাট, ৰাজস্হানৰ বিচিত্ৰ শিল্প সম্ভাৰৰ কথা—

.. ইতিহাসৰ পাত লুটিয়াই অনৰ্গল কৈ যোৱা শুনিছে, চাৰি শতিকাৰ মৌৰ্য্য যুগৰ, তাৰ পাচত গুপযুগৰ চালাযুগৰ অক্ষ্যাৎ শিল্পী সকলে শিলৰ বুকুত কাটি যোৱা, ৰঙেৰে গঢ়া, ৰঙেৰে সজোৱা সহশ্ৰ শিল্প শৈলীৰ লগত অজন্তাৰ দেৱালে দেৱালে ছবিৰে লিখি যোৱা সাতশ বছৰৰ ইতিহাসৰ কথা। …'অৱলোকিতেশ্বৰ্ পদ্মপানী।' অঞ্জনৰ মুখত মাজে মাজে শুনি অহা অজন্তাৰ সেই অনুপম—মানব

মুক্তিৰ কাৰণে তপস্যাৰত পদ্মপানী বুদ্ধমূৰ্ত্তিয়েই কেনেকৈ অনুপ্ৰেৰণা যোগালে, দক্ষিণ পূৰ্বৰ, এচীয়া মাইনৰ, কোম্বদীয়া, ব্ৰহ্ম, জাভা, লংকা, চীন জাপানৰ চিত্ৰশৈলীৰ বিকাশ সাধনত। সম্ভৱ কৰি তুলিলে 'প্ৰজ্ঞা পাৰমিতা'ৰ নিছিনা সাঁচিপতীয়া বানী চিত্ৰৰ অনুপম সৃষ্টিৰ।

এই সকলো তো হল, হেজাৰ হেজাৰ বছৰ ধৰি গঢ়লৈ উঠা প্ৰাচ্যৰ শিল্প জগৎখনৰ অতি ক্ষুদ্ৰ এটা অংশৰ কথা। প্ৰাচ্যক এৰিও পাশ্চাত্যৰ খৃষ্টপূৰ্ব অতীত গ্ৰীচৰ, ৰোমান সকলৰ যুগত সৃষ্ট অতুলনীয় ভাস্কৰ্য্য, স্থপতিক এৰিও সমগ্ৰ ইউৰোপৰ দিশে দিশে সিচৰতি হৈ থকা হেজাৰ-বিজাৰ তাৰেই ভগ্ন, অৱহেলিত কংকালৰ চিৰ নিদ্ৰীত চিত্ৰ মালাৰ অলেখ কাহিনী. ৰঘুকাই অকল শুনাই নহয়, মীনাৰ ডাঙৰ এলবাম্ খনৰ পাতে পাতে তাৰ ছবিও বহুত দেখিছে।— দেখিছে চৈদ্ধ-পোন্ধৰ শতিকাৰ ৰেনেছা যুগৰ আৰম্ভণিৰ সেই সকল অবিস্মৰনীয় শিল্পী আৰু তেওঁলোকৰ, কালজয়ী অপূৰ্ব সৃষ্টিৰ পৰা আৰম্ভ কৰি একেবাৰে উনৈশ শতিকাৰ আধুনিক শিল্প জগত খনৰ কথাও বাদপৰা নাই।

দুৰ্বোধ্য কিছুমান শব্দৰ মাজেৰে ৰঘুকাইয়ে অঞ্জন মীনাৰ মুখত শুনিছে, পাশ্চাত্যৰ শিল্প জগত খনৰ নিতে নতুন চিত্ৰাংকনৰ উদ্ভাৱন আৰু পতনৰ শত ধাৰা অগ্ৰগতিৰে, ক্ৰমাত বিশাল হৈ পৰা বিভিন্ন শিল্প শৈলীৰ তজাম মনচ্ছায়াবাদৰ লগত অধি বাস্তৱবাদৰ প্ৰভেদ বাখ্যা, চীনৰ নৈসৰ্গিক শিল্প. সৃষ্টিৰ লগত বিমূৰ্ত্ত কলাশৈলীৰ জটিল তত্বৰ সীমাহীন ব্যাখ্যা, ব্যবৰণৰ যেন শেষ নাই— সীমাও নাই।

এই সকলো যি স্থলত অঞ্জন মীনাৰ ক্ষেত্ৰতে দুৰহ, তেনে স্থলত সেইবোৰ শুনিলেও ৰঘুকাৰ বুজাৰ কথা নহয়— বুজিবলৈ ইচ্ছাও ৰৰা নাই কোন দিন।

প্ৰকৃতিৰ কোমল মাটিৰ কেঁচা গোন্ধ লৈ পৰিপুষ্ট হৈ উঠা ৰঘুকাৰ জীৱন দৰ্শনৰ লগত, তাৰ সৰল মনটোৰ যুক্তিৰ মাজত, কোনো জটিলতাৰ স্থান নাই।

সেয়ে ষ্টুডিওৰ চৌ দিশে ভৰা ছবিৰ ৰাজ্যত দিনবোৰ পাৰ কৰি আহিলেও ৰঘুকাৰ ওচৰত ছবি সদায় ছবিয়েই-সাধাৰণ বস্তু। জগতৰ সৰ্ব্বশ্ৰেষ্ঠ মহৎ ছবিখন যেনেকৈ ৰঘুকাৰ ওচৰত নমস্য, ঠিক তেনেকৈয়ে মণিকুটৰ তলত থাপনা কৰা ওখ সিংহাসনৰ গাত কোনোবা সত্ৰৰ অক্ষ্যাত শিল্পীয়ে শিলিখাৰ কলা ৰঙেৰে বোলাই থোৱা অবয়বটোও সমানে নমস্য। শুনিছে সেইয়া বিষ্ণু বা সূৰ্য্যদেবতা নাইবা আন কোনোবা দেৱতাৰ ছবি। ৰঘুকা তাতেই সন্তোষ্ট। ছবি হিচাবে তাৰ বেলেগ মূল্যাংকণৰ কোনো প্ৰয়োজন নেদেখে ৰঘুকাই...।

তথাপি সদায় দেখি দেখি চিত্ৰকলাৰ গূঢ় তত্বৰাশি নুবুজিলেও অন্ততঃ এটা কথা কিন্তু ৰঘুকাইয়ে আজিকালি খুব ভালকৈয়ে বুজিবলৈ আৰম্ভ কৰিছে। ইছে্লে এবাৰ চালেই ধৰিব পাৰে, মীনাৰ ছবি বোৰৰ লগত অঞ্জনৰ ছবি বোৰৰ কোনো মিল নেথাকে। সি ছবিৰ বিষয় বাচনিয়েই হওক, নইবা অংকন পদ্ধতিয়েই হওক বা ৰঙৰ প্ৰয়োগ কৌশলেই হওক, দুয়ো বিধ সদায়েই বেলেগ।

কিন্তু চিত্ৰকলা লৈ আৰু ৰঘুকাই উৎসাহ বোধ নকৰে—ৰোমাঞ্চিত হৈ নুঠে। সেইবোৰ দিন কেতিয়াবাই পাৰ কৰি আহিছে। বিশ্বৰ শিল্প জগত খনত কৈয়ো বৰ্ত্তমান ঘৰৰ শিল্পী দগৰাকীক লৈয়ে ৰঘুকা বেছি ব্যস্ত বেছি দুঃচিন্তা গ্ৰস্ত বিশেষ কৈ অঞ্জনক লৈ।

..ভাবি নেপাই—বুজিব নোৱাৰে লৰাটোৰ হৈছে কি ? চকুত পৰে. কিবা এটা অপ্ৰকাশিত উত্তেজনাত মাজে মাজে ঘৰময় সি অস্থিৰ ভাবে ঘূৰি ফুৰিছে। প্ৰায় সম্পূৰ্ণ কৰি আঁকি পেলোৱা ছবি থনকেই হঠাৎ কেতিয়াবা অন্ধ খঙত ফালি-চিৰি বালিয়াৰ দৰে ষ্টুডিওৰ চুকলৈ দলিয়াই দি কোঠাৰ মাজত ইমূৰৰ পৰা সিমূৰলৈ উফৰি ফুৰিছে।

সেই মুহূৰ্ত্ত কোনোবাই গুচৰ চাপি কিবা এটা সুধিবলৈ গলেই হঠাৎ ক্ষিপ্ত হৈ বুজিব নোৱাৰা, মানে নোহোৱা দুৰ্ব্বাৰ আক্ৰোশত অঞ্জনে প্ৰায় চিঞৰি উঠে। কেতিয়াবা কিন্তু আচৰিত ভাবে শান্ত হৈ যায়। কিবা এটা অবুজ হতাশাত নোপোৱাৰ বেদনাত দূৰলৈ চাই চাই অস্ফুৎ ভাবে লাহেকৈ মাথো উচ্চাৰণ কৰে—

'...পৰা নাই ৰঘুকা! নতুন পথ বিচাৰি পোৱা নাই—কোনে ফালে পোহৰ দেখা নাই...।'

ৰঘুৱে ব জিব নোৱাৰে কি সেই পথ ? কিহৰ সেই পোহৰ ? নিৰ্ব্বাক হৈ মাথো তাৰ মুখলৈ চাই থাকে।

অঞ্জনৰ তুলনাত মীনা কিন্তু একেবাৰে ব্যতিক্ৰম। নিৰ্ব্বাক হোৱাৰ পৰিবৰ্ত্তে মীনাৰ ক্ষেত্ৰত ৰঘুকা সদায়েই মুখৰ— সদায়েই দুৰ্ভাবনা শূন্য।

এই মুহূৰ্ত্তও ইজেলৰ সমুখত. কোমল মধুৰ হাঁহি লৈ ব্যস্ত হৈ থকা মীনাৰ মুখখন দেখি ৰঘুকাৰ মনটোও কোমল হৈ যায়। গুচৰ চাপি গৈ ছবিখনৰ লগতে মীনাৰ মুখলৈ চাই মৰম লগাকৈ শাষণৰ সুৰতে কৈ যায়--

'হেৰৌ আই! এইবোৰ ছবি তবি আঁকিবলৈ আৰম্ভ কৰিলিয়েই হব পাই? আহি ঘৰ পাইছহে। দুই এদিন জিৰাই লবলৈকো তোৰ আহৰি নহল নে?'

'জিৰোৱাৰ সময় ক'ত ৰঘুকা! সুমিত্ৰাৰ লগত কত ঠাই ঘূৰি ঘূৰি যিমান বোৰ হে নক্সা আনিছো ফটো তুলি আনিছো, সেইবোৰ এতিয়াৰে পৰা আৰম্ভ নকৰিলে শেষ কৰিম কেতিয়া ?'

কথাৰ লগতে মীনাই গুচৰৰ ড্ৰয়াৰটোৰ পৰা এজাপ ফটো আৰু আহি নক্সা উলিয়াই আনি ৰঘুকাৰ ফালে আগ বঢ়াই দিয়ে—

'...নতুনৰ অন্বেষণত তো সদায় সমুখলৈকে কেৱল চাই আহিছো। এইবাৰ চখু হৈছে পাচফালে এবাৰ ঘূৰি চাওঁচোন! পাহৰণিৰ অন্ধকাৰত হেৰাই যোৱা অতীতৰ বুকুত নো কি সম্পদ অবহেলাত এৰি আহিলো তাক নতুন কৈ বিচাৰি পাওঁ'ই বা!... সদাহতে এইবোৰেই চোৱাচোন...।'

হাতত গুজি দিয়া ফটো আৰু নক্সা বোৰৰ ওপৰত অলপ সময় চকু ফুৰাই ৰঘুকাই শেষত সামান্য বিস্ময়েৰেই সোধে--'হেৰৌ আই! এইবোৰ দেখো জৰাজীৰ্ণ মন্দিৰ মচ্‌জিদৰ ছবি। হাবি জংঘলৰ মাজত জহি যোৱা তাৰেই ভগ্নাৱশেষ মাথো। ইয়াৰে কি কৰিবি...?'

'আঁকিম ৰঘুকা! নতুনকৈ, ডাঙৰ কৈ...! আজিৰ এই মৃত মন্দিৰ, মচজিদ দৰগা, দেৱালয়ৰ ভগ্নাৱশেষবোৰেই এখন এখন কৈ আঁকিম--লগে লগে আঁকি যাম আৰু একোখন তাৰেই প্ৰতিচ্ছবি।—যি বোৰ এদিন ভগ্নাৱশেষ নাছিল, মৃত নাছিল—আছিল সু প্ৰতিস্থিত!

...সংখ্যাহীন ভক্তৰ, উৎসাহ, উদ্দিপনা, প্ৰাণ প্ৰাচুৰ্য্যৰে যি বোৰ আছিল জীৱন্ত। যত নিটৌ পুৰাগধূলি সহস্ৰ বন্তী জ্বলিছিল, আৰতি হৈছিল, দৰা.

শঙ্খ ঘণ্টাৰ ধ্বনিৰে চৌ দিশ মুখৰ হৈ পৰিছিল। য'ত প্ৰতিদিন মচজিদ প্ৰাঙ্গনত সমবেত হৈছিল শাৰী শাৰী ভক্তৰ দল। পুৱতি নিশা বহু দূৰৰ পৰা উটি অহা আজানৰ শব্দত সাৰ পাই উঠিছিল পুৰবাসী। ভক্তি ভৰে স্বাগত জনাইছিল এটা এটা নতুন দিনৰ আগমনিক ..

...সেই অতীত দিনৰ সম্পদ বোৰকেই নতুন কৈ, নব ৰূপত, নব বেশত অঁাকিব খুজিছো ৰঘুকা! অৱশ্যে অলপ কষ্ট কৰিব লাগিব। শিকি বুজি লব লাগিব। আজিৰ এই মৃত মচ্‌জিদ্‌ বা মন্দিৰটো, ইতিহাসৰ পাত লুটিয়াই থিৱাং কৰি উলিয়াব লাগিব কোন শতিকাত কোন ৰজা মহাৰজা বা নৃপতিৰ দিনত তাৰ প্ৰথম প্ৰতিস্থা হৈছিল? সেই সময়ত সি কেনেকুৱা আছিল?

...তাৰ লগতে সেই সময়ৰ সমাজখন তাৰ মানুহবোৰ, শিল্পীকৰ বোৰ, কাৰিকৰ বোৰেই বা কেনেকুৱা আছিল? তেওঁলোকে সৃষ্টি কৰি যোৱা অতীত ভাস্কৰ্য্য, শিলাকুটি, চিত্ৰশিল্প বোৰত কি শিল্পকৌশল প্ৰয়োগ কৰিছিল? কেনেকৈ ৰং প্ৰস্তুত কৰি প্ৰয়োগ কৰিছিল? কি কি পদ্ধতি অনুসৰণ কৰিছিল?

সেইবোৰ অতীতৰ সমলকে গোটাই লৈ, প্ৰয়োজন অনুসৰি অলপ অচৰপ কল্পনাৰো সহায় লৈ এই ছবিবোৰকেই এখন এখন কৈ অঁাকি ছবিৰ মাজেৰেই তাক পূৰ্ণ ৰূপত নতুন কৈ প্ৰতিস্থা কৰিম, বুজিছা··· ?'

'বুজিছো, বুজিছো আই! মনত পৰিছে, কিবা কথাত এদিন সৰু দেউতাই কৈছিল,···এখন কলুষ মুক্ত অন্তৰ, জীৱ জন্তু মানুহ সকলোৰে প্ৰতি অকুণ্ঠ দয়া, স্নেহ মায়া মমতাৰে ভৰা এটা মন, সৰল স্বাৰ্থহীন আন্তৰিকতা, ভক্তি বিশ্বাস নিষ্ঠা সততাৰ নিচিনা পৰম ধন লৈ যি মন চহকী, সেই মনেই একোটা মন্দিৰ! আন মন্দিৰ আৰু তেওঁক কেলেই লাগিছে·· ?'

'খুব সঁচা কথা ৰঘুকা! কিন্তু আজিৰ পৃথিবীত তেনেকুৱা মনেই বা আছে কেইজনৰ? সমুহীয়া অন্তৰৰ সেই দৈন্যতা পুৰাবলৈকে প্ৰয়োজন হৈছে একোটা সামাজিক অৱলম্বনৰ একোটা প্ৰতিকৰ! সেয়েতো আমাৰ চাৰিও ফালে ইমান-বোৰেই মঠ, মন্দিৰ, মচ্‌জিদৰ নিতে নতুন সৃষ্টি! কিন্তু দুৰ্ভাগ্য, সময়ৰ লগে লগে সেইবোৰেই আকৌ প্ৰকৃত ভক্তৰ অভাৱত, আন্তৰিকতা, নিষ্ঠাৰ অভাৱত লাহে লাহে অৱহেলিত হৈ শেষত ধংশস্তুপত পৰিণত হৈও আহিছে··· !'

ৰঘুকাই কোনো মন্তব্য নকৰে। মীনাৰ নক্সাবোৰ নিঃশব্দে হাতত তুলি লৈ খন্তেক চাই লয়। তাৰ পাচত হঠাৎ লাহেকৈ কয়--'হেৰৌ আই। এইবোৰ তো এখন দুখন নহয়—বহুত দেখো, তোৰ কষ্ট নহবনে? জানো আই কিবোৰ যে গোটাই লব? পাৰিবি গৈ জানো···?'

খন্তেক মৌন থাকি লাহে লাহে উত্তৰ দিয়ে মীনাই·--

'পাৰিম নে নোৱাৰিম কব নোৱাৰো ৰঘুকা! শিল্পীৰ স্বপ্নৰ জানো শেষ আছে? তথাপি চেষ্টা কৰি চোৱাত ক্ষতি কি? যিমান পাৰো অঁাকি যাম। যি বোৰ নোৱাৰো থাকি যাব। হয়তো ভাবি কালৰ কোনোবা শিল্পীয়ে সেইবোৰ নতুন কৈ অঁাকিব। আমাৰ দেশৰ ভবিষ্যত বংশধৰ সকলৰ কাৰণে সেই অঁাকি যোৱা চিত্ৰপট বোৰেই হৈ ৰব হেৰাই যোৱা ইতিহাসৰ একো একো খিলা মুল্যেবান পাত···'।

ৰঘুকাই তৎক্ষণাত একো উত্তৰ নিদিয়ে। সামান্য ইফালে সিফালে ঘূৰি, আকৌ এবাৰ মীনাই অ'াকি থকা ইজেলৰ ছবিখনৰ ওপৰত চকু বুলাই হঠাৎ প্ৰশ্ন কৰে—

'এইছবিও সেই ফট'বোৰৰ ভিতৰৰে নেকি ? কিবা যেন বেলেগ বেলেগ··· ' ৰঘুকাৰ প্ৰশ্ন শেষ হোৱাৰ আগতেই মীনাই হি হি কৈ হাঁহি উঠে—

'নহয় নহয়, এইখন ফ'টোৰ মাজৰ মুঠেই নহয়। বহুদিন সুমিত্ৰাৰ লগত ঘূৰি ফুৰি ছবি অ'কাৰ অভ্যাসটো বাদ পৰি গৈছিল। হাতখন পোনাই লওঁ বুলিয়েই, কালি কেনভাচ্ বিচাৰি ফুৰোতে অঞ্জনে আধা আঁকি পেলাই থোৱা ছবিখনকেই নতুন কৈ আঁকিছো। অৱশ্যে আগৰ খনৰ অস্তিত্ব আৰু নাই, মই এই ছবি মোৰ মতেই অ'াকি পেলাইছো···'।

'কি ক'লি ?' অলপ উৎকণ্ঠিত হৈয়ে ৰঘুকায়ে প্ৰশ্ন কৰে—

'তোৰ মতে আঁকি পেলাইছ ? তাকো অঞ্জনৰ ছবি ? বুজিছো : আকৌ এখন দুৰ্ব্বাদিল কাজিয়া নলগালে দেখিছো ত'হতৰ শান্তি নাই . ?'

'কাজিয়া কিয় কৰিম ? তুমিয়েই কোৱাচোন ৰঘুকা ' ইমান সুন্দৰ ইমান অৰ্থপূৰ্ণ অদ্ভুৎ ধুনীয়া ছবি অ'াকিব পাৰে, অথচ কি যে হয়।···কিবা এটা অলিক মোহ জালত, হাবাথুৰি খাই প্ৰকাশৰ পথ বিচাৰি ভাল বস্তুটোকো নষ্ট কৰি নিদিয়ালৈকে তেওঁৰ শান্তি নাই।

...আচল কথাটো কি জানা ৰঘুকা! অঞ্জনে মোক কয় মই সুন্দৰৰ পুজাৰিনী! কিন্তু মই জানো, মই বুজিব পাৰো তেওঁৰ অন্তৰৰ নিভৃতিত থকা প্ৰকৃত শিল্পী গৰাকী মোতকৈয়ো বহুত গুণে গুণী, বহুত প্ৰতিভাৱান চিৰসুন্দৰৰ প্ৰকৃত পুজাৰী। অথচ কোনো দিন তাক তেওঁ প্ৰকাশ নকৰে—সম্ভৱ নিজেই নিজক অঞ্জনে বুজিব নোৱাৰে। সেয়েতো এইবোৰ মনৰ মৰিচিকাৰ মাজত অচিন কিবা নতুন পথ বিচাৰি ফুৰিবলৈ গৈ...

'এহ্ আই ! সেইবোৰ কথা এতিয়া···'

'বাৰু বাৰু সেইবোৰ এতিয়া নকওঁ দিয়া। এনেয়ে মুখত ওলাই গ'ল। তুমি বাৰু যোৱা ৰঘুকা ' সকলো ঠিক্ ঠাক্ কৰাগৈ। মই এতিয়াই গৈছো... ।'

'তই আকৌ আহিব লাগিছে কিয় ? বয়স হৈছে ঠিকেই, কিন্তু সেইবুলি একেবাৰে অকৰ্মন্য হলো বুলি ভাবিছ কিয় ? যি কৰিব লাগে মই অকলেই পাৰিম আই...!'

'পাৰিলেও নেলাগে। মই হে গৈ সকলো ৰন্ধা বঢ়া কৰিম। তুমি মাথো সহায় কৰি দিবা '

'বাৰু সেয়ে হব, আহিবি তেন্তে...'।

কথাৰ লগতে ৰঘুকাই ঘৰৰ ভিতৰ ফালে খোজ লয়। মীনাই প্ৰায় শেষ হৈ পৰা ছবিখনৰ ওপৰত দুই চাৰিডাল তুলিকাৰ আঁচ মাৰি অলপ দূৰৰ পৰা এবাৰ চাই লয়। তাৰ পাচত অন্য মনস্ক ভাৱে ষ্টুডিঅ'ৰ ভিতৰত ঘূৰি ঘূৰি শেষত এমুৰে থকা অঞ্জনৰ ইজেলৰ সমুখত ঠিয় হয় গৈ। বহু সময় ধৰি একান্ত মনে চাই থাকে অঞ্জনে নতুন কৈ অ'কা ছবিখন।

এসময়ত কোঠাৰ মাজলৈ অঞ্জনো সোমাই আহে। আৰু নিঃশব্দে ঠিয় দিয়েহি মীনাৰ পাচফালে। অঞ্জনৰ হাতত সৰু এটা বটল।

'কি চাইছা ইমান ?'

সামান্য চক্‌খাই মীনাই ঘূৰি চাই অঞ্জনৰ মুখলৈ। তাৰ পাচত আকৌ চকু ঘূৰাই নিয়ে ইজেলৰ ছবিলৈ—

'চাইছো তোমাৰ ছবিখন। তোমাৰ তুলিকাৰ দুৰ্বোধ্য গতিৰ আগত এই ধৰণৰ ছবিৰ সৃষ্টি, বৰ নতুন, বৰ আকস্মিক, বৰ সাধাৰণ যেন লাগিছে অঞ্জন !

খন্তেক বৈ মীনাই লাহে লাহে বৰ্ণনা কৰি যায়—

' মাৰ্‌বল্‌ পাথৰৰ পকী ঘাট্‌—পানীৰ বুকুত বিৰাট অট্টালিকাটোৰ প্ৰতিচ্ছাঁয়া। তালৈকে চাই ঘাটৰ চিঁড়ত বহি থকা সেই স্বপ্নাবিভোৰা তৰুণীৰ সৌন্দৰ্য্যৰ উপকৰণ দেখিছো সকলো আছে, নাই দেখা কিন্তু তৰুণী দেহাত স্বাভাৱিক প্ৰাচুৰ্য্য অলংকাৰ ঐশ্বৰ্য্যৰ গৰিমা··· !'

'কেনেকৈ দেখিবা ? যি কণ দেখিছা তাকো ধুই মচি নিকা কৰি পেলাবলৈকে এই বটল টো আনিছো।... ছবিখনৰ গোটেই 'কম্পজিশান্‌' টোৱেই ভুল হৈছিল। তাক সলনি কৰি পেলাম। ধুনীয়া অট্টালিকা আৰু নেথাকে, তাৰ ঠাইত থাকিব তাৰেই কৰুণ ভগ্নাৱশেষ। মাৰ্‌বল্‌ পাথৰৰ চিঁড়ি হব, শেলুৱাই ধৰা চুৰ্ণ বিচুৰ্ণ জীৰ্ণ ইটাৰ কংকাল। স্বপ্ন বিভোৰা তৰুণী দেহাৰ অলংকাৰ ঐশ্বৰ্য্য মচি তাইৰ গাত পিন্ধাই দিম চুৰান্ত দৈন্যতাৰ নিৰাভৰণ বেশ··· !'

'কিন্তু কিয় ? এয়েতো ভাল আছিল। ধুনীয়া হৈছিল। ইয়াৰ ঠাইত সেই পৰিৱৰ্ত্তণ কিয় কৰিব খুজিছা···?'

'খুজিছো, কাৰণ সেই তৰুণী হব লাগিব এটা 'মেচেজৰ মিডিয়াম্‌'- এটা প্ৰতিক। ...ইতিহাসৰ বহু শতাব্দী যোৰা দীঘল এটা অধ্যায়ৰ যেন তৰুণীয়েই সমাপ্তি।'

'মানে ?'

'মানে, সময়ৰ বালিত ভৰিৰ খোজ থৈ যোৱা জগতৰ এচাম দাম্ভীক হতভাগ্য মানুহৰ, এটা বিন্দুৰ পৰা, বিলাস-বৈভৱ, বল বীৰ্য্যৰ শীৰ্ষ বিন্দুলৈ আৰোহণৰ পাচত, আকৌ লাহে লাহে নিম্নতম বিন্দুলৈ তেওঁলোকৰ অৱৰোহণৰ ই হল ক্ষুদ্ৰ এক ইতিহাস।

···অস্তমিত 'ফিউডালিজিমৰ চিম্বল্‌' ৰূপী সেই তৰুণী যেন, ক্ষয়িষ্ণু জোনাকৰ শেষ চমকা ম্লান নিস্প্ৰভ পোহৰ। বুৰঞ্জীৰ পাতত বিবৰ্ত্তণৰ এটা 'চাইকোল্‌' শেষ হল।··· সেইয়া যেন এটা 'ইজিমৰ' ভগ্নস্তুপৰ বেদীমূলত, আন এটা ক্ষণভঙ্গুৰ 'ইজিমৰ' জন্ম ক্ষণৰ সমাগত লগ্ন বিশেষ।

···নিৰাভৰণা তৰুণীৰ চকুত অতীত বৈভৱৰ স্বপ্ন থাকিলেও ভৱিষ্যত তাইৰ শূণ্য —অন্ধকাৰত সমাধিস্থ। এদিন তাইৰ সকলো আছিল। এতিয়া কিন্তু একো নাই। ...ছবিৰ মাজেৰে মহাকালৰ যাত্ৰা পথৰ কোনোবা চুকত হয়তো বাচি ৰব সৰু এটা শিহৰণ - অস্পষ্ট অলপ অনুভূতি—অকনমানে হয়তো বেদনা বোলোৱা স্মৃতি ..! তাক লৈয়ে হল মোৰ এই ছবিৰ 'কম্পোজিচন্‌'। কি নাম দিম জানা ? . 'ফচিল্‌' !

'কাব্যৰ দৰে সেইবোৰ নো কি কলা ভালকৈ বুজিবই নোৱাৰিলো... ।'

'এৰা শুনাত হয়তো তেনেকুৱাই হৈছে। কিন্তু আছলতে যি অলপ কলো

তাক শুনি যে তুমি ভাল নোপোৱা তাক মই জানো মীনা !···থাওক দিয়া, সেইবোৰ তুমি নেজানিলেও হব... ।'

'নেজানিলেও হব ? বেচ্ বাৰু, নেজানিলেও হব যেতিয়া মই আৰু কি কৰিম··· ?'

'নহয় মীনা ··'

'তুমি নিজে নজনালে তোমাৰ ছবিৰ কথা জানিবলৈ মই কোনো দিন তোমাক জোৰ কৰা নাই অঞ্জন কিন্তু মনত ৰাখিবা, মোৰ ছবি লৈ, তাৰ সংশোধন লৈ তুমি হলে সদায় জোৰ কৰি আহিছা··· ।'

'জোৰ কিয় কৈছা ? কঁ'বা 'গাইডেঞ্চ্' ! যিটো মোৰ দায়ীত্ব ।'

'দায়ীত্ব ? হঠাৎ আজি আকৌ কিহৰ দায়ীত্ব ? সক্কতে এদিন হয়তো আছিল। কিন্তু আজি মোৰ ছবিৰ 'কম্পোজিচেন্', মোৰ সাধনা, আদৰ্শ লৈ মই স্বাধীন-স্বকৃত-প্ৰতিস্হিত। তোমাৰ দায়ীত্বৰ প্ৰশ্ন ইয়াৰ মাজত নুঠে... ।'

'ভুল কৰিছা—উঠে, নিশ্চয় উঠে। তোমাৰ সকলো অগ্ৰগতি যাতে ব্যৰ্থ নহয় তাৰ কাৰণে তোমাক উচিত পথেৰে আগুৱাই নিয়াটোৱেই মোৰ দায়ীত্ব . ।'

'অ' সেই কথা ? মই জানো তোমাৰ উচিত পথ কোনটো !'

'জানা ?'

'নেজানি উপাই ? তোমাৰ মুখত মোৰ উচিত পথ, মোৰ সাধনা, আদৰ্শ, প্ৰতিভা বিকাশৰ সহস্ৰ উপদেশ শুনি শুনি তো মোৰ কাণ দুখন ঘোলা হৈ গল। তথাপি তুমিতো আজিলৈকে ক্ষান্ত নহলা। সদায় সেই অতীতৰ একেবোৰেই অভিযোগ। শুনি শুনি মই সঁচাই ক্লান্ত হৈ পৰিছো অঞ্জন !···চিৰ সুন্দৰৰ পুজা কৰি অহা মোৰ এই শিল্পী মনটোক বাৰে বাৰে বাধা দি—আঘাত কৰি তুমি বাৰু কি আনন্দ পোৱা ? কিয় মোৰ হেপাহক, মোৰ ইচ্ছাক পদে পদে বাধা দিয়া ? মইতো তোমাৰ কোনো ইচ্ছাক বাধা নিদিওঁ। তোমাৰ আগ্ৰহ, তোমাৰ আদৰ্শক বিদ্ৰুপ নকৰো··· !'

'নকৰা...?'

'নিশ্চয় নকৰো।'

'তেন্তে সোৱা কি ?' কথাৰ লগতে অঞ্জনে চিটিকি আহি মীনাই অঁাকি পেলোৱা ছবি খনৰ সমুখত ৰয় হি—

'এইয়া কি ? বিদ্ৰুপ নহয় –মোৰ এই ছবিক তুমি অভিনন্দন যাচিছা ? মোৰ-মোৰ ছবি তোমাৰ ভাল নেলাগিলে ? সেয়ে তাক শুদ্ধ কৰি সন্মান জনালা নহয়... ?'

কথাৰ লগতে অঞ্জনে একে টানেই ইজেলৰ পৰা ছবিখন আজুৰি আনি এফালে দলিয়াই দিয়ে।

স্তব্ধ হৈ মীনা ঠিয় দি ৰয়। অব্যক্ত বেদনাত মুখখন কলা পৰি যায়। ধাৰণা হয় অঞ্জনে ছবিৰ পৰিবৰ্তে যেন নিষ্ঠুৰ ভাবে হাতেৰেই মীনাক আঘাত কৰিলে—

অঞ্জনৰ কিন্তু সিমানখিনি কৰিও হেপাহ নপলাই, খং মাৰ নেযায়। মীনাক দুগুণ আঘাট দি অস্ফুট ভাবে গৰজি উঠে—

'তুমি 'অবষ্টিনেট্'।' বাহিৰত কোমল হৈ দেখুৱালেও আচলতে তুমি ভয়ংকৰ জেদী··· !'

'আৰু তুমি খুব বিনয়ী —খুব দৰদী নহয় ? তুমি সদায় যি দৰে মোক আঘাট্ কৰি আহিছা, অপমান কৰি আহিছা, আন কোনোবা হোৱা হলে…'
'আন হোৱা হলে কি ?'
তাৰ উত্তৰত মীনাই কিবা কোৱাৰ আগতেই উধাতু খাই ৰঘুকা আহি কোঠাত সোমাই হি। মুখত অসহায় ক্রোধ--
'হলনে ? হলনে তহঁতৰ আকৌ কাজিয়া কৰিবৰ ? কি হৈছে ? হৈছে কি ? সদায় সদায় এনেকৈ হয় কি তহঁতৰ ?'
উত্তৰ কোনেও নিদিয়ে। হঠাৎ মীনাক শোকে খুন্দা মাৰি ধৰে। আঁচলৰ আগেৰে চকু ঢাকি নিঃশব্দে মীনাই কোঠাৰ পৰা ওলাই যায়। অসহায় ভাৱে ৰঘুকাই সেই ফালে খন্তেক চাই লৈ পাচত দুগুণ ক্রোধেৰে ঘূৰি চাই অঞ্জনৰ মুখলৈ
'আকৌ তাইক কন্দুৱালি তই ? তোক লৈ যে মই কি কৰিম ..? বাৰু কচোন ? তোক-তোক পাই কিহে ?'
নিঃশব্দে তলমুৰ কৰি থকা অঞ্জনৰ উত্তৰলৈ কিন্তু ৰঘুকাই আৰু অপেক্ষা নকৰে। লৰা-লৰিকৈ মীনাৰ পাচে পাচে কোঠাৰ পৰা ওলাই যায় গৈ।
বহু সময়লৈকে অঞ্জনে একে ঠাইতে থৰু লাগি থাকে। পাচত অন্যমনস্ক ভাৱেই লাহে লাহে আগুৱাই আহি ঠিয় দিয়েহি নিজৰ ইজেলৰ সমুখত। কব নোৱাৰাতে যেন দীঘল তুলিকা এডাল এহাতেৰে তুলি লয়। আনখন হাতৰ আঙুলিৰে চকু দুটা খন্তেকলৈ হেঁচি ধৰে। পাচত ইফালে সিফালে চাওঁতেই চকুত পৰে মীনাৰ ইজেলৰ তলত ক্ষত বিক্ষত হৈ পৰিথকা ছবিখন।…সেইফালে চোৱাৰ লগে লগে অব্যক্ত অনুশোচনা অঞ্জনৰ মুখত ফুটি উঠে মনটোৱে যেন অসহায় ভাৱে চিঞৰি উঠে— '…মোক ক্ষমা কৰা মীনা! তয়ো মোক ক্ষমা কৰ ৰঘুকা! নেজানো মাজে মাজে কিয় যে সকলো পাহৰি যাওঁ ? কিয় যে মাত্রা জ্ঞান হেৰাই যায়… !'
আঙুলিৰ মূৰেৰে আকৌ এবাৰ অঞ্জনে চকু দুটা টিপি ধৰে —
'মীনা! মোৰ এই চকু দুটাই যে মোৰ কাল হল! তোমাৰ চকুলৈ চকুলো নমাই অনাৰ মূলতে তো মোৰ এই অভিশপ্ত চকু দুটা!…তুমিতো নেজানা, ডাক্তৰে তোমাৰ গুচৰত আজিও সকলো লুকুৱাই থৈছে। ৰঘুকাকো জানিবলৈ দিয়া নাই। কিন্তু জনাই থৈছে কেৱল মোক। মোৰ এই চকুৰ পোহৰ সকলো লাহে লাহে একেবাৰে শেষ হৈ আহিছে। দুদিন পাচত সম্পূর্ণ লুপ্ত হৈ যাব।
…অথচ —অথচ আজিও মোৰ সকলো সাধনা অসমাপ্ত হৈ ৰ'ল। মোৰ সহস্র স্বপ্নৰ সহস্র কল্পনাৰ সুবর্ণ জগতখন আজিও যে এটা বৃত্তৰ মাজতে সীমাবদ্ধ হৈ ঘূৰি আছে। তাৰ নিষ্ঠুৰ বলয় ভেদু কৰি, প্রকাশৰ নতুন পথ আজিলৈকে যে মই বিচাৰি বিচাৰি কতো নেপালো। কেতিয়া! কিমান দিনৰ মূৰত দেখিম ? কিমান দিনৰ মূৰত বিচাৰি পাম সেই নব দিগন্তৰ নতুন পথ ? যিটোৰ চৌদিশে দেখিম কেৱল নতুন পোহৰ। সেই পোহৰত আগুৱাই গৈ, নতুন আহিঁৰে, নতুন ৰঙৰ মায়া জালেৰে হয়তো এদিন গঢ় দিব পাৰিলো হেতেন, মোৰ হৃদয়ে বিচৰা কালজয়ী এক জ্যোতির্ময় মহৎ শিল্প সৃষ্টিক!
…কিন্তু ? মোৰ এই চকু দুটা মীনা! ইয়েতো আজি মোৰ আটাইত কৈ ডাঙৰ বাধা হৈ উঠিলে। কোঁৱা মোক, মই কি কৰিম ?

সুগভীৰ হতাশাত অঞ্জনৰ অন্তৰখনে যেন হাঁহাকাৰ কৰি চিঞৰি উঠে—

'...সেয়েতো —সেয়েতো মোৰ আশা, মোৰ হাতৰ তুলিকা যেতিয়া স্তব্ধ হৈ যাব, মই যেতিয়া আৰু নেথাকিম, মোৰ অবিহনে মোৰ সেই সুবৰ্ণ জগতৰ স্বপ্নমালা তোমাৰ মাজেৰে—তোমাৰ হাতেৰে—তোমাৰ কেন্‌ভাচত্ যাতে জীৱন্ত হৈ বাচি থাকে—সাৰ্থক হৈ বাচি থাকে, তাৰ কাৰণেইতো তোমাৰ ওপৰত আজি মোৰ এই অন্যায় দাবী—অন্যায় আব্দাৰ!...তাক মই তোমাক কেনেকৈ বুজাম, কেনেকৈ বুজাম ৰঘুকাক...?'

মানসিক বেদনাৰ লগতে দৈহিক ক্লান্তিত, ইজেলৰ কাষত থকা চকীখনত অঞ্জন বহি পৰে আৰু চকীৰ ওখ পিঠিটোত মূৰটো পেলাই চকু মুদে—।

এঘন্টাৰ মূৰত কোঠালৈ সোমাই আহি মীনাই দেখে, স্তব্ধ হৈ থকা কোঠাটোৰ শান্ত পৰিবেশটো, কৰবাৰ পৰা উৰি অহা সৰু ধুনীয়া অচিন চৰাই এজনীয়ে খিড়ীকিৰ গড় ডালত বহি ডিঙিৰ পৰা অস্পষ্ট শব্দ এটা উলিয়াই হয়তো চকীত শুই পৰা অঞ্জনক জগাই তুলিবলৈকে চেষ্টা কৰিছে।

সেই অস্পষ্ট শব্দ অঞ্জনৰ কানলৈ গৈছে নে নাই মীনাই ধৰিব নোৱাৰে। হয়তো তন্দ্ৰাত অৱশ অঞ্জনৰ কানলৈ সেই অস্ফুট্ কোমল শব্দটো যোৱা নাই—নহয়তো গৈছে যদিও গ্ৰাহ্য কৰা নাই।

লাহে লাহে মীনা খিড়িকী খনৰ ওচৰলৈ আগ বাঢ়ি যায়।.. ৰঙা মাণিৰ দৰেই চিক্‌মিকাই থকা খুদ্ৰ চকু দুটা ঘূৰাই চৰাই জনীয়ে নিৰ্ভয়ে মীনাৰ মুখলৈ খন্তেক চাই থাকে। পাচ পাকতে উৰা মাৰে বাহিৰ বিশ্বৰ উন্মুক্ত আকাশলৈ। মীনাই চাই ৰয়, দূৰ দিগন্তৰ সীমাহীন নীলা আকাশৰ বুকুত তাই ক্ৰমাত নেদেখা হৈ গৈছে।

খিড়কীৰ কাষৰ পৰা লাহে লাহে মীনা ঘূৰি আহে! কোঠাৰ মাজত প্ৰথমেই মাটিত পৰি থকা ছবিখন নুৰিয়াই এচুকত থৈ দিয়ে। বাকী আন দুই এটা বস্তু পৰিপাটি কৈ নিৰ্দ্দিষ্ট ঠাইত থৈ অঞ্জনৰ ফালে আগবাঢ়ি গৈ, তেতিয়াও আঙুলিৰ মূৰত ধৰি থকা দীঘল তুলিকা ডাল নিঃশব্দে এৰুৱাই আনি ইজেলৰ কাষত সজাই থয়।

অঞ্জন সাৰ পাই উঠে। চকীৰ পৰা উঠি অভ্যাস বশতঃ চকু দুটা আঙুলিৰে এবাৰ টিপি ধৰে। লাহে লাহে মীনা অঞ্জনৰ ওচৰ চাপি আহে। ওচৰত মীনাৰ উপস্থিতি অনুভৱ কৰিয়েই যেন অঞ্জনে চকুৰ পৰা হাত গুচাই নিয়ে। তাৰ পাচত বেচ কিছু সময় দুয়ো দুয়োৰে চকুলৈ নিঃশব্দে চাই ৰয়—

মীনাই লাহে লাহে গভীৰ মমতা লৈয়ে যেন আঙুলিৰ মূৰেৰে অঞ্জনৰ চকুৰ তলছোৱা আলফুলে এবাৰ স্পৰ্শ কৰে। তাৰ পাচত নিঃশব্দে অঞ্জনৰ হাতত ধৰি ভিতৰলৈ লৈ যোৱাৰ লগতে লাহেকৈ উচ্চাৰণ কৰে—

'...খাবলৈ ব'লা! বহুত বেলি হল ..।'

জীৱনৰ ডম লৈ স্নেহ কোমলতাৰে ভৰা মধুৰ শান্ত পৰিবেশ এটাৰ মাজত দিন দিয়েক পাৰ হৈ যায়। কিন্তু একোপধ্যেই সি যেন স্থায়ী হব নোখোজে।... দুয়োৰে যুগ্ম নিষ্ঠাৰে যুগমীয়া কৰি তুলিব খোজা মন্দিৰ সম ষ্টুডিঅ'ৰ শান্ত পৰিবেশ আকৌ এবাৰ সংঘাতৰ প্ৰচণ্ড বা-মৰলিয়ে চূৰ্ণ বিচূৰ্ণ কৰি দিয়ে। তাৰ উগ্ৰতাই এইবাৰ মীনাকেই চিটিকাই লৈ যায় দূৰলৈ, আৰু আনফালে কিবা এটা অবুজ বিহ্বলতাৰ মাজত স্থবিৰ হৈ পৰি থাকে অঞ্জন।...খণ্ডত, বেজাৰত উদ্-ভ্ৰান্ত হৈ উফৰি ফুৰা ৰঘুকায়েও যেন শেষলৈ সকলো এৰি দিয়ে নিয়তিৰ হাতত।

...তাৰ পাচত হঠাতেই এদিন অকল্পনিয় ভাৱে, নীৰব ষ্টুডিঅ'টো সৰব কৰি অঞ্জনে তাৰ দুৱাৰ-ডলিত ঠিয় কৰাই দিয়েহি এজনী অচিন বিচিত্ৰ গাভৰুক। নুমায়ো নুমাব নোখোজা যেন একুৰা সৰ্ব্বগ্ৰাসী জুই। বাহিৰত চাই যদিও আবৰণৰ অন্তৰালত দাহিকাৰ প্ৰচণ্ড উত্তাপ!

ৰঘুকাৰ আৰু সহা নহয়। অসহায় খণ্ডত গৰ-গৰাই উঠিলেও কিন্তু একো এটাই কৰিব নোৱাৰে। সকলো মীনাৰ কাণলৈ যায়। মীনা বিস্মিত হয়।

...মীনাৰ অৱৰ্ত্তমানত, মীনাৰ ঘৰত 'মডেল্' ৰূপী এজনী আচহুৱা ছোৱা-লীৰ উপস্থিতি মীনাই কল্পনা কৰিবলৈকে টান পায়। অথচ সি সত্য—চুৰান্ত ভাৱে সত্য। বাৰে বাৰে মনলৈ প্ৰশ্ন আহে, কি ছোৱালী তাই? কৰ ছোৱালী? কেনেকুৱা ছোৱালী? আৰু অঞ্জনেই বা তাইৰ প্ৰতিচ্ছবিৰ মাজেৰে কি প্ৰকাশ কৰিব খুজিছে? তেনে এটা আকস্মিক খেয়ালেই বা অঞ্জনৰ হঠাৎ কিয় হল...?

অজানিতে মীনাৰ বুকুৰ কোনোবা অন্ধকাৰ কোনত দেখা দিয়ে ভয়। একো একোটা অশান্ত মুহূৰ্ত্তত অঞ্জনৰ প্ৰতি মীনাৰ জন্মগত অটল বিশ্বাসৰ দুৰ্ভেদ্য দুৰ্গৰ ভেটিটোৱেই যেন অশুভ বতাহ এজাকে অকস্মাতে কঁপাই তুলিব খোজে। একোবাৰ প্ৰবল ইচ্ছা হয়, সেই মুহূৰ্ত্ততে যেন সুমিত্ৰাৰ ওচৰৰ পৰা লৰি গৈ এবাৰ চাই আহিব অঞ্জনক— চাই আহিব অঞ্জনৰ'মডেল'ৰূপী সেই অখ্যা ছোৱালীজনীক।

পাচ মুহূৰ্ত্ততে কিন্তু অসাৰ, অবান্তৰ কিছুমান চিন্তা মনলৈ অহা দেখি, মীনা নিজৰ ওচৰতে বৰ অপ্ৰস্তুত হৈ পৰে।..কি বোৰ যে অনাৱশ্যাক কথা ভাবিছে। শিল্পীয়ে 'মডেল্' লৈ ছবি অঁকাটোত আকৌ ভাবিবলৈ কিটো আছে? কলিকতাৰ ষ্টুডিঅ'ত মীনাই নিজেই দেখোন বহুত গৰাকীক 'মডেল্' ৰূপে সমুখত বহুৱাই লৈ 'পোৰ্ট্ৰেত্' আঁকি দিছিল..।

মীনা শান্ত হয়। খন্তেকীয়া দুঃচিন্তা বোৰ মনৰ পৰা লাহে লাহে নাইকীয়া হৈ যায়। মাথো তাৰ মাজতো মীনাই একোবাৰ নভবাকৈ নোৱাৰে মৰমৰ ষ্টুডিঅ'-টোৰ কথা! 'মডেল্' লৈ ছবি আঁকিবলৈ গৈ অঞ্জনে তাক ওলট্-পালট্ কৰি দিয়া নাই তো?

দিব পাৰিলেহেতেন। কোনো বাধ্য বাধকতা নাছিল। কিন্তু অঞ্জনে দিয়া

নাই। শিল্পীৰ সকলো কল্পনা, সকলো সৌন্দৰ্য্য আৰু ৰুচীৰে, মনৰ মতে সজাই লোৱা দুৱোৰে, আহল বহল বিৰাট ডাঙৰ হেপাহৰ ষ্টুডিঅ'টো মীনাই যি অৱস্থাত এৰি গৈছিল, এতিয়াও সি একেভাবে আছে। 'মডেল'ৰ উপস্থিতিয়ে তাৰ কোনো পৰিবৰ্ত্তন অনা নাই। আনকি কোঠাৰ একাষে বিশেষ ভাৱে ধুনীয়াকৈ 'ডেকৰেটিভ্ ষ্টেন্ড্' এডালৰ ওপৰত সজাই থোৱা মীনাৰ মৰমৰ বুদ্ধ মূৰ্ত্তিটোও আগৰ দৰেই একে ঠাইতে বিৰাজ কৰিছে।

সামান্য পৰিবৰ্ত্তনৰ মাজত মাথো অঞ্জনে তেওঁৰ ইজেলৰ মুখামুখিকৈ বেৰৰ এচুকত কৃত্ৰিম দুৱাৰ এখনৰ 'চেট্' এটা সজাই লৈছে, যাতে দুৱাৰৰ এখনৰ চো কাঠ ডালত ধৰি, বিশেষ এটা ভঙ্গিমাত মডেল্' গৰাকী ঠিয় হৈ থাকিব পাৰে। নতুন ব্যৱস্থা মাথো সেই কণেই।

নিতান্তই সাময়িক ব্যৱস্থা! 'মডেল্' গৰাকী অৱশ্যে তাতোকৈয়ো সাময়িক…।

…সাতাইশ আঠাইশ বছৰ বয়সৰ এজনী ছোৱালী! 'মডেল্' হিচাবে তাইৰ অবয়বৰ মাজত কি বিশেষত্ব আছে, ৰূপ আছে, কমনিয়তা আছে তাক হয়তো একমাত্ৰ শিল্পীৰ চকুৰ বাহিৰে আন সাধাৰণৰ চকুত ধৰা পৰা কথা নহয়।… এজনী গাভৰু ছোৱালী হিচাবে তাই যেন একেবাৰেই গোত্ৰহীন নিঃস্ব! একালত হয়তো ৰূপৱতী আছিল, কিন্তু বৰ্ত্তমান কি ৰূপ, কি স্বাস্থ্য, কি কমনীয়তাৰ লেশ মাত্ৰও কতো নাই।

…দেখিলেই ধাৰণা হয় তাই যেন সাগৰৰ প্ৰচন্ড ধুমুহাত পৰি, উটি ভাহি ক্ষত বিক্ষত হৈ, কোনোবা অচিন বালি চাপৰিত লাগি ধৰাহি এখন চূৰ্ণ-বিচূৰ্ণ ক্ষুদ্ৰ জাহাজৰ ভগ্নাৱশেষ !

সেই জাহাজ কত কেনেকৈ উটি ভাহি আহি অঞ্জনৰ ষ্টুডিঅ'ত খন্তেকীয়া স্থিতি লাভ কৰিছেহি তাৰ বিচিত্ৰ ইতিহাস অঞ্জনৰ জনা কথা নহয়। জনা হলে হয়তো বিস্ময়ত হত বাক্ হৈ গল হেতেন।

… সন্ধিয়াৰ ৰাজ পথৰ কোনোবা এটা চাৰি আলিৰ অস্পষ্ট আন্ধাৰত ঠিয় দি থকা ছোৱালী জনীৰ ওপৰত অঞ্জনৰ প্ৰথম চকু পৰিছিল। দুদিন পাচত সেই একে ঠাইতে দ্বিতীয় বাৰলৈ দুয়োৰে দেখা সাক্ষাৎ। তৃতীয় দিনা মনতে কিবা এটা সংকল্প কৰি অঞ্জনেই প্ৰথমে তাইৰ লগত কথা পাতিছিল। বেচি নহয়, নিতান্তই প্ৰয়োজনীয় দুই চাৰি এষাৰ মাত্ৰ কথা—

তাৰ মাজেদি তাইনো কোন বা কৰ ছোৱালী সেইটো ঠিক নুবুজিলেও অঞ্জনে কিন্তু সেই প্ৰথম দিনাই বুজিছিল প্ৰকৃততে তাই কি? কোন শ্ৰেণীৰ ছোৱালী! খন্তেকৰ কাৰণে মনটো দোধোৰ্-মোৰত পৰিছিল যদিও বৰ বেচি চিন্তিত হোৱাৰ কাৰণ অঞ্জনে নেদেখিলে। গম্‌গমীয়া চহৰ এখনৰ মাজত তেনেকুৱা ছোৱালী বিশেষৰ উপস্থিতিত বিস্ময় মানিব লগীয়া একো নাই।

সেয়ে অঞ্জনে একো গ্ৰাহ্যই নকৰিলে। তাইৰ ব্যক্তিগত জীৱনটো সেই মুহূৰ্ত্তত অঞ্জনৰ গুচৰত ডাঙৰ কথা নাছিল— ডাঙৰ হৈ উঠিছিল, তাইৰ অবয়বৰ মাজত দেখা পোৱা শিল্পীৰ কল্পনা এটাৰ জীৱন্ত প্ৰতিচ্ছবিটো। যিটোৰ মাজেৰে কেনভাচত্ ৰং তুলিলৈ অঞ্জনে সৃষ্টি কৰিব পাৰিব বিশেষ ধৰণৰ এখন চিত্ৰ-পট্— জন্ম দিব পাৰিব এটা নতুন 'আইডিয়াৰ'…।

তাক ভাবিয়েই অঞ্জন অধৈৰ্য্য হৈ উঠে। আৰু আন কোনো কথাই ভাবিবৰ প্ৰয়োজন বোধ নকৰে। দুই চাৰি আষাৰ কথাৰ মাজেৰে তেতিয়াই সকলো ব্যৱস্থা পকা কৰি নিজকো প্ৰস্তুত কৰি পেলাই।

.. মাত্ৰ দুটা দিন! তাৰ পাচৰ পৰাই 'মডেল্' হিচাপে ছোৱালী জনীক লৈ অঞ্জনে পুৰ্ণোদ্যমে আৰম্ভ কৰি দিয়ে কৃচ্ছ্ৰ-সাধনা।

ঘৰখনৰ' পৰা মীনা মাত্ৰ গৈছে। ৰঘুকাই দুৰ্ঘোৰ আপত্তি কৰে। পচন্দ্ নকৰে ছোৱালী জনীক। তাৰোপৰি অঞ্জনৰ চকুৰ সেই অৱস্থা। অঞ্জনে কিন্তু একো এটাই গ্ৰাহ্য নকৰি নিশ্চিন্ত—নিৰুদ্বেগ চিত্তেৰে ডুবি যায় নতুন সৃষ্টিৰ নতুন মাদকতাত।

অঞ্জন আৰু অঞ্জনৰ মডেল্'! জীৱন যোৰা বিচিত্ৰ পৰিক্ৰমাৰ মাজেৰে, এটা আকস্মিক ক্ষণত দুয়োৰে এই যোগা-যোগ। দুয়ো দুয়োৰে অচিনাকি। ইজনৰ পৰিচয় সিজনে একো এটাই নেজানে। জনাৰ ক্ষুদ্ৰতম্ সম্ভাৱনাও নাই। অন্ততঃ বৰ্ত্তমান মুহুৰ্ত্তৰ এই পৰিবেশত···।

কিন্তু দুয়োৰে যে অতীত একোটাও আছিল তাকতো উপেক্ষা কৰিব নোৱাৰি। সেই অব্যক্ত মৌন অতীত ৰোমন্থন কৰিলেও হয়তো কোনো এজনেও থিতাতে ধৰিব নোৱাৰিব, জীৱনৰ বাটত, বহু দূৰৰ সৰুচাপৰি গাওঁত এৰি থৈ অহা, এগৰাকী হতভাগ্য বন্ধ্যা নাৰীৰ ঘৰৰ পৰা দুয়ো এদিন একেভাৱেই পলাই আহিছিল যদিও দুয়োৰে লক্ষ্য আছিল সম্পূৰ্ণ বেলেগ।

এই মুহুৰ্ত্তত ষ্টুডিঅ'ৰ এনে এটা অভিনৱ নাটকীয় পৰিবেশত, অঞ্জনক আৰু তেওঁৰ মডেল্' ৰূপী এই ছোৱালী জনীক একেলগে দেখা হলে মইনামাহীয়ে হয়তো অপৰিসীম বিস্ময়ত নিশ্চয় বোবা হৈ গলহেতেন। আনহাতে ত্ৰাশত, ভয়ত, শংকাত বোবা হৈ গলহেতেন শিল্পী অঞ্জন আৰু তেওঁৰ মডেলৰূপী ৰত্না।

কিন্তু ভাগ্য ভাল, দুয়োৰে গুচৰৰ পৰা আজি মইনা মাহী বহুত দূৰৰ আন এখন বেলেগ পৃথিৱীত।

মইনামাহীৰ ঘৰৰ পৰা অঞ্জন মীনাৰ দৰে ৰত্নায়ো বহুত স্বপ্ন লৈয়ে এদিন পলাইছিল। চুকি নোপোৱা অপাৰ্থিৱ একো নহয়— পাৰ্থিৱ সংসাৰত এজনী সাধাৰণ গাভৰুয়ে আকাংখ্যা কৰা সামান্য আয়াস, নিৰাপত্তা পাব পৰা বৈচিত্ৰ একণেই আছিল ৰত্নাৰ স্বপ্ন—বহু দিনীয়া স্বপ্ন!

তাৰেই দুৰ্দ্দমনীয় আকৰ্ষণত অধৈৰ্য্য হৈ অদুৰদৰ্শী ৰত্নাই মনৰ স্বপ্ন বাস্তৱত সাৰ্থক কৰি তোলাৰ আশাৰেই এদিন বলিন মাষ্টৰৰ হাতত ধৰি মইনা মাহীৰ ঘৰৰ নিশ্চিত আশ্ৰয় ডোংৰকো নেওচা দিছিল। কিন্তু বলিনে ব্যৰ্থ কৰি দিলে ৰত্নাৰ বহু আকাঙ্খিত সেই স্বপ্ন। তাৰ পাচৰ পৰাই এটাৰ পাচত আনটো বিফলতাৰ মাজত ৰত্নাৰ স্বপন, স্বপন হৈয়ে ৰল।

তথাপি আশাবাদী ৰত্নাই সেই স্বপন খেদি খেদিয়েই বছৰৰ পাচত বছৰ ধৰি সংসাৰৰ নিৰ্ম্মম নিৰ্দ্দয় বলিয়া পচোৱাৰ মাজেদি দিক ভ্ৰান্ত হৈ উটি ভাহি, ক্ৰমাত ওপৰৰ পৰা তললৈ—তাৰ পৰা আৰু তলৰ পঙ্কিল অন্ধকাৰৰ মাজত, খেপিয়াই খেপিয়াই এদিন নিজেই হেৰাই গল আৰু অলপ অলপ কৈ হেৰাই গল একালৰ ৰূপ, লাৱণ্যশ্ৰী, স্বাস্থ্য সকলো।

বাচি ৰ'ল মাথো চূর্ণ-বিচূর্ণ এটা ৰুগ্ন দেহা আৰু তাৰ লগত অভাৱনীয় ভাৱে বাচি ৰল, বুকুৰ কোনোবা অন্ধকাৰ অন্তেহপুৰত, কিশোৰী জীৱনৰ সেই অপূৰ্ণ স্বপ্নটো। আজি এযুগ পাচত, অঞ্জনৰ ষ্টুডিঅ'ত বহি ৰত্নাই আকৌ নতুন কৈ সেই স্বপ্নই দেখিবলৈ আৰম্ভ কৰিছে।

ৰত্নাক 'মডেল্' কৰি ছবি আঁকিব খোজা অঞ্জনৰ প্ৰথম প্ৰস্তাৱ শুনি ৰত্নাই পেটে পেটে হাঁহিছিল। ধৰি লৈছিল সি নিঃসন্দেহে এটা চেলু। সকলোৱেইটো প্ৰথম সাক্ষাতত তেনেকুৱাই কিবা এটা নহয় কিবা এটা কৈ চকুৰ লাজ ঢাকিব খোজে। অঞ্জনেই বা তাৰ ব্যতিক্ৰম হব কিয় ?

কিন্তু এদিন দুদিন কৈ প্ৰায় এমাহ ধৰি, ষ্টুডিঅ'ৰ মৌন বিচিত্ৰ পৰিৱেশত, ঘন্টাৰ পাচত ঘন্টা কটাই দি ৰত্নাই বুজিছে, অঞ্জন নামৰ এই অদ্ভুত উদাসীন, সম্পূৰ্ণ বেলেগ ধৰণৰ ডেকাজনৰ মাজেৰে, মনৰ তলিৰ বহু পুৰণা, বহু হেপাহৰ স্বপ্নটো সাৰ্থক হৈ উঠাৰ কিঞ্চিৎ মানো আশা নাই। কিন্তু কিয়... ?

পাৰ কৰি অহা জীৱনটোৰ সকলো অভিজ্ঞতাৰে কিবা এটা বুজিবলৈ চেষ্টা কৰিও ৰত্না সমূলে ব্যৰ্থ হয়।... তেজ মঙহৰ জীৱন্ত এজনী গাভৰুক সম্পূৰ্ণ উপেক্ষা কৰি, শিলৰ দৰে পাষাণ, নিৰ্ব্বিকাৰ এই ডেকাজনে যেন ৰত্নাৰ সকলো আশা, সকলো স্বপ্ন নিৰ্দয় ভাৱে পদদলিত কৰি ধূলিস্যাৎ কৰি দিছে।

..তেওঁৰ চকুত ৰত্না যেন এজনী গাভৰু নহয়—মানুহ নহয়। তাই যেন প্ৰাণহীন, বিবেকহীন, নিৰ্জীৱ, মাটিৰে গঢ়া এটা জীৱন্ত পুতলাৰ বাহিৰে আন একোৱেই নহয়। অঞ্জনৰ ওচৰত তাইৰ যেন কোনো অস্তিত্বই নাই।

হতাশাত, বেদনাত, প্ৰবল আক্ৰোশত ৰত্নাৰ ভগ্ন আশাৰ, ভগ্ন স্বাস্থ্যৰ কলুষিত মনটো জ্বলি যায়। তাই পাহৰি যায়, আলিবাটতৰ অক্ষাৎ এজনী নগন্য ছোৱালী তাই—পাহৰি যায় সম্ভ্ৰম মৰ্য্যাদা দাবী কৰিব পৰা, সমাজৰ সকলো স্তৰৰ পৰা যে তাই বহুত তললৈ নামি নিজক সম্পূৰ্ণ ভাৱে যৌৱহীন অস্পৃশ্য কৰি থৈছে। তথাপি বিবেচনাহীন দুম্মুখী হৈ উঠে অপৰিনামদৰ্শী ৰত্না !... অসহায় ক্ৰোধত, সমুখৰ নিৰাসক্ত নিৰ্ব্বিকাৰ মানুহটোক নিষ্ঠুৰ ভাৱে অপমান কৰিবলৈ—আঘাত কৰিবলৈকো কুণ্ঠাবোধ নকৰে।

প্ৰতি নিয়ত ৰত্নাৰ চকুৰ জ্বলন্ত দৃষ্টিৰ সম্ভেদ পালেও সেইবোৰে অঞ্জনক বিচলিত অলপো নকৰে। ৰত্নাৰ সকলো আঘাত অপমান গ্ৰাহ্যও নকৰে। তাৰ পৰিবৰ্ত্তে সমুখৰ কেনভাচৰ মাজত সমাধিস্থ কৰি ৰাখে নিজৰ মন, প্ৰাণ সমগ্ৰ সত্ত্বা। বিৰামহীন ভাৱে চলি থাকে হাতৰ তুলিকা। তাৰ লগতে মাজে মাজে দৈহিক ক্লান্তিত, অসহায় বিৰক্তিত দুয়ো হাতেৰে হেঁচি ধৰে, প্ৰায় অন্ধ হৈ যাব খোজা চকু দুটা। অঞ্জনৰ চকুৰ অৱস্থাৰ কথা ইয়াৰ মাজতে ৰত্নায়ো জনা হৈছে। তথাপি ৰত্নাৰ দয়া নহয়।

ষ্টুডিঅ'ৰ মৌন নিস্তব্ধতা হঠাৎ চুৰ্মাৰ্ কৰি ৰত্নাই অধৈৰ্য্য হৈ চিঞৰি উঠে— '...আৰু কিমান দিন—আৰু কিমান দিন এই মূল্যহীন ভাওনা চলিব অঞ্জন ? তোমৰা সেই অন্ধ হৈ যাব খোজা চকুলৈ এই অনাৱশ্যক শিল্প দৃষ্টিৰ দুৰ্ম্মতি কিয় ?'

ক্লান্ত চকু দুটা ঢাকি ধৰা দুয়োখন হাত অঞ্জনে লাহে লাহে নমাই নিয়ে। তাৰপাচত নিৰ্ব্বিকাৰ হৈয়ে ৰত্নাৰ ফালে এবাৰ চাই। পাচত ওচৰ চাপি আহি

'মডেল্‌ৰ ভুল ভঙ্গিটো হাতেৰে ঠিক কৰি দিয়ে। শিল্পীৰ দৃষ্টি লৈয়ে এখোজ পাচুৱাই গৈ নিঃশব্দে এবাৰ চকু ফুৰাই চাই লৈ পুণৰ ইজেলৰ্ ওচৰ চাপি আকৌ হাতত পেলেট্ আৰু তুলিকা তুলি লয়। মুখেৰে এটা শব্দও উচ্চাৰণ নকৰে।

অঞ্জনৰ এই নিৰ্লিপ্ততা কিন্তু ৰত্নাই আৰু সহ্য কৰিব নোৱাৰি আক্ৰোশত চিঞৰি উঠে—

'তুমি—তুমি নিষ্ঠুৰ! তুমি হৃদয়হীন পাষাণ!'

অঞ্জনৰ ওঠত সৰু হাঁহি এটা খেলি যায়—'তুমি কিন্তু সুন্দৰ ৰত্না! হলাই বা বুটলি অনা ৰাজপথৰ বিলাসিনী তুমি; তথাপি তুমি সুন্দৰ! ...তোমাৰ সেই দেহ, তোমাৰ মন পঙ্কিল! কি সেই পঙ্কিলতাই আজিও হয়তো স্পৰ্শ কৰা নাই তোম্যৰ অন্তৰৰ অৱচেতন সত্তাক—তোমাৰ আত্মাক! সেয়ে হয়তো শিল্পীৰ চকুত তুমি আজিও সুন্দৰ..!'

'সুন্দৰ? নকবা,—আৰু সুন্দৰ বুলি নকবা। সেই সৌন্দৰ্য্যৰ মৰ্য্যাদা দিছা তুমি?'

'নিশ্চয় দিছো। সেই কলুষহীন সৌন্দৰ্য্যক মই ৰূপ দিছো মোৰ এই কেন্‌ভাচত। হয়তো ইয়েই হব মোৰ শিল্প সাধনাৰ অমৃত ফল এক নব্য সৌন্দৰ্য্যৰ অভিনব সৃষ্টি··· !'

'সৃষ্টি? কি সৃষ্টি কৰিলা তুমি? কি মূল্য তাৰ? কাগজৰ বুকুত কিছুমান ৰং সানি সৃষ্টি কৰা তোমাৰ সেই ছবিৰ সৌন্দৰ্য্য খিনিকে মাথো দেখিলা? কিন্তু তাৰ মাজত থকা সেই মানুহজনীক তো তুমি নেদেখিলা? ···কেনেকৈ দেখিবা তুমি মূৰ্খ, তুমি হৃদয়হীন! তুমি—তুমি অন্ধ...।'

ৰত্নাৰ বাক্যৰ নিষ্ঠুৰতাই অঞ্জনক হঠাৎ বিচলিত কৰি তোলে। নিজৰ লগতে ৰত্নাকো যেন পতিয়ন নিয়াবলৈকে চিঞৰি উঠে—

'নহয় নহয়, অন্ধ নকবা—মোক অন্ধ নকবা ৰত্না! অন্ততঃ মই এতিয়াও হোৱা নাই। কিন্তু, কিন্তু···' অসহায় ভাৱে অঞ্জনে যোগ কৰে—'মই যে সঁচাই লাহে লাহে সকলো নেদেখা হৈ আহিছো। কিয়? কিয় মোৰ চকুৰ সমুখৰ এই আন্ধাৰ কুঁৱলীবোৰ আঁতৰি নেযায়? কিয় চাৰিও ফালৰ পৰা সেইবোৰে আগুৰি ধৰি ক্ৰমাত মোক এখন অন্ধকাৰ পৃথিবীৰ মাজলৈ ঠেলি নিছে... ?'

অঞ্জনৰ কথাত বিদ্ৰুপৰ হাঁহি এটা ৰত্নাৰ ওঠত খেলি যায়—

'আক্ষেপ কৰিছা? নে মোৰ সহানুভূতি বিচাৰিছা··· ?

'সহানুভূতি? তোমাৰ সহানুভূতি? নাই ৰত্না তোমাৰ সহানুভূতি মই নিবিচাৰো, প্ৰয়োজনো নেদেখো..।'

'কিয়? মোৰ সহানুভূতি কণকো ঘিন কৰা? কোৱা নোকোৱা কিয়?'

অঞ্জনে কোনো উত্তৰ নিদিয়ে। হঠাৎ ৰত্নাৰ মাজলৈকো আহে ক্ষণিকৰ পৰিবৰ্ত্তন। লাহে লাহে কোমল সুৰত ব্যক্ত কৰে— '···মোক ঘিন কৰিলেও মই কিন্তু কাকো ঘিন নকৰো অঞ্জন! তুমি নিবিচাৰিলেও তোমাৰ সহানুভূতি মই যে বিচাৰো,—বিচাৰি আহিছো তোমাৰ শিলাময় হিয়াৰ পৰিবৰ্ত্তন—বিচাৰি আহিছো তোমাৰ অকণমান চেনেহৰ দৃষ্টি···।'

'বন্ধ কৰা, বন্ধ কৰা সেইবোৰ প্ৰলাপ...!'

অধৈৰ্য্য হৈ উঠা অঞ্জনৰ কথা কিন্তু গ্ৰাহ্যও নকৰি ৰত্নাই একে ভাৱেই কৈ

যায়— '…দিনৰ পাচত দিন, ঘণ্টাৰ পাচত ঘণ্টা ধৰি, তোমাৰ খেলাৰ পুতলা হৈ ইয়াত মই বহি থাকোহি কিহৰ আশাত ? কিয় তুমি দেখিও নেদেখিলা ? কিয় তুমি বুজিও নবুজিলা… ?'

'আস্ ৰত্না'

'তুমি -তুমি সঁচাই অন্ধ। তেন্তে চকুৰ দৃষ্টি হেৰাই গৈছে বুলি আক্ষেপ কিয় ? কি কৰিবা তোমাৰ সেই চকুৰ দৃষ্টি লৈ ? যি চকুৰে নেদেখিলে, উজাৰ কৰি দিব খোজা মোৰ বুকুৰ মৰম—যি চকুৱে নেদেখিলে, এজনী হতভাগ্য ছোৱালীৰ অন্তৰৰ অনন্ত বুভুক্ষা। কি প্ৰয়োজন সেই চকুৰ ?…বেচ্ হৈছে, খুব ভাল হৈছে…'।

'অভিশাপ দিছা ?'

'অভিশাপ ? তাৰ জানো আৰু প্ৰয়োজন আছে ? সেই প্ৰথম দিনৰে পৰাতো দেখি আহিছো, দিনে দিনে তুমি মোক যিমান ঘিন কৰি আহিছা, সিমানেই তিল্ তিল্ কৈ শেষ হৈ গৈছে তোমাৰ জীৱন, তোমাৰ সাধনা, তোমাৰ শিল্প, তোমাৰ—তোমাৰ…।'

'মনে মনে থাকা—।' অতিষ্ঠ হৈ অঞ্জনে এইবাৰ চিঞৰি উঠে— '…তুমি কি বুজিবা ? দেহ বিলাসিনী তুমি। আলিবাটৰ পৰা তোমাক বুটলি আনিছিলো ইয়াত প্ৰেম প্ৰণয়ৰ কুঞ্জবন ৰচিবলৈ নহয়। কিয় তুমি পাহৰি যোৱা মই শিল্পী। অন্ধ হওঁ, ব্যৰ্থ হওঁ তথাপি মই এজন শিল্পী আৰু তুমি তুমি মোৰ ক্ষণিকৰ 'মডেল্' মাথো। সেয়ে আমাৰ মাজত একমাত্ৰ সম্বন্ধ।'

'জানো, তাক মই জানো অঞ্জন। কিন্তু তুমি কিয় পাহাৰি যোৱা সেই মডেলৰো এটা প্ৰাণ আছে। চীনা মাটিৰে গঢ়া প্ৰাণহীন, ৰসহীন নিৰ্জ্জীব পুতলা মই নহয়।…স্নেহ, মমতা, কোমলতা ময়ো বিচাৰো। হব পাৰো মই তোমাৰ 'মডেল্' কিন্তু তাৰ বাহিৰেও তোমাৰ ওচৰত মই জানো একোৱেই নহয় ? মোৰ জানো অলপ মানো প্ৰাপ্য নাই ?'

'প্ৰাপ্য ? নিশ্চয় আছে, আৰু তাক তুমি পাইছাও।'

'কি পাইছো মই ? কি দিছা তুমি ?'

'যি দিম বুলি লগত বুটলি আনিছিলো সেয়ে—টকা।'

'অহ্ টকা ? টকাৰ দম্ভ দেখুৱাইছা ? ভাবিছা মোৰ জীৱনত টকাই সকলো ? তুমি তুমি সঁচাই পাষাণ। তুমি হৃদয়হীন অন্ধ…।'

'উস্! বাৰে বাৰে সেই একেযাৰ কথা আৰু উচ্ছাৰণ নকৰিবা ৰত্না। মোৰ সঁচাকৈয়ে অন্ধ হৈ অহা এই চকুৰ দৃষ্টিক আৰু তুমি বিদ্ৰূপ নকৰিবা। তুমি… তুমি কেনেকৈ জানিবা শিল্পীৰ অন্তৰৰ কথা ? কেনেকৈ বুজিবা তাৰ হেৰাই যাব খোজা চকুৰ পোহৰ, তাৰ জীৱনৰ কিমান ডাঙৰ অভিশাপ—কিমান ডাঙৰ পৰাজয়…।'

অন্তৰৰ বেদনা বোলোৱা কথাৰ লগে লগে অঞ্জনে দুয়ো হাতেৰে ক্লান্ত চকু দুটা ঢাকি ধৰে। অঞ্জনৰ বুকুৰ বেদনাৰ পৰশ হয়তো ৰত্নাৰ নিষ্ঠুৰ বুকুখনতো লাগেহি। 'মডেল'ৰ ওখ পিৰা সংলগ্ন দুৱাৰৰ গড় ডাল চেৰাই, দুখোজ মান আগুৱাই আহি অলপ আকুলতাৰেই কৈ যায়—

'বুজ্ বুজ্ অঞ্জন। মই পাষানী নহয়।…জীৱনত মই একোৱেই নেপালো।

সেয়েতো মই মচি দিব বিচাৰিছো, তোমাৰ এই পৰাজয়ৰ গ্লানি মোৰ জীৱনেৰে। মই—মই হ'ম তোমাৰ দৃষ্টি। মোৰ প্ৰেম প্ৰণয়ৰ পূৰ্ণ অৰ্ঘ, তোমাৰ ভৰিৰ কাষত থাপনা কৰি, সেয়েতো মই সাৰ্থক কৰি তুলিব খুজিছো তোমাৰ শিল্প সৃষ্টি—ধন্য কৰি তুলিব খুজিছো মোৰ এই ব্যৰ্থ জীৱনটো... !'

অসহ্য বিৰক্তিত অধীৰ হৈ অঞ্জনে ৰত্নাক বাধা দি এইবাৰ চিঞৰি উঠে

'কিয় তুমি বাৰে বাৰে নিজৰ কথাৰে নিজকেই অপমান কৰিছা? জীৱনত যদি ইয়াকেই বিচাৰিছিলা- তেন্তে কিয় তাক ঘূৰাই আনিব নোৱাৰাকৈ ৰাজ পথৰ পঙ্কিলতাৰ মাজত এনেকৈ উটি যাবলৈ দিলা? তোমাৰ জীৱনলৈ তো বহুতেই আহিছিল; তেন্তে তাৰ মাজৰে এজনক লৈ কিয় সুখী হৈ থাকিব নোৱাৰিলা ?'

'কিয় নোৱাৰিলো ?' বিষাদেৰে পূৰ্ণ হাঁহি এটা ৰত্নাৰ ওঠত দেখা দিয়ে—'.. তুমিতো নেজানা, মই যে তাকেই বিচাৰিছিলো। কিন্তু পালো ক'ত? সোণ বুলি যিহকেই খামুচি ধৰিলো, সিয়েই মোৰ জীৱনত হৈ উঠিল 'ছাই'। সেয়েতো তোমাৰ ওচৰত অপমানিত হৈয়ো, মই বাৰে বাৰে সেই কামনাই কৰিছো... ।'

'কামনা নহয়। এইয়া তোমাৰ আস্পৰ্দ্ধা। মোক ক্ষমা কৰা। তোমাৰ অভিলাস, তোমাৰ ইচ্ছাক পূৰ্ণ কৰা যোগ্যজন এই ষ্টুডিঅ'ত বিচাৰি নোপোৱা। ৰাজ আলিত আকৌ বিচাৰি চোৱাগৈ। তেনেকুৱা প্ৰবৃত্তিৰ দাস মই নহয়। এই ষ্টুডিঅ' শিল্পীৰ মন্দিৰ। মই তাৰ পূজাৰী। মোৰ সন্মুখত কোনোদিন আৰু সেইবোৰ কথা উচ্ছাৰণ নকৰিবা। মই তোমাক হাত যোৰ কৰিছো ৰত্না। মোক ৰেহাই দিয়া ।'

কথাৰ লগে লগে অসহ্য ক্লান্তিত, লগতে চকুৰ বিষত প্ৰায় টলি টলি ইজেলৰ ওচৰৰ পৰা আঁতৰি গৈ, ষ্টুডিঅ'ৰ এদাঁতিয়ে থকা 'ইজি চেয়াৰ' খনত অঞ্জন শুই পৰেগৈ।

বহুত সময়লৈকে কোঠাটো নিস্তব্ধ হৈ ৰয়। সেই নিস্তব্ধতা ভঙ্গ কৰি শেষত ৰত্নায়েই আকৌ লাহে লাহে কৈ যায়—'তোমাৰ ইমান অহঙ্কাৰ? .. নহয়, নহয় অঞ্জন। আৰু অহঙ্কাৰ নকৰিবা: মই জানো তোমালোকৰ চকুত মই কলুষিতা-- দেহ বিলাসিনী। কিন্তু সেয়েতো মোৰ একমাত্ৰ পৰিচয় নহয়। ... মোক আকৌ এবাৰ জীৱনত সুবিধা দিয়া। কোনেও নিদিলে, তুমি দিয়া। তোমাৰ সেই কাগজৰ ৰত্নাত কৈ, তেজ-মঙহৰ এই জীৱন্ত ৰত্নাই তোমাক বহুত দিব পাৰিব—ভৰাই তুলিব পাৰিব তোমাৰ বাস্তৱ—তোমাৰ স্বপ্ন, তোমাৰ সকলো...'

কথাৰ লগতে ৰত্নাই নিজক আৰু সংযত কৰিব নোৱাৰি অঞ্জনক স্পৰ্শ কৰিবলৈকে হাতখন আগ বঢ়াই নিয়ে—

'নুচুবা! তেওঁক তুমি নুচুবা... !'

আকস্মিক হুকুমটোত ভয়ংকৰ ভাৱে চক্ খাই ৰত্নাই ক্ষীপ্ৰতাৰে ঘূৰি চাই দেখে কোঠাৰ দুৱাৰ মুখত ৰঘুকা ঠিয় দি আছে। ৰত্নাৰ হাত আপোনা-আপুনি কেঁচ খাই আহে। অঞ্জনৰ ওপৰত—ঘৰখনৰ ওপৰত ৰঘুকাৰ প্ৰতিপত্তি কিমান, তাক ৰত্নাই নেদেখা নহয়। সেয়ে ৰঘুকাৰ চকুৰ কঠোৰ জলন্ত দৃষ্টিত মুহূৰ্তলৈ ৰত্নাৰ বুকুখন কঁপি উঠে।

ৰঘুকা আগ বাঢ়ি আহে। নিঃশব্দে কোঠাৰ এটা চুকত থকা হুকৰ পৰা ৰত্নাৰ

'ক্লোক' আৰু 'হেন্দ্ বেগটো' লৈ ঘূৰি আহি তাক ৰত্নাৰ ফালে আগ বঢ়াই দিয়ে—

'ধৰা। বুজিছাই নহয়, কালিৰে পৰা তোমাৰ ইয়ালৈ অহাৰ আৰু কোনো প্ৰয়োজন নহব, শুনিছা... ?'

ৰত্নাই অৱশ্যে ঠিকেই শুনিছে, আনকি তন্দ্ৰা জড়িত অঞ্জনৰ কানলৈকো ৰঘুকাৰ হুকুম যোৱাত, চকীৰ পৰা ঢৰাই মৰাই অঞ্জন উঠি বহে—

'নহয়, নহয় ৰঘুকা ! তেনেকৈ নকবি। প্ৰয়োজন আছে,... মোৰ যে এতিয়াও বহুত সপোন বহুত বহুত কল্পনাক ৰূপ দিবলৈ আছে...'

'নাই ! আৰু একো নাই।...তই বাৰু নুবুজ কিয় ? তই ক্লান্ত, তই অসুস্থ। দৰব্ জাতি খাবলৈ এৰিলি, ডাক্তৰৰ সকলো উপদেশ অগ্ৰাহ্য কৰিলি। ছবি ছবি কৰি নিজৰ চকু দুটাও শেষ কৰিলি ! ..নাই, তোৰ ছবি অ'কাৰ আৰু কোনো প্ৰয়োজন নাই ..!'

ক'ণ্ঠত গভীৰ মিনতি লৈয়ে আতুৰ হৈ অঞ্জনে ৰঘুকাৰ হাতত ধৰে—

'আছে ৰঘুকা ! আজি যে এই ছবিয়েই মোৰ জীৱন ! ইয়াক এৰি মই কি লৈ বাচি থাকিম ? সোৱা চা, এবাৰ চা তই মোৰ শ্ৰেষ্ঠ শিল্প সৃষ্টি ! ইজেলৰ সেই অপূৰ্ব্ব সৌন্দৰ্য্যৰ প্ৰতীক ছবিৰ ৰত্নাক চা...' 'ৰত্নাক ? ৰত্নাক এনেয়ে দেখিছো। ছবিত আকৌ কি চাম ?'

'তথাপি এবাৰ চা ৰঘুকা। ছবিৰ মাজতো ৰত্না কিমান জীৱন্ত কিমান সুন্দৰ ..।'

অঞ্জনৰ আঁকোৰগোজালিত বাধাত পৰিয়েই ৰঘুকাই নিৰ্লিপ্ত ভাৱেই ইজেলৰ ছবিখনৰ ওপৰেদি চকু ফুৰাই নিয়ে। কিন্তু ৰঘুকাৰ সেই নিৰ্ব্বিকাৰ দৃষ্টি খন্তেকতে সজাগ হৈ উঠে। সামান্য উচাপ্ খোৱাৰ দৰেই এখোজ আগুৱাই গৈ ছবিখন ভাল কৈ চাই। তাৰ পাচত চকুত বিস্ময় লৈয়ে এবাৰ চাই ৰত্নাক, আনবাৰ চাই ইজেলৰ ছবিখন।

'কিন্তু ..কিন্তু, এইয়া তো ৰত্না নহয় !' এই চকু, এই মুখ,... এইয়া যে মোৰ মীনা আই .. ।'

'মীনা ? কিনো কৈছ তই ৰঘুকা ? সেইয়া আকৌ মীনা কেনেকৈ হব পাৰে ?'

'কিয় নোৱাৰিব ? তই নিজেই নেচাৱ কিয় ? এইয়া যে নিঃসন্দেহে মীনা আইৰ ছবি... ।'

ৰঘুকাৰ কথাত খন্তেকৰ কাৰণে যেন অঞ্জনৰ মনৰ আত্ হেৰাই যায়--

'মীনাৰ ছবি ? ইমান দিন মই তেন্তে ৰত্নাৰ মাজেৰে মীনাকেই আঁকিছো ?

নহয়, নহয়, ই হব নোৱাৰে তই ভুল দেখিছ ৰঘুকা, একেবাৰে ভুল দেখিছ। সেইয়া তোৰ মীনা আই কেতিয়াও হব নোৱাৰে। ...হয়তো সেইয়া ৰত্নাও নহয়। আচলতে ৰত্নাক তো মই অ'কা নাই—আঁকিছো এই বিপথগামী ৰত্নাৰ মাজত, মই দেখা তাইৰ ক্ষত-বিক্ষত আত্মাটোৰ কাল্পনিক প্ৰতিকৃতি। যিটো পঙ্কিল নহয়। কোনো দিন অসুচি নহয়। যিটো সদায়ে সুন্দৰ - সদায়ে পবিত্ৰ ! ৰত্নাৰ মাজেৰে সেই সৌন্দৰ্য্যৰ সৃষ্টি এই চিত্ৰাঙ্কন ! ইয়াৰ মাজলৈ তোৰ মীনা আহিব কৰ পৰা ?'

ৰঘুকাই কিবা উত্তৰ দিয়াৰ আগতেই কিন্তু স্বাভাৱিক কৌতুহল দমাব নোৱাৰি ৰত্নায়েই হঠাৎ প্ৰশ্ন কৰি পেলাই।

'মীনা কোন ?'

প্ৰশ্ন শুনি, সামান্য চকুটো মেলি অঞ্জনে ৰত্নাৰ মুখলৈ চাই---

'মীনা কোন ?... অ' তুমিতো দেখা নাই। ওঁহো, তুমি চিনিনবা বুজালেও হয়তো নুবুজিবা... !'

'বুজালেও নুবুজিম ? ইমানেই অলিক জীৱ ?' ৰত্নাৰ বিদ্ৰেুপটো গ্ৰাহ্য নকৰি অঞ্জনে বেছ জোৰ দিয়েই উত্তৰ দিয়ে—

'এৰা। সিমানেই অলিক জীৱ। শিল্পীৰ হেপাহ, শিল্পীৰ আকাংখ্যা বোৰ তো তুমি নুবুজিলা ৰত্না। ... মোৰ দৰে মীনাও শিল্পী চিৰ সুন্দৰৰ পুজাৰিনী মীনা। এক পৃথিবীত যিটোৱেই সুন্দৰ—যিটোৱেই মহান· যিটোৱেই অলিক, অপৰূপ, সেই ৰূপকেই আৰু বেচি সুন্দৰ কৈ সজাই পৰাই পৃথিবীক দান কৰাই হল শিল্পী মীনাৰ সাধনা– জীৱনৰ আদৰ্শ... ।'

'মহৎ আদৰ্শ !'

'নিশ্চয় মহৎ। কিন্তু শিল্পীৰ সেই মহত্বক ঘূণে ধৰিছে। সৌন্দৰ্য্যৰ পুজাৰিনী মীনাই পাহৰি থাকিব খোজে, পৃথিবীৰ সকলো সৌন্দৰ্য্যৰ মাজত লুকাই থকা কদৰ্য্যতা খিনিক। মানুহৰ ৰূপ, ৰস, দয়াৰ আঁৰে আঁৰে থকা নিৰ্মম নিৰ্দয়তাক। ৰূপোৱালী মেঘৰ কোঁহে কোঁহে লুকাই থকা মহা প্ৰলয়ৰ সংকেত। শিল্পী মীনাই উপেক্ষা কৰিব খোজে বাস্তৱক। সেয়ে আমাৰ দুয়োৰে শিল্প সৃষ্টিৰ মাজত সদায়ে আদৰ্শৰ সংঘাত... ।'

'আস্ অঞ্জন ! সেইবোৰ কৈ লাভ কি ? বন্ধ কৰ, বন্ধ কৰ সেইবোৰ !'

স্হান, কাল, পাত্ৰ লৈ মাত্ৰা জ্ঞান হেৰুৱাই পেলোৱা অঞ্জনৰ উচ্ছ্বাসত বিৰক্ত হৈ ৰঘুকায়ে ডাবিয়াই উঠে। কিন্তু অঞ্জনে তালৈ ভ্ৰূক্ষেপো নকৰে। অন্তৰৰ মাজত চেপি ৰখা বহুখিনি অভিমান যেন বিক্ষোভৰ আকাৰত প্ৰকাশ কৰি পেলাই –

'দেখিছা ? মোৰ এই হাত দুখন দেখিছা ৰত্না ! কৈশোৰত এই হাতেৰেই মীনাক হাতত ধৰি ছবি আঁকিবলৈ শিকাইছিলো। এই দুই হাতৰ মাজতেই অন্তৰৰ সুগভীৰ মৰমেৰে বুকুত সাবটি লৈ জীৱনৰ উম্ বিচাৰি লোৱাৰ লগতে, শিল্পীৰ বিচিত্ৰ এখন পৃথিবীৰ দুৱাৰ ডলিলৈ আগ বঢ়াই নিছিলো, আৰু—আৰু এই হাতেৰেই আঘাট কৰি এদিন মীনাক ঘৰৰ পৰা আঁতৰি যাবলৈ কৈছিলো...'

'অঞ্জন ! অঞ্জন... !' ৰঘুকাই আৰু সহ্য কৰিব নোৱাৰি ব্যস্ত হৈ চিঞৰি উঠে—'মনে মনে থাক ! কৈছো নহয় মনে মনে থাক। তই এইবোৰ কথা কাৰ আগত কি কৈছ ? কিয় কৈছ... ?'

ধপ্ কৈ নুমাই যোৱা চাকী এটাৰ দৰেই যেন অঞ্জনৰ সকলো উচ্ছ্বাস্ ৰঘুকাৰ কথাত মুহূৰ্ত্তত বন্ধ হৈ যায়--

'কিয় কৈছো ?...তাকেই তো, কিয় কৈছো ? জানো, মাজে মাজে মোৰ যে কি হৈ যায় . । বেচ আৰু একো নকওঁ... ।'

ইজি চকীখনত আকৌ অঞ্জন শুই পৰেহি।— '...উস এই চকু দুটা ! ৰঘুকা মই ইয়াতেই অলপ শুই লওঁ দেই। গাটো ইমান বেয়া লাগিছে .. ।'

'ইয়াত নেলাগে, বল একেবাৰে ভিতৰলৈকে বল, চাওঁ উঠ্... ।'

'উঠিম ৰহচোন ! আগতে অলপমান...'

উঠাৰ পৰিবৰ্ত্তে চকীত আৰু নিবিড় ভাবেহে অঞ্জন শুই পৰে। ৰঘুকাই বুজে

আৰু জোৰ কৰা নিৰৰ্থক। তাৰ পৰিবৰ্ত্তে কোঠাৰ ইটো সিটো কাম সমাধা কৰাটোকে ঠিক কৰি, প্ৰথমেই কোঠাৰ এদাঁতিৰ খিড়িকী কেইখন বন্ধ কৰিবলৈকে আগ বাঢ়ি যায়। হয়তো ক্ষন্তেকলৈ পাহৰি যায় কোঠাৰ মাজত ৰত্নাৰ উপস্থিতিৰ কথা—

'অঞ্জন। অঞ্জন…।'

অস্ফুৎ হলেও ৰত্নাৰ কথা কেইষাৰ ৰঘুকাৰ কাণলৈ যোৱাৰ লগে লগে ৰঘুকা যেন দপ্‌কৈ জ্বলি উঠে

'কেলেই তুমি তাক আমনি কৰিছা ? তোমাক মই যাবলৈ কৈছো নহয়…।'

ৰত্নাৰ চকুৰ অকম্পিত স্থিৰ দৃষ্টিলৈ চাই ৰঘুকাই কিবা ভাবি লৰা লৰিকৈ যোগ কৰে—

'অ' বুজিছো। অলপ সময় অপেক্ষা কৰা, মই এতিয়াই তোমাৰ পাব লগীয়া সকলো খিনি আনি দিছো। তাক লৈয়ে তুমি…'

'তাক লৈয়ে কি ?'

'অলপ আগতে যি কৈছিলো সেয়ে। এদিন যৰ পৰা আহিছিলা, আকৌ তালৈকে ঘূৰি যাবা গৈ। ভৱিষ্যতে এটা মহূৰ্ত্তৰ কাৰনেও তোমাৰ আৰু ইয়াত প্ৰয়োজন নহব…।'

বাক্যৰ তীব্ৰতাৰ লগতে চকুৰ দৃষ্টিৰ কঠোৰতা খিনিও ৰত্নাৰ মুখৰ ওপৰত বুলাই ৰঘুকা ঘৰৰ ভিতৰৰ ফালে সোমাই যায়।

বহু সময় ধৰি নিঃশব্দে ৰত্নাই সেই ফালে চাই ৰয়। ৰত্নাৰ বিদ্ৰূপ ভৰা কঠোৰ মুখ খন, লাহে লাহে অভাৱনীয় ভাবে কৰুণ হৈ উঠে। লগে লগে অস্পষ্ট ভাবে ওঠ ফুটি ওলাই আহে অন্তৰৰ গভীৰ বেদনা ভৰা বাক্যস্ৰোত—

'…ইমান অৱজ্ঞা ? ইমান ঘিন কৰা তোমালোকে মোক ? কিন্তু কিয় ? কি অপৰাধ কৰিলো মই ? তোমালোকৰ চকুত মই ঘৃণ্য।…আজিৰ এই ঘৃণ্য ৰত্নাকে কেৱল দেখিলা ? আৰু আৰু একো নেদেখিলা ?'

আশাহত, অভিশপ্ত ৰত্নাই অসহায় ভাৱেই ষ্টুডিঅ'ৰ চাৰিও ফালৰ বেৰত আৰি থোৱা ছবিবোৰলৈ চাই যায়। বিভিন্ন প্ৰতিকৃতিৰ ভিন ভিন ছবিবোৰত থকা মুখবোৰে যেন ৰত্নাৰ মুখলৈকে নিঃশব্দে চাই আছে।

ৰত্নাৰ ধাৰণা হয়, সেইবোৰ মুখ যেন প্ৰাণহীন ছবিৰ নহয়—জীৱন্ত মানুহৰ মুখ। ৰত্নাৰ জীৱন যোৱা বিচিত্ৰ নাটকৰ দৰ্শক সকলো।…আকুল হৈ ৰত্নাই সেই মুখৰ গৰাকী বোৰৰ ওচৰতে আবেদন কৰে

'…তোমালোকে—তোমালোকে মোক বিশ্বাস কৰা।…মোৰ এই জীৱনটো ময়ো বিচৰা নাছিলো। এদিন তো ময়ো মানুহৰ মাজত, মানুহৰ দৰেই জীয়াই থাকিব বিচাৰিছিলো। কিন্তু কোনে দিলে ? এই নীলা আকাশৰ তলত, সহায় সম্বলহীনা, সৰ্বহাৰা এজনী অনাথ ছোৱালীয়ে মাথো জীয়াই থাকিবলৈ এমুঠি ভাত—এডোখৰ কাপোৰৰ আশাত কাৰ ওচৰত হাত পতা নাছিলো ?…কিন্তু—কিন্তু কোনে দিলে সেই ভীক্ষা ? কোনে মোৰ অসহায় অৱস্থাৰ সুবিধা লৈ, মোৰ চকুলো তুচ্ছ কৰি, মোৰ বুকুভৰা কান্দোন ভৰিৰে চেপি ধৰি, নিৰ্ম্মম পাশবিকতাৰে পৃথিবীৰ সকলো আবৰ্জ্জনা সকলো কদৰ্য্যতাৰ মাজলৈ মোক টানি নিলে ?'

বেৰৰ ছবিৰ পৰা মুহূৰ্ত্তৰ কাৰণে চকু নমাই ৰত্নাই চকীত শুই পৰা অঞ্জনলৈ

চাই— '…সেই দিনাতো তোমালোকে মোক ৰক্ষা কৰিবলৈ অহা নাছিলা ; তেন্তে আজি মোক বিচাৰ কৰাৰ অধিকাৰ তোমালোকক কোনে দিলে . ?'

পাচ পাকতে পুনৰ বেৰৰ নিস্জীৱ প্ৰাণী বোৰৰ মুখলৈ চকু তুলি ৰত্নাই অস্ফুৎ ভাবে কৈ যায়—

'…জানা । তোমালোকে জানা !…সেই দিনাই—সেই দিনাই সকলো গ্লানিৰ পৰা মুক্তি বিচাৰি মোৰ এই কলোষিত জীৱনটো, ভৰা লুইতৰ বুকুত আহুতি দিছিলো, কিন্তু তোমালোকে মোক মৰিবলৈকো নিদিলা, জীয়াই থাকিবলৈকো নিদিলা। তোমালোকৰ নিচিনাই এজনে, দয়ালু দেৱতাৰ ৰূপ লৈ পানীৰ পৰা মোক উদ্ধাৰ কৰি আনিলে. আৰু—আৰু দুদিন পিচত সেই দয়ালু দেৱতাই দানব হৈ, মোৰ সকলো মিনতি ভৰিৰে মোহাৰি. মুখত পঙ্কিলতাৰ প্ৰলেপ সানি, আলিবাটৰ ধূলিৰ মাজত মোক এৰি দিলে । সিও কি মোৰেই অপৰাধ ? মই কি কৰিব পাৰিলোহেতেন ? কিমান কনেই বা মোৰ শক্তি আছিল ?'

অসহায় ব্যথাত ৰত্নাৰ অস্ফুৎ কন্ঠস্বৰ থোকা—থোকি হৈ পৰে, তথাপি বক্তব্য শেষ নকৰাকৈ ক্ষ্যান্ত হব নোখোজে। মুখ ফুটি আবেগত ওলাই আহে, বুকুৰ মাজত বহু দিন ধৰি জমা কৰি থোৱা সংখ্যাহীন অভিযোগ একেটা অভিলাস— '…জীৱনটোত মই বিচাৰি একো বিচৰা নাছিলো—আজিও নিবিচাৰো ।…মাথো বিচাৰিছিলো একেজন মানুহ, সৰু এখনি ঘৰ, অলপ স্নেহ, অলপ দয়াৰ মাজেৰে সুন্দৰ কৰি তোলা দুটি জীৱনৰ পুৰ্ণতাৰে, মোৰ এই ব্যৰ্থ জীৱনটো সাৰ্থক কৰি তোলা এধানমানি এটি স্বপ্ন !

…সেই স্বপ্ন দেখাও কি মোৰ পাপ ? সিও কি কেৱল মোৰ অপৰাধ ? কোঁৱা--কোঁৱা তোমালোকে ! সিও কি কেৱল মোৰ অস্পৰ্দ্ধা আৰু একো নহয়…?

. তোমালোকে কেৱল মোৰ বাহিৰটোৰেই দেখিলা, কিন্তু নেদেখিলা এজনী হতভাগ্য নাৰীৰ ভাঙ্গি যোৱা বুকুৰ অনন্ত হাঁহাকাৰ । . শিকিলা মাথো বিচাৰ কৰিবলৈ ? শিকিলা মাথো ঘিন কৰিবলৈ ? আজি ঘৃনা কৰিলা তুমি, ঘৃনা কৰিলে পৃথিৱীৰ মানুহে, আৰু সেই তুচ্ছ ৰঘুকা, সিও—সিও আজি মোক ঘৃনা কৰে ..'

ৰত্নাই আৰু নিজক সংযত কৰি ৰাখিব নোৱাৰে । অপৰিসীম শোকত দুয়ো হাতেৰে মুখ ঢাকি কান্দি পেলাই ।

কিন্তু খন্তেক পাচতে নিজক সংযত কৰি ৰত্নাই আৰু এটা মুহূৰ্ত্তও অপেক্ষা নকৰি, হাতৰ পৰা সৰি পৰা 'ক্লোক্'টো বুটলি লৈ কোঠাৰ পৰা ওলাই যাবলৈ আগ বাঢ়ি যায় ।…কিন্তু কোঠা পাৰ হোৱাৰ আগতেই অঞ্জনৰ ইজেলৰ সমুখত কৰ নোৱাৰাকৈয়ে থমকি ৰয় ।

…আপোনা আপুনি চকুদুটা যায় নিজৰ ছবিখনলৈ । ক্ষন্তেক সেই ফালে চাই থাকি পাচত লাহে লাহে চকু ঘূৰাই চাই অলপ দূৰত নিদ্ৰিত অবস্থাত পৰি থকা অঞ্জনলৈ । খন্তেক আগৰ বিষাদেৰে পুৰ্ণ ৰত্নাৰ চকুৰ দৃষ্টি, মুহূৰ্ত্ততে বিদ্রূপ, আক্ৰোশলৈ ৰূপান্তৰিত হৈ যায়—

'…তুমি শিল্পী ? মহান আদৰ্শৰ গৰ্ব্ব কৰা তুমি ? ছবিত এইয়া ৰত্না নহয়—ৰত্নাৰ আত্মাৰ সৌন্দৰ্য্য সৃষ্টিৰে, পৃথিৱী সুন্দৰ কৰি তোলাৰ দম্ভ কৰা ?

...কিন্তু মানুহৰ আত্মাৰ কথা তুমি কিমান জানা ? কিমান বুজা ?...তুচ্ছ এডোখৰ কাগজ ! তাতোকৈ তুচ্ছ কিছুমান ৰং সানি সৃষ্টি কৰা এই কাগজৰ ৰত্নাই আজি মোতকৈয়ো ডাঙৰ—মোতকৈয়ো মহান, প্ৰবিত্ৰ, মোতকৈয়ো বহুত মূল্যবান ? ...মই মাথো মানুহ । কেঁছা তেজ মঙহৰ অসূচী অপবিত্ৰ এজনী মানুহ ! পৃথিবীত মোৰ কোনো মূল্য নাই ।

.. এই ছবিৰ মাজেৰে, মানুহৰ কথা মানুহক কবলৈ গৈ, এই আচল মানুহ জনীক পাহৰি যোৱাটোৱেই তোমালোক শিল্পীৰ মহত্ব !...ধিক্ তুমি—ধিক তোমাৰ এই চিত্ৰাঙ্কণ ! কিয় এই পৰিহাস ? কিয় এই প্ৰবঞ্চনা ?...এই ছবি মিছা—এই ছবি ভুল—ভুল—ভুল—'

কথাৰ লগে লগে ক্ৰমাত উত্তেজিত হৈ উঠা ৰত্নাই, কি কৰো-কি নকৰো কৈ হঠাৎ ইজেলৰ কাষতে বিভিন্ন কেঁছা ৰঙেৰে পূৰ্ণ হৈ থকা 'পেলেট্'খন দেখি এহাতেৰে তুলি লয় । পাচ মুহূৰ্ত্তত আন খন হাতেৰে গোটেই বোৰ ৰং চুঁচি লৈ তাক অঙ্কনৰ সৃষ্টিৰ ওপৰত নিষ্ঠুৰ ভাৱে লিপি দিয়ে । তাৰ পাচত এখোজ পাচুৱাই আহি ছবিৰ ওপৰত নিজৰ অমাৰ্জ্জনীয় অপকীৰ্ত্তিখিনি লৈকে চাই হঠাৎ উম্মাদিনীৰ দৰে হাঁহি উঠে—

'...চোৱা—চোৱা শিল্পী ! তুমি ভুল আঁকিছিলা । ৰত্নাৰ আত্মাটো দেখিবলৈ ঠিক এনেকুৱা ! এনেকুৱাই বিভৎস—এনেকুৱাই কদৰ্য্য ! তোমাৰ সেইয়েৰ ভ্ৰান্ত সৌন্দৰ্য্যৰ কল্পনা বিলাসৰ প্ৰতিক এই ছবি নহয়—কোনো দিন হব নোৱাৰে...' !

পাচ মুহূৰ্ত্তত হি, হি কৈ হাঁহি হাঁহি ৰত্না কোঠাৰ পৰা দৌৰি গুলাই যায় গৈ ।

...কলৈ যায় তাক ৰত্নাই কব নোৱাৰে—বুজিবও নোৱাৰে । সঁচাকৈয়ে হয়তো পৃথিবীৰ বুকুত এইবাৰ ৰত্না প্ৰকৃততে হেৰাই যায় । তাইৰ ছাঁটোও আৰু কোনোদিন, কোনেও কতো আৰু নেদেখে...।

মৃত্যুসম নিৰৱ স্থবিৰতাৰ মাজত সমাধিস্থ হৈ থাকে ষ্টুডিৱৰ পৰিবেশ। তাৰ লগতে আৰু বেছি অৱনতি ঘটে অঞ্জনৰ দৃষ্টি শক্তিৰ। ছবি অঁকাৰ সামৰ্থও আৰু নেথাকে। অসুখ বেছি হয়।

তথাপি ভক্ত পূজাৰীয়ে মন্দিৰৰ আকৰ্ষণ এৰি থাকিব নোৱাৰাৰ দৰে অঞ্জনেও নিজৰ জীৱনৰ একমাত্ৰ পবিত্ৰ মন্দিৰ ৰূপী ষ্টুডিৱটোৰ মাজৰ পৰা দূৰত আঁতৰি থাকিবলৈ ইচ্ছা নকৰে। সেয়ে ৰঘুকাৰ সকলো আদেশ—মিনতি অগ্ৰাহ্য কৰি, অসুখীয়া গাৰেই বিছনা এৰি উঠি আহে।

...অস্বাভাৱিক কুঁৱলীৰ মাজত লাহে লাহে হেৰাই যাব খোজা ষ্টুডিৱৰ অভ্যন্তৰত প্ৰায় খেপিয়াই খেপিয়াই অঞ্জনে ঘূৰি ঘূৰি শেষত এবাৰ সেই বিশেষ 'ষ্টেণ্ডটোৰ' ওপৰত মীনাই যতনেৰে সজাই থোৱা ভগৱান বুদ্ধৰ মূৰ্ত্তিটোৰ সমুখত বৈ পৰেহি।

থাপনাৰ সৰু ৰূপৰ থালৰ পৰা, কাঁহানিবাতে শুকাই মৰহি যোৱা ফুলৰ পাপৰি এমুঠি অন্যমনস্ক ভাবে হাতত তুলি লৈ বহু সময় ধৰি নিঃশব্দে চিৰ মৌন মূৰ্ত্তিটোৰ ফালে, নিজেও মৌন হৈ চাই থাকে। তাৰ পাচত এটা সময়ত হঠাৎ ক্ষীণ বিদ্ৰূপৰ হাঁহি এটা ওঠত লৈ অকস্মাতে এবাৰ লাহেকৈ সম্বোধন কৰে—

'...কি ? প্ৰতি পুৱা তোমাক যাচি অহা ধূপ-ধুনা, ফুল চন্দনৰ প্ৰবিত্ৰ নৈবেদ্য তুমি বহুত দিন পোৱা নাই নহয় ? মীনাই দেখিছো তোমাক একেবাৰে পাহৰি গল—হয়তো মোকো পাহৰি গল। তুমি তো জানাই, এই ঘৰৰ পৰা তোমাক এৰি, মোক এৰি মীনা গুচি গল—একেবাৰেই গুচি গল। হয়তো কোনো দিন আৰু ঘূৰি নাহে।...তেও' গুছি যোৱা বাৰু কিমান দিন হল ? তুমি হয়তো পাহৰিলা—ময়ো পাহৰিলো। তাৰ হিচাপ হয়তো এই শুকান পাপৰি বোৰৰ মাজত নিশ্চয় লিখা আছে... ।'

মুঠি খুলি হাতৰ শুকান পাপৰি বোৰ, মাটিত লাহে লাহে সৰি পৰিবলৈ দি, অঞ্জনে আকৌ কোঠাটোত অলপ ঘূৰে। শেষত বৈ পৰেহি মীনাৰ ইজেলৰ সম্মুখত। পৰিত্যক্ত হৈ থকা মীনাৰ শূন্য 'ইজেল' মনৰ জোৰেৰেই যেন অঞ্জনে পূৰ্ণ কৰি তুলিব খোজে, মীনাৰ কাল্পনীক সান্নিধ্যৰে। কাঠৰ নিমজ বৰ্ডখনৰ ওপৰত এবাৰ আলফুলে হাত বুলাই—

' তুমি সঁচাই গলা গৈ মীনা ? মোৰ ক্ষন্তেকীয়া যুক্তিহীন বলিয়ালিকে একমাত্ৰ সত্য বুলি ধৰি ললা ? তুমি...তুমি স্বাৰ্থপৰ। সঁচাই স্বাৰ্থপৰ...।'

'মীনা স্বাৰ্থপৰ... ?'

হঠাৎ পাচফালৰ পৰা অহা ৰঘুকাৰ কন্ঠস্বৰ শুনি অঞ্জন থমকি ৰয়। অঞ্জনে নেজানে যে বৰ বেচি সময় তাক অকলে এৰি ৰঘুকা আজিকালি দূৰত আঁতৰি নেথাকে। গুচৰ চাপি আহি ৰঘুকাই কোমল মাতেৰেই অভিযোগ কৰে—

'কিয় তেনেকৈ কৈছ অঞ্জন ? গোটেই জীৱনটো একেলগে কটাই আজি তই কব খোজ মীনা স্বাৰ্থপৰ ? নকবি—সেই কথা আৰু নকবি অঞ্জন।... মীনা আই স্বাৰ্থপৰ নহয়, নিতান্তই দুঃখিনী তাই। অয়তো একো নুবুজ—নেজানও। জানো মই...'।

'কি জান তই ?'

'এইখন ঘৰৰ পৰা গুচি যোৱা দিন ধৰি আজি এটা বছৰ মীনাআইয়ে কেনেকৈ দিন কটাইছে। কি অপৰিসীম তাইৰ কষ্ট...।'

'কষ্ট ? কিহৰ কাৰণে ? লক্ষপতিৰ আদৰৰ বিলাসিনী কন্যা যাৰ বান্ধৱী, যাৰ ঘৰৰ সুখ আৰাম, লাহ-বিলাহৰ মাজত মীনাৰ শিল্প সাধনা .'

কিন্তু অঞ্জনৰ বাক্যস্রোত বন্ধ কৰি ৰঘুকাই অধৈৰ্য্য হৈ কৈ উঠে—

'লাহ-বিলাহ ? সুখ আৰাম ? সেয়ে পৃথিবীত সকলো ? মীনাআইৰ জীৱনত সেয়ে সকলো ? আৰু একো নাই··· ?'

'আৰু কি লাগে ?

'কি লাগে ! নিজৰ সেই মনটোকে এবাৰ সুধি চা, অঞ্জন . ।'

'মনটোক ?' অঞ্জনৰ মুখত বিচিত্ৰ হাঁহি এটা দেখা দিয়ে— '...মন বোলা সম্পদ টোৱেই যে মোৰ লাহে লাহে নাইকীয়া হৈ আহিছে ৰঘুকা ! ৰঙে, ৰূপে, ৰসে ভৰা মোৰ এদিনৰ মনটো এই অভিশপ্ত চকু দুটাৰ লগে লগে . '

কথা সমাপ্ত নকৰা কৈয়ে হঠাৎ অঞ্জনে অধৈৰ্য্য আকুলতাৰে ৰঘুকাৰ হাতখন খামুচি ধৰেহি—

'বল ৰঘুকা। আমি যাওঁ গৈ। মই আৰু ইয়াত এনেকৈ থাকিব পৰা নাই। ইমান চেষ্টা কৰিও একো এটাই আঁকিব পৰা নাই—মনটো কোনোমতেই বহুৱাব পৰা নাই মোৰ সাধনাত। মোৰ দেখিছো সকলো অসমাপ্ত হৈয়ে থাকি যাব। নাই আৰু মনোবল—নাই প্ৰেৰণা। নাই যে নাই একো এটাই নাই। আজি যদি ..'

'কি ?'

'ওচৰত মীনা থাকিল হেতেন... !'

'আজি আক্ষেপ কৰিছ ? যি দিনা এই কথা ভাবিব লাগিছিল সেইদিনা কি কৰিছিলি ? মোৰ কথা, মীনাৰ চকুলো অগ্ৰাহ্য কৰি তইয়ে মোৰ মীনাআইক এই ঘৰৰ পৰা আঁতৰ হৈ যাবলৈ কোৱা নাছিলি নে ?'

'কৈছিলো '

কৈছিলো ?' অসহায় ক্ৰোধত ৰঘুকাৰ মাতটো কঁপি উঠে - '...সেই দিনাৰ কথা মনত পৰিলে তোক আজিও তোৰ এই অবস্থাতো ক্ষমা কৰিবৰ মন নেযায়। কিয় কৈছিলি... ?'

'তই ভাল কৈয়ে জান কিয় ? মীনাই অপমান কৰিছিল মোৰ শিক্ষাক—মোৰ সকলো যুক্তিক।'

'যুক্তি ? কিহৰ যুক্তি ?'

'সকলো, কিয় মীনাই নুবুজিলে প্ৰতিভাই সকলো নহয়। কিয় ? কিয় মীনাই স্বীকাৰ নকৰিলে এই মানুহৰ পৃথিবীত, মানুহৰ মাজৰে এজনাৰ সুখৰ আনন্দৰ হাঁহি যিমানেই সত্য, আন এজনাৰ দুখৰ চকুলোও সিমানেই সত্য।

তাৰ এটাক এৰি আনটোৰ জয়গান কৰিলেও কোনোটোৱেই সম্পূৰ্ণ হব নোৱাৰে। সি ভুল - সি প্ৰৱঞ্চনা...।'

'সেইবোৰ মই নুবুজো অঞ্জন।' ৰঘুকাৰ কথাৰ মাজেদি ফুটি ওলাই তাৰ শাৰীৰিক ক্লান্তি—মানসিক ক্লান্তি।—

'সেইবোৰ ভুল হওক, শুদ্ধ হওক, ডাঙৰ হওক, সৰু হওক, তাতকৈ ঢেৰ বেচি ডাঙৰ—ঢেৰ বেছি মূল্যবান তহঁত দুটাৰ জীৱন। কিন্তু এনে ভাৱে তাক ধ্বংশ কৰিব খুজিছ মূল্যহীন, তুচ্ছ কেইখন মান ছবিৰ কাৰণে... ?'

'তুচ্ছ ? মূল্যহীন ছবি ? তয়ো তেনেকৈ ভাৱিব পাৰিলি ? তোৰ গুচৰত মূল্যহীন আমাৰ শিল্প, সাধনা, সকলো ? তই ছবিৰ কি বুজ ?'

'একো নুবুজো.—একো বুজিবও নোখোজো। মই মাথো বুজো তহঁত দুটাক। বুজো তহঁত দুটাৰ প্ৰতি কঢ়িয়াই লৈ ফুৰা মোৰ বুকুৰ এই মৰম। বুজো তহঁত দুটাৰ অন্তৰ দুখনক। ..ইটোৰ সিটোক নহলে নচলে। এটাক নহলে আনটোৱে দুপৰ নীশা নিৰলে চকুলো টোক। তই—তই নিজেই তাকে কৰা নাই নে...?

হঠাৎ চক্ খাই উঠাৰ দৰেই অঞ্জনে অস্ফুৎ মাতেৰে প্ৰতিবাদ কৰে—

'মই...?'

'ওঁ, তই ! বাহিৰত যিমানেই কঠোৰ হৈ দেখুৱাব লাগিলে, মীনা গুচি যোৱা দিন ধৰি তোৰ ভিতৰত কি চলিছে তাক মই জানো অঞ্জন ! চকুৰ বিষৰ দোহাই দি তই মোক কিমান ফাঁকি দিবি ?...তথাপি-তথাপি মই ভাবি নেপাওঁ কিহৰ কাৰণে ? কিহৰ কাৰণে তহঁতৰ এই বিচ্ছেদ...?'

'হয়তো আমাৰ ভালৰ কাৰণেই ..।'

'ভালৰ কাৰণে ? কাৰ ভালৰ কাৰণে ?'

'আমাৰ। মোৰ-মীনাৰ।...আমি শিল্পী। অথচ আমাৰ আদৰ্শ বেলেগ হৈ গল। দুয়োৰে বেলেগ বেলেগ আদৰ্শক একেলগে, একেখন ঘৰত থাকি সাৰ্থক কৰি তুলিবলৈ গৈয়ে আমাৰ মাজত সেই শৈশৱৰ পৰাই এই অন্তহীন সংঘাত। দৈনন্দিন জীৱনত প্ৰতি নিয়ন্ত্ৰ, সেই সংঘাতৰ মাজত সাধনাক জীৱাই ৰাখিব নোৱাৰি ৰঘুকা !'

'সেয়ে তই মীনাক ঘূৰাই নানিলি ? অগ্ৰাহ্য কৰিলি মোক, অৱজ্ঞা কৰিলি মীনাৰ চকুলোক ? তেন্তে আজি কিয় মীনাক বিচাৰিছ ?'

'আজি যে মোৰ আৰু একো নাই। সাধনা, আদৰ্শ, দেহ সকলো যে পঙ্গু হৈ যাব খুজিছে...!'

'সেয়ে মীনাক আজি লগা হল ?...মীনাক স্বাৰ্থপৰ কব ? আচলতে স্বাৰ্থপৰ তই—নিৰ্দয় তই।...আৰু সেই মীনা! তাইয়ে বা কি কম ? তহঁত দুটাৰ কোনটোৱেই বা মোক সুখেৰে থাকিবলৈ দিছ ? অলপ শান্তিত থাকিবলৈ দিছ...? তহঁত দুয়োটাই স্বাৰ্থপৰ...

'..যি গৰাকী মানুহে সংসাৰৰ ধূলিৰ মাজৰ পৰা বুটলি আনি তোক আশ্ৰয় দিলে—মীনাক আশ্ৰয় দিলে, ডাঙৰ দীঘল কৰি ডেকা-গাভৰু কৰি তুলিলে, যাৰ ঘৰত জীৱনৰ ত্ৰিশটা বছৰ পাৰ কৰি, এই ৰঘু বুঢ়া হৈ গল, সেই ঘৰৰ পৰা তহঁত হালতো পলাই আহিলিয়েই লগতে মোকো আহিবলৈ বাধ্য কৰিলি...।'

'তোক পলাই আহিবলৈ আমি বাধ্য কৰিছিলো ?'

'আৰু কি ? তহঁতে ভালকৈয়ে জান, তহঁতক এৰি মই আঁতৰি থাকিব নোৱাৰো। তহঁতৰ দুখ দেখিলে, তহঁতৰ চকুত পানী দেখিলে মই সহিব নোৱাৰো। তাক তহঁতে ভালকৈয়ে জান, সেয়ে সুবিধা ললি···?'

'সুবিধা ললো··· !'

'মনে মনে থাক ! আৰু কেনেকৈ লব লাগে ? তথাপি -তথাপি সকলো মুৰ পাতি ললো হেতেন। কিন্তু মইনা আইদেউৰ ঘৰ এৰি আহি আমাৰ কিটো লাভ হল ! আজি তই এঠাইত, মীনা আন এঠাইত। তোৰ ওচৰত থাকিলে তাইৰ কথা ভাবি ভাবি অস্থিৰ হৈ তাইৰ ওচৰলৈ লৰি যাওঁ। তাইৰ ওচৰত থাকিলে তোৰ চিন্তাত চপলিয়াই ঘূৰি আহোঁ ইয়ালৈ।···তইয়ে কচোন অঞ্জন, এই বুঢা বয়সত এইটো দেহালৈ মই যদি এনেকৈ চপলিয়াই থাকিবলৈকে হয়, তেন্তেময়ে বা জীয়াই থাকো কোনটো সুখত···?'

ৰঘুকাৰ অভিযোগ বোৰ শুনি অঞ্জনৰ মনটো কোমল হৈ আহে। উপলব্ধি কৰে নিজৰ সকলো অন্যায়, অবিচাৰ, সকলো অবিবেচনাৰ কথা। লাহে লাহে সকলো স্বীকাৰ কৰি কৈ যায়—

'ৰঘুকা তই ঠিকেই কৈছ। আমি দুয়ো সঁচাই স্বাৰ্থপৰ ! আমাৰ আশ্ৰয়-দাত্ৰী মাহী আইৰ কথা নেভাবিলো, মহাদেউৰ কথা নেভাবিলো, আনকি তোৰ কথাও এবাৰো নেভাবিলো। ভাবি আহিছো মাথো নিজৰ কথা। আমাৰ শিল্প সাধনা জীয়াই ৰখাৰ কথা। সঁচাই—আমি দুয়ো সঁচাই স্বাৰ্থপৰ...।'

'অকল স্বাৰ্থপৰেই নহয় —তহঁত দুয়োটাই, উন্মাদ—বলিয়া। বলিয়া নহলে কোনেও, কোনো সুস্থিৰ সংযত মানুহে সামান্য ছবি দুখন অকা মেলালৈ, দুটা উঠি অহা সুন্দৰ জীৱন এনেকৈ ধ্বংশ কৰিবলৈ নেযায়···।'

সুন্দৰ জীৱন ?' সুন্দৰ হৈ আৰু থাকিল কত ৰঘুকা ?...তই ঠিকেই কৈছ, আমি দুয়ো হয়তো সঁচাই উন্মাদ্। পৃথিবীৰ সকলো শিল্পীয়েই হয়তো উন্মাদ।···তথাপি···তথাপি···'

কথাৰ লগতে ৰঘুকাৰ ওচৰৰ পৰা দুখোজ আঁতৰি যায় অঞ্জন। মুখৰ অস্ফুট কথাত ফুটি উঠে গভীৰ মনো বেদনা—

'...তথাপি শিল্পী মীনাৰ উন্মাদনাৰ আজিও এটা লক্ষ্য আছে—মাথো লক্ষ্য হেৰাই গৈছে মোৰ। তয়ো হয়তো মোৰ এই দুখ নুবুজিব ৰঘুকা ..।'

অঞ্জনৰ কথা শুনি গভীৰ মমতাৰে ৰঘুকাৰ বুকুখন ভৰি যায়। ওচৰলৈ আহি মৰমেৰে অঞ্জনৰ হাতখন খামুচি ধৰে —

'অঞ্জন। তহঁতৰ ছবি লৈ ডাঙৰ ডাঙৰ কথা হয়তো মই নুবুজো, কিন্তু বুজু তহঁতক—তহঁতৰ দুখক, তহঁতৰ সুখক ··।'

শান্ত হৈ অহা পৰিবেশটো আকৌ ভাঙ্গি দি অঞ্জনে হঠাৎ অধীৰ ভাৱে চিঞৰি উঠে---

'ৰঘুকা বল, ইয়াৰ পৰা আমি যাওঁগৈ বল !'

'কলৈ যাবি ? মীনাৰ ওচৰলৈ ?'

'নহলে আৰু কলৈ —কাৰ ওচৰলৈ যাম ?' অঞ্জনৰ কথাত ৰঘুকাৰ মুখখন হঠাৎ উজ্জ্বল্ হৈ উঠে —

'সেয়ে হওক –সেয়ে হওক অঞ্জন। মই যে দিনে নিশাই তাকেই কামনা কৰি আহিছো। ইয়াতেই হওক, নহয় সুমিত্ৰা হ'তৰ ঘৰতে হওক তহ'ত দুয়ো আকৌ লগ হ'। মইনা আইদেউৰ আজন্মৰ হেপাহ সাৰ্থক হওক। আৰু দুয়ো অ'তাৰি নেথাকিব,...বল আজিয়েই –এতিয়াই যাওঁ বল... ।'

ক্ষন্তেক আগৰ উৎসাহ অস্থিৰতাৰ পৰিবৰ্তে হঠাৎ স্তব্ধ হৈ পৰা অঞ্জনৰ আকস্মিক নিষ্ক্ৰিয়তা লক্ষ্য কৰি ৰঘুকাৰ বিস্ময়ৰ সীমা নেথাকে—

'কি হল ? থমকি ৰলি কিয়...?'

'মোৰ ভুল হৈছিল…'

'কিনো কৈছ অ' ? কি ভুল হৈছিল ?'

'মীনাৰ ওচৰলৈ মই আৰু যাব নোৱাৰো। মোৰ কোনো অধিকাৰ নাই।'

'তোৰ হল কি ? এইবোৰ কি কৈছ তই ?'

'ঠিকেই কৈছো।…মীনা আজি প্ৰতিস্থিত। মীনা ইয়াতেই থাকি যাওক, সুখী হওক, সাৰ্থক হওক মীনাৰ সাধনা। মই কেতিয়াও ব্যাঘাত নঘটাওঁ।…বল ৰঘুকা ! আমি দুয়ো অকলেই যাওঁ গৈ ।'

অঞ্জনৰ কথা একো ধৰিব নোৱাৰি ৰঘুকা বিবুদ্ধি হৈ পৰে--

'মীনাৰ ওচৰলৈ নহয় যদি আমি যাম কলৈ ?'

'এদিন যৰ পৰা আমি তিনিও পলাই আহিছিলো তালৈকে ৰঘুকা !…লুইতৰ পাৰৰ কহুৱা বননীৰে ভৰা সেই সৰু অজ্ঞাৎ 'সৰুচাপৰি' গাওঁলৈ। ..যত মাহীআই আছিল, মহাদেউ আছিল, যত ত্ৰিশটা বছৰ তই আছিলি…।'

অঞ্জনৰ কথাত অনাস্বাদিত আনন্দৰে ৰঘুকাৰ মনটো বহু দিনৰ মুৰত নাচি উঠে—

'স'চাই অঞ্জন ? স'চাই তই তালৈ ঘূৰি যাবি ?'

'যাম। মোৰ আজিকালি প্ৰায়ে সেই ঘৰখনলৈকে বেচিকৈ মনত পৰা হৈছে। চকুৰ সমুখত প্ৰতি মুহূৰ্ত্তে ভাহি থাকে আমাৰ শৈশৱৰ, আমাৰ কৈশোৰৰ সেই লীলাভূমিৰ ছবিটো। মনত পৰে, ক'হুৱা বননীৰে ভৰা আমাৰ সেই সেউজীয়া অজ্ঞাৎ পৃথিবীখনৰ দিনবোৰ –যত এদিন বিচাৰি পাইছিলো মীনাক, বিচাৰি পাইছিলো শিল্পক—বিচাৰি পাইছিলো আমাৰ কুমলীয়া চিৰ সেউজীয়া জীৱনৰ সুমধুৰ সত্ত্বাক। যিটো জীৱন মাথো ভৰি আছিল গীতৰে—হাঁহিৰে—সহশ্ৰ ৰঙেৰে ! ৰঘুকা ! যৰ আকাশে, বতাহে চৌ দিশে মাথো ভৰি আছিল কেৱল পোহৰ—পোহৰ--বহুত পোহৰ। সেই পোহৰৰ দেশলৈকে আজি তই মোক লৈ বল ৰঘুকা !—নিবি—?

'নিম অঞ্জন। আমি তালৈকে যাম। এযুগ আগতে যিখন ঘৰৰ, যি গৰাকী মানুহক চুৰান্ত আঘাত দি আমি গুছি আহিছিলো, সেই মইনা আইদেউৰ ওচৰলৈকে আমি আকৌ ঘূৰি যাম অঞ্জন !'

মনৰ আবেগত উটি যাব খোজা অঞ্জনক যেন ৰঘুৰ কথা কেইটাই হঠাৎ সচেতন কৰি দিয়ে। আচম্বিতে চ'ক খোৱা মানুহৰ দৰেই কৈ উঠে—

'কি কলি ? মইনা আইদেউ ? নহয়…নহয় ৰঘুকা ! সি আৰু সম্ভৱ নহয় . !'

'কেলেই নহয় ? আমি তালৈকে যাম। যিমানেই অপৰাধ কৰো লাগিলে, মই জানো তেওঁলোকে আমাক নিশ্চয় ক্ষমা কৰিব।'

'ক্ষমা কৰিব ? মাহী আইয়ে···?'

'কিয় নকৰিব ?'

'নকৰে ৰঘুকা। কোনো দিন আৰু মাহীআইয়ে আমাক—অন্ততঃ মোক ক্ষমা নকৰে। ক্ষমা কৰাৰ কোনো সুবিধাই মই তেওঁক নিদিলো···।'

'তই নো এইবোৰ কি কৈছ অঞ্জন! ইয়াৰ মানে ?'

'মানে ?···মানে মাহীআই আৰু এই পৃথিবীত নাই ৰঘুকা···!'

অঞ্জনৰ কথাত বজ্ৰাহতৰ দৰেই খন্তেক থৰ্ হৈ থাকি পাচ মুহূৰ্ত্ত ৰঘুকাই আৰ্ত্তনাদ কৰি উঠে—

'কি কলি তই ? মইনা আইদেউ আৰু নাই ?'

কঁপি কঁপি ৰঘুকা মাটিত বহি পৰে। কোনো মতেই হৃদয়ঙ্গম কৰিব নোৱাৰে অঞ্জনৰ কথা—

'সঁচাই ৰঘুকা! চাৰি বছৰ আগতেই, আমি কলিকতাত থকা কালতেই ঢুকাল। মই তহঁতক কোৱা নাছিলো···।'

অপৰিসীম বেদনাত ৰঘুকাৰ ডিঙিৰ পৰা ভঙা ভঙা বিকৃত মাতটো ওলাই আহে—

'কিন্তু কিয় ? কিয় এনেকুৱা এটা খবৰ তই আমাক দিয়া নাছিলি ?'

'দিয়া হলে তহঁতে দুখ পালি হেতেন। মীনাই কান্দিলে হেতেন। অনাৱশ্যক কষ্ট পালে হেতেন। গঢ় লৈ উঠা আমাৰ শিল্প চৰ্চ্চাত ব্যঘাত হল হেতেন··· ।'

অঞ্জনৰ কথা শুনি ৰঘুকাৰ আৰু সহ্য নহয়। দুৰ্ব্বাৰ খঙত চিটিকি উঠি আহে অঞ্জনৰ সমুখলৈ। জীৱনত যিটো কাম কল্পনাতীত আছিল, এই মুহূৰ্ত্ত ঠিক তাকে কৰিবলৈকে হাত এখন ৰঘুকাই তুলি লয় অঞ্জনক মাৰিবলৈ—ক্ষন্তেক অপেক্ষা কৰি অঞ্জনে লাহে লাহে কৈ যায়—

'মাৰ ৰঘুকা! অন্ততঃ এবাৰলৈ মোক মাৰ! শৈশৱৰে পৰা বহুত জমা হৈ আছে এই ধাৰ,···কি হল, ৰলি কিয় ?'

ৰঘুকাৰ হাতখন অৱশ হৈ নামি আহে তললৈ। মৰাৰ পৰিবৰ্ত্তে তাৰ বুঢ়া চকু দুটা ভৰি উঠে অসহায় চকুলোৰে। ওঠ ফুটি ওলাই আহে বেদনা বিহ্বল ধিক্কাৰেৰে—

'···ব্যঘাত হল হেতেন ? তই, তই···উস্ ভগবান!···যি জনী মানুহে তোৰ মুখত ভাত তুলি দিছিল, সেই জনী মানুহ মৰি যোৱাত কৈয়ো তোৰ গুচৰত ডাঙৰ হল তোৰ ছবি ? তই···তই কি নিষ্ঠুৰ, কি পাষাণ অঞ্জন···।'

তল মুৰ কৰি অঞ্জন মনে মনে থাকে। যেন মুৰ পাতি স্বীকাৰ কৰি লয় ৰঘুকাৰ সকলো অভিশাপ।

'ঠিকেই কৈছ, মই সঁচাই পাষান! দয়া-মায়াহীন নিষ্ঠুৰ।···মনৰ উম্মাদনাত সেইদিনা হয়তো মানুহৰ বুকুৰ মৰম, দয়া মায়া, স্নেহ কৃতজ্ঞতা সকলো তুচ্ছ যেন লাগিছিল।···তাৰেই অভিশাপ আজি মোৰ এই চকু দুটা। চকুৰ দৃষ্টি থাকোতে সেইদিনা দেখা নাছিলো ৰঘুকা; আজি দেখা পাইছো মাহীআইক—দেখা পাইছো এজনী সন্তানহীনা বন্ধ্যা নাৰীৰ শূন্য অন্তৰ খনক! পৃথিৱীৰ ধুলিৰ মাজৰ পৰা বুটলি অনা, দুটা অনাথ শিশুক ত্যাগৰ মাজেৰে, বিশ বছৰ ধৰি খুৱাই পিন্ধাই ডাঙৰ-দীঘল কৰিছিল,—আমাক দুয়োকে জীৱনত

প্ৰতিশ্হিত কৰি, তেওঁৰ শূন্য ঘৰখন ভৰাই তোলাৰ স্বপ্ন দেখিছিল। মাহী-আইৰ সেই স্বপ্ন মই ভাঙি দিলো। আমাক হেৰুৱাই কান্দি কান্দি মাহীআই মৰি গল !...নাই, নাই, সেইখন ঘৰলৈকো আৰু মই ঘূৰি যাব নোৱাৰো। তহঁত দুয়ো যা গৈ। মই ইয়াতেই অকলে থাকি যাম। লাহে লাহে আন্ধাৰ হৈ অহা কোঠাৰ এই ক্ষুদ্ৰ পৃথিবীখনতেই মই এদিন একেবাৰেই হেৰাই যাম গৈ।...সেয়ে হব মোৰ যোগ্য প্ৰায়শ্চিত্ত !'

অনুতাপ-দগ্ধ অঞ্জনৰ বেদনা বোলোৱা কণ্ঠস্বৰ লাহে লাহে অস্পষ্ট হৈ আহে। ষ্টুডিঅৰ ভিতৰৰ লক্ষহীন পৰিবেশ আৰু সহ্য কৰিব নোৱাৰি, খোপিয়াই খোপিয়াই আগবাঢ়ি যায় নিজৰ শোৱনী কোঠালৈ ..।

'কলৈ গৈছ অকলে ? ৰহ, মই লৈ যাম তোক ..!'

'নেলাগে ৰঘুকা ! মোৰ চকুৰ পোহৰ এতিয়াও অলপ অলপ আছে। এই কোঠাৰ মাজৰ চিনাকি বাটবোৰ এতিয়াও হেৰাই যোৱা নাই—মাথো,—মাথো জীৱনৰ বাট টো হে মই হেৰুৱাই পেলালো...।'

বুকুৰ মাজত উথলি উঠা প্ৰবল ধুমুহাটো, সৰ্ব্বশক্তিৰে ৰোধ কৰিবলৈ চেষ্টা কৰে ৰঘুকাই। একে ঠাইতে ঠিয় দি, নিঃশব্দে চাই ৰয় অঞ্জন গুলাই যোৱা শূন্য দুৱাৰ খনলৈ ! বহু সময়ৰ পাচত যাবলৈ ঘূৰিয়েই ৰঘুকাৰ চকুত পৰে, বিশেষ 'ষ্টেন্দ্‌টোৰ' ওপৰৰ থাপনাত থকা বুদ্ধৰ মূৰ্ত্তিটো।

...থন্তেক স্থিৰ দৃষ্টিৰে সেই চিৰ মৌন, নিৰ্ব্বিকাৰ মুখ খনলৈ চাই চাই ৰঘুকাৰ অন্তৰৰ হতাশা খিনি, অভিযোগ হৈয়ে ওলাই আহে—

'ধূপ্ ধুনো— ফুল ফলৰ পবিত্ৰ নৈবেদ্য যাচি, অজীৱন মীনাই তোমাক পূজা কৰি আহিছিল—সেৱা কৰি আহিছিল। তাৰ প্ৰতিদান তুমি এনেকৈয়ে দিলা ? ...মীনা এইখন ঘৰৰ পৰা আঁতৰি যাব লগা হল। অঞ্জনৰ চকুৰ পোহৰ শেষ হৈ গল। তুমি একো কৰিব নোৱাৰিলা ? একো এটা নেদেখিলা ? তুমি—তুমিও কি..?'

লৰা-লৰিকৈ দুয়ো হাতেৰে নিজৰ মুখখন ৰঘুকাই সোপা মাৰি ধৰে। পাচত অপৰাধিৰ দৰেই লাহে লাহে কোঠাৰ পৰা ওলাই যোৱাৰ লগতে অস্ফুট মাতেৰে ক্ষমা খোজে- -

'...এই বুঢ়াৰ কথাত তুমি দায় নধৰিবা ভগৱান··· !'

## পাঁচ

চহৰৰ সীমা মূৰীয়া নিৰ্জন পৰিবেশত অৱস্থিত বঙলাটোৰ এদ্‌পাতিৰ চৌখিন দীঘল বেল্‌কনীত, মীনাৰ সকলো বাধা অগ্ৰাহ্য কৰি সুমিত্ৰাই নিজেই নিজৰ অভিৰুচী মতে সজাই দিছে মীনাৰ অস্থায়ী ষ্টুডিঅ'টো। প্ৰয়োজনীয় সকলো আহিলা-পাতিৰে নিখুত—পৰিপাতি!

সেই অস্থায়ী ষ্টুডিঅ'ৰে ইজেলৰ অৰ্দ্ধ সমাপ্ত ছবি খনৰ সন্মুখত, নীৰব-নিস্পন্দ ভাবে মীনা ঠিয় দি আছে।

ছবিখনৰ আৰম্ভনি কেতিয়াবাই হল, কিন্তু তাক ৰং তুলিকাৰে সম্পূৰ্ণ কৰিবলৈ মীনাৰ উৎসাহ যেন স্তিমিত হৈ পৰে। প্ৰয়োজন বোধো আৰু নকৰে। 'পেলেটত্' লোৱা ৰঙৰ পৰিবৰ্ত্তে, মনৰ ৰঙেৰেই সেই ছবি কাহানিবাতে সম্পূৰ্ণ হৈ আছে।

সুখ্যাতি নাম যশস্যাৰে সুপ্ৰতিস্থিত এগৰাকী শিল্পীৰ গুচৰত এতিয়া আৰু তেনে ছবি আঁকিবলৈ লোৱাৰ আৰু কোনো মানে নহয়—মূল্যাঙ্কনো নহয়...।

তথাপি কোনোবা হেৰাই যোৱা অতীজৰ পৰাই মনৰ পটত যুগমীয়া হৈ থকা ছবিখনেই কোনোবা টলকত আপোনা-আপুনি আত্ম প্ৰকাশ কৰিছিল মীনাৰ হাতৰ তুলিকাৰ আগত--

'.. পাৰ নেদেখা সীমাহীন লুইতৰ পাৰৰ সেই একেটা পুৰণা গৰা, গুচৰত দীঘল কাঠডাল। উন্মুক্ত নীলিম আকাশৰ তলত, সেউজীয়া গছৰ ছাঁই ছাঁই দেখা দিয়া কহুৱা বননীডৰা। তাৰ লগত মিহলি হৈ আছে কৈশোৰৰ সেই স্বপ্ন মালা, যুগ্ম গীতৰ সুমধুৰ সুৰধ্বনি! '...দুয়োৰে সেই সেউজীয়া খুদ্ৰ পৃথিবীত এদিন সৰু এখনি ঘৰ হব, ছবিয়ে ছবিয়ে দীগন্ত উপচি যাব,... দুয়োৰে জীৱন ধন্য হব,...পৃথিবী সুন্দৰ হব...!'

ইজেলৰ প্ৰাণহীন, ৰূপহীন আকৃতিহীন মৌন কেন্‌ভাচৰ মৃত ৰং বোৰলৈ মীনাই চাই থাকে। লাহে লাহে মীনাৰ সমগ্ৰ সত্ত্বা অভিভুত কৰি সেই মৃত ৰঙ বোৰেই যেন ৰঙে ৰূপে জীৱন্ত হৈ উঠে ক্ৰমাত মুখৰ হৈ উঠে। চৌদিশে প্ৰতিধ্বনি তুলি মীনাৰ অন্তৰত, মনৰ গভীৰত কঁপনি তুলি যেন হঠাৎ কিশোৰ অন্তৰে গাই উঠিছে সেই গীত -'...ৰঙে ৰঙে দীগন্ত উপচি যাব—পৃথিবী সুন্দৰ হব ..!'

সেই কিশোৰ কণ্ঠৰ সুৰ-ধ্বনি অস্পষ্টৰ পৰা ক্ৰমাত স্পষ্ট হৈ, বিস্তৃত হৈ সৰ্ব্বশেষত জগতযোৱা আৰ্ত্তনাদ হৈ মীনাৰ কান দুখন যেন থকা সৰকা কৰি দিয়েহি- ।

মীনাই চৎফৎ কৰি উঠে। সেই সুৰধ্বনি আৰু সহ্য কৰিব নোৱাৰি, দুয়ো হাতেৰে নিজৰ কান দুখন ঢাকি লৈ ইজেলৰ গুচৰৰ পৰা চিৰ্টাকি দূৰলৈ আঁতৰি

আহে। অন্তৰৰ অন্তস্হলৰ পৰা যেন মীনাৰ অন্তৰাত্মাই আকুল হৈ চিঞৰি উঠে—

'...বন্ধ কৰা! বন্ধ কৰা অঞ্জন! সেই গীত আৰু তুমি নেগাবা।...পৃথিবী সুন্দৰ হব ..? মিছা মিছা! তুমিয়েই তাক অসুন্দৰ কৰি দিলা। আমাৰ কৈশোৰৰ সেই গীত লহৰী -ভৱিষ্যত স্বপ্ন মালা তুমিয়েই চূৰ্ণ কৰি দিলা। আপোন ইচ্ছাত বৈ অহা আমাৰ জীৱনৰ গতিটো, কিয়? কিয় বাৰু তুমি এনেভাৱে ৰুদ্ধ কৰি দিলা...?'

'কোনে ৰুদ্ধ কৰিলে? কাৰ দোষত সি ৰুদ্ধ হৈ গল...?'

মীনাই ভয়ংকৰ ভাৱে উচাপ্ খাই উঠে। ধাৰণা হয়, পাচফালে ইজেলত থকা কেন্‌ভাচৰ বুকুৰ সেউজীয়া ভূখণ্ডৰ মাজৰ পৰাই যেন সেঁা-শৰীৰে আত্ম প্ৰকাশ কৰি অঞ্জনে প্ৰতিবাদ কৰি উঠিছে। ঘূৰি চাবলৈ মীনাৰ সাহ নহয়। তথাপি কব নোৱাৰাতে তৎক্ষণাত প্ৰত্যুত্তৰ দিয়ে -

'তোমাৰ—তোমাৰ দোষত...!'

'মোৰ দোষত? আৰু তুমি সকলো দোষৰ উৰ্দ্ধত? তুমি তাকে কব খোজা?'

'মই একো কব নোখোজো অঞ্জন!' আতুৰ হৈ মীনাই একেৰাহে কৈ যায় -

'কিন্তু মোৰ ওচৰত সদায় তুমি যি দাবী কৰি আহিছা সি অন্যায়।'

'অন্যায়? কিহত অন্যায় দেখিলা?'

'প্ৰতি খোজত! কিয় তুমি পাহৰি যোৱা, শিল্পী হিচাবে মই আজি প্ৰতিস্হিত—স্বীকৃত...!'

'জানো, জানো!' অসহ্য বিৰক্তিত যেন 'অদৃশ্য' অঞ্জনৰ কণ্ঠস্বৰ বিকৃত হৈ উঠিছে—

'মান, সন্মান, অৰ্থ, যশষ্যা তুমি বহুত পাইছা। কিন্তু সেয়ে জানো সকলো...?'

'আৰু কি পাব লাগে?'

অদ্ভুত এটা মানসিক পৰিস্হিতিত পৰি মীনাই পাহৰি যায় যে এই সকলো বাদানুবান নিতান্তই কল্পনা প্ৰসূত- চুৰান্ত ভাৱে অবাস্তৱ...। তথাপি মীনা ক্ষ্যান্ত হব নোৱাৰে—ক্ষ্যান্ত নহয় কেন্‌ভাচৰ অঞ্জন! গভীৰ প্ৰত্যয় লৈয়ে যেন তেওঁ কৈ যায়—

'বহুত, আৰু বহুত পাব লাগে। অৰ্থ, খিয়াতী, স্বীকৃতিত কৈয়ো যিটো ডাঙৰ, যিটো মহান, যিটো...'

'কি সেইটো?'

অঞ্জনক শেষ কৰিবলৈ নিদি মীনাই মুখৰ ওপৰতে ধৰাত মুহূৰ্ত্তে যেন অঞ্জনৰ কণ্ঠস্বৰৰ পৰিবৰ্ত্তন ঘটে। লাহে লাহে অতি কোমল সুৰত অসহায় ভাৱে কৈ উঠে—

'কব নোৱাৰো—কব নোৱাৰো মীনা! মোৰ কল্পনাৰ সুবৰ্ণ বলয় ভেদ কৰি মই বিচাৰিছো এটা পথ—এটা নতুন 'মিডিয়াম্'! যিটোৰ মাজেৰে মানুহে বুজিব মোৰ ছবিৰ অন্তৰ নিহিত কথা—বুজিব মোৰ ৰঙৰ ভাষা।...ক্ষুদ্ৰ ক্ষুদ্ৰ লোভ, মোহ, স্বাৰ্থৰ নাগপাশত বন্দী আজিৰ জগত খনত, যি ৰঙৰ অব্যক্ত বানীৰ মাজেৰে, মানুহে নতুন কৈ আৱিস্কাৰ কৰিব পাৰিব নিজক—নিজৰ

মনুষ্যত্বক।...আত্ম সৃষ্টিৰ বলেৰে, বহুত বহুত পাপৰ পলশত সোমাই পৰা এই পৃথিবীখনক হয়তো নতুন কৈ তুলি ধৰিব পাৰিব—সুন্দৰ কৰিব পাৰিব…'

'বুজিলো, কিন্তু মই কি কৰিব পাৰো ?'

'সহায় কৰিব পাৰা। সেই পথ, সেই মিডিয়াম্' বিচাৰি উলিয়াবলৈ তুমি মোক সহায় কৰিব পাৰা।...আহ্‌'! মীনা! ইমান দিন আমি যি শিকিলো, যিবোৰ আকিলো সি ভ্ৰান্ত, সি মিছা, সি ক্ষয়িষ্ণু! স্থায়ী মূল্য তাৰ একো নাই। সেইবোৰ এৰি আকৌ আমি নতুন কৈ… '

'নতুন কৈ কি ?.. চোৱা অঞ্জন! তুমি মোত কৈ বহুত উচ্ছ বহুত প্ৰতিভাশালী শিল্পী, কিন্তু 'ৰিফৰমাৰ নোহোৱা। এইবোৰ অনাৱশ্যক বলিয়ালী নকৰিবা- !'

'বলিয়ালী ?'

'নহয় কি ? যিটোৰ কোনো স্থিতি নাই, যিটো অলীক, যিটো কেৱল তোমাৰ অদ্ভুৎ স্বপ্ন বিলাস, তাৰ কাৰণে মোৰ সকলো শিল্প চৰ্চ্চা এৰি তোমাৰ লগত বিবাগী হৈ ময়ো ঘূৰিব লাগিব ?'

'নহয় মীনা তুমি বুজা নাই…'

'বুজিছো বুজিছো, কিন্তু মোক ক্ষমা কৰিবা, মই নোৱাৰিম !'

'অহ্ ! সেয়ে তেন্তে তোমাৰ শেষ কথা ?

'ধৰি লোৱা, সেয়ে —!'

'বেচ্ ! তেন্তে আৰু মোৰ লগত কিয় ? এটা বলিয়াৰ লগত কিয় ? যোৱা আঁতৰি যোৱা ..!'

'আঁতৰি যাম ? এইবোৰ তুমি কি কৈছা ?'

'ঠিকেই কৈছো।'

'কিন্তু আঁতৰি মই কলৈ যাম ? তোমাক এৰি মই কেনেকৈ যাম ? এই পৃথিবীত তুমিয়েই যে মোৰ একমাত্ৰ আপোন… ।'

বিকৃত মাতেৰে অঞ্জনে খঙত চিঞৰি উঠে—'নহয়! মই কাৰো আপোন নহয়। যি আপোনৰ মৰ্য্যাদা ৰাখিব নেজানে, মই তাৰ আপোন কেতিয়াও নহয়। যোৱা যোৱা, তোমাৰ মুখ আৰু মোক কোনো দিন নেদেখুৱাবা...।'

আকস্মিক ব্যথাত মীনায়ো আকুল হৈ চিঞৰি উঠে- -

' অঞ্জন! অঞ্জন! এইয়া তুমি কি কৰিলা ?'

কল্পনাৰ নাটকীয় মুহূৰ্ত্তটো হঠাৎ চুৰমাৰ্ হৈ যায়—সম্পূৰ্ণ লুপ্ত হৈ যায় খন্তেকীয়া মতিভ্ৰম তথাপি বহু যোজন আঁতৰত থকা, সুমিত্ৰাৰ ঘৰৰ বৰ্ত্তমান মুহূৰ্ত্তৰ বাস্তৱ পৰিবেশৰ মাজতো নিজকে হেৰুৱাই পেলোৱা মীনাই সম্বিত ঘূৰাই পাই। নিজক আৰু সংযত কৰি ৰাখিব নোৱাৰে। অপৰিসীম বেদনাত অসহায় মীনাই এইবাৰ স'চাকৈয়ে কান্দি উঠে- -

'মীনা ! মীনা… !'

মীনাই কিন্তু কান্দিবলৈকো আৰু সময় নেপাই। ঘৰৰ ভিতৰ ফালৰ পৰা ক্ৰমাত ওচৰ চাপি অহা সুমিত্ৰাৰ কণ্ঠস্বৰ শুনি লৰা-লৰিকৈ আঁচলৰ আগেৰে চকুৰ পানী খিনি মচি পেলাই সংযত হবৰ চেষ্টা কৰে।

সুমিত্ৰাৰ ধুনীয়া অবয়বৰ শ্ৰেষ্ঠ আকৰ্ষণ, অসম্ভৱ দীঘল চুলিকোচা বুকুৰ

ওপৰত পেলাই লৈ, তাৰ ওপৰত লাহে লাহে ফনীখন চলাই চলাই অলস মন্থৰ গতিত কোঠালৈ সোমাই আহিয়েই মীনাৰ ফালে চকু যোৱাত, দুৱাৰ মুখতে থমকি ৰৈ পৰে।

অৱস্থাটো বুজিবলৈ সুমিত্ৰাৰ এটা মুহূৰ্ত্তও নেলাগে। দেখি দেখি সুমিত্ৰাৰ ওচৰত সি পুৰণা হৈ উঠিছে। সেয়ে গধুৰ পৰিবেশটো গাম্ভীৰ্য্যৰে আৰু বেচি গধুৰ কৰি তোলাৰ পৰিবৰ্ত্তে আজি কালি হাঁহি, কৌতুক, বিদ্রুপৰ মাজেৰে পৰিস্থিতিটো পাতল কৰি মীনাক স্বাভাৱিক কৰি তোলাতে সুমিত্ৰাৰ বেছি আগ্রহ।

এই মুহূৰ্ত্তটোও ওঠত খেলাই থকা হাঁহিটো চেপি লৈ, দুখোজ মীনাৰ ফালে আগুৱাই গৈ কেৰাহীকৈ এবাৰ মীনাৰ মুখলৈ চাই আৰ্তিৰ অহাৰ লগে লগে লাহে কৈ প্ৰশ্ন কৰে—

'আজি আকৌ কি হল… ?'

লৰা লৰিকৈ মীনাই খুব স্বাভাৱিক হোৱাৰ চেষ্টা কৰি উত্তৰ দিয়ে—

'কি হোৱা দেখিলি ?'

'নাই! নতুন আৰু কি দেখিম ? দেখিছো তোৰ সেই পুৰণা চকুযোৰ— দেখিছো তাৰপৰা নতুন কৈ ওলোৱা পানীৰ টোপালটো…।'

'সেইয়া তোৰ চকুৰ ভুল !'

'হয় নেকি ?' চুলিৰ ওপৰত ফনী চলাই চলাই, কোঠাৰ মাজত তহল দি লাহেকৈ কৈ যায়—

'ভুল মোৰ নহয়—ভুল মোৰ চকুৰো নহয়। কিন্তু তই যে তোৰ জীৱনটো লৈয়ে ভুল কৰি পেলাইচ মীনা ! মই ভাবি নেপাওঁ কিয় ? ছবি আৰু তাৰ আদৰ্শ লৈয়ে তহঁত দুয়োৰে মাজত এই সংঘাত, অথচ তই যদি ছবিকে আঁকিবলৈ এৰি দিছ, তেন্তে তহঁতৰ এই বিচ্ছেদৰেই বা প্রয়োজন কি আছিল ?'

খিড়িকীৰ কাষৰ পৰা ঘূৰি চাই মীনাই সুমিত্ৰাৰ ফালে এখোজ আগুৱাই আহে—

'মই ছবি আঁকিবলৈ এৰি দিছো ? সেয়ে যদি হয়, তেন্তে সৌখন মোৰ ইজেলত কি আছে ?'

'দেখিছো, দেখিছো। কব নেলাগে। কোনোবা যুগতে আৰম্ভ কৰা তোৰ ছবিৰ সেই কঙ্কাল আজিও কঙ্কাল হৈয়ে আছে। বৰ্ত্তমান তোৰ গতি-গোত্ৰ যি দেখিছো, তালৈ চাই তোৰ ইজেলৰ সেই কঙ্কাল কঙ্কাল হৈয়ে ৰব। ছবি আৰু কাহানিও হৈ নুঠে।'

'কিয় নুঠিব ?'

'কেনেকৈ উঠিব ? হাতত ৰং তুলি লৈ ইজেলৰ সমুখত থিয় দি থাকিলেই আপোনা-আপুনি ছবি শেষ হৈ নেযায় মীনা !…তই নিজে এঠাইত, আৰু মনটো প্ৰতি মুহূৰ্ত্তে আন এঠাইত, তেন্তে পেলেটত সেই ৰং বোৰ উলিয়াই লোৱাৰ সাৰ্থকতা ক'ত ? অঞ্জনক এৰি যদি থাকিবৈ নোৱাৰ, তেন্তে মোৰ ওচৰত থাকিবলৈ আহিছিলি কিয় ?'

উপায়হীন হৈয়ে যেন মীনাই হঠাৎ কৈ পেলাই—

'অঞ্জনে মোক ঘৰৰ পৰা উলিয়াই দিছে।'

'মনে মনে থাক! উলিয়াই দিছে? গোটেই জীৱনটো দুয়ো একে লগে কটাই, অঞ্জনৰ সকলো চুৰান্ত ভাৱে জানিও, মুহূৰ্ত্তৰ উত্তেজনা একনকে এক-মাত্ৰ সত্য বুলি ভাবি ললি? আৰু মোকো তাকেই ভাবিবলৈ কৈছ? চা মীনা! তোৰ অভিমান খিনি অনাৱশ্যক কথাৰ মূল্যহীন অভিনয়ৰ মাজেৰে তই কাক ফাঁকি দিব খোজ?'

'ফাঁকি?'

'নহয় কি?'

'জানো কব নোৱাৰো। কিন্তু ফাঁকি নিদিলেও এটা অন্যায় যে কৰিছো সি অৱশ্যে সঁচা...।'

মীনাৰ কথাত অলপ বিস্মিত হৈয়ে সুমিত্ৰাই মীনাৰ মুখলৈ চাই—

'অন্যায়? কি অন্যায় কৰিছ?'

'কৰিছো। আজি এবছৰ অনাহূত ভাৱে তোৰ ঘৰলৈ আহি তোৰ গলগ্ৰহ হৈ থকাতো মোৰ সঁচাই অন্যায় হৈছে...।'

হাঁহি কৌতুকৰ পৰিবৰ্ত্তে সুমিত্ৰাই কিন্তু এইবাৰ মীনাক ডবিয়াই উঠে—

'মীনা। এইবোৰ অনাৱশ্যক কথা কৈ মোৰ খং নুতুলিবি। গলগ্ৰহ...? মোৰ কথা বুজ দেখিয়েই— মোৰ অৱস্থাটো জান দেখিয়েই মোক মাজে সময়ে-এনেকৈ আঘাত দি বৰ ভাল পাৱ নহয়?'

'আঘাত? নহয় নহয় সুমিত্ৰা...'

মীনাৰ কথা গ্ৰাহ্য নকৰি, লাহে লাহে কোঠাত ঘূৰি ঘূৰি আপোন মনেই সুমিত্ৰাই কৈ যায়—

'মানুহে জানে মোৰ সকলো আছে। ধন, ঐশ্বৰ্য্য, বিলাস বৈভৱ একোৰে মোৰ অভাৱ নাই- অভাৱ মাথো সেইটো, যিটো টকাৰে কিনিব নোৱাৰি। তইতো সকলো জান,...সংসাৰৰ পাতনিতে এটা লম্পট্ মদাহী ব্যাভিচাৰিক অস্বীকাৰ কৰি, নিজ ইচ্ছাৰে মোৰ এই শিৰৰ সেন্দুৰ মচি পেলাই, স্ব ইচ্ছাই স্বীকাৰ কৰি লৈছো মোৰ এই অকল শৰীয়া জীৱন...।'

'কিন্তু নোলোৱা হলেও তো পাৰিলি হেতেন!'

'নিশ্চয় পাৰিলো হেতেন। মুখ ফুটাই নকলেও পৰোক্ষভাৱে দেউতাৰো সেয়ে ইচ্ছা আছিল। মোৰো শক্তি আছিল. সমাজৰ মামুলি বিধান অস্বীকাৰ কৰি আকৌ এবাৰ নতুন কৈ সংসাৰৰ পাতনি মেলাৰ মনোবল ।'

'তেন্তে তাকে নকৰিলি কিয় সুমিত্ৰা?'

'প্ৰবৃত্তি নহল। কোনো কালে হয়তো তেনে ধৰণৰ প্ৰবৃত্তি মোৰ নাছিলো।... ধৰ্ম্মভীৰু বুলি মোক আকৌ নেভাবিবি। এবাৰতে বিতৃষ্ণা ধৰি গৈছিল তেনেকুৱা বান্ধোনৰ ওপৰত...।'

'তথাপি তাৰ কাৰণে হয়তো তই কৌতিয়াবা আক্ষেপ কৰিবি।'

'কৌতিয়াবা?' সুমিত্ৰাৰ ওঠত সৰু হাঁহি এটা বিৰিঙি উঠে—'সেই শব্দ-টোৱেই অনিশ্চিত—'ভেগ্'। তাতকৈ ঢেৰ বেছি সুনিশ্চিত মোৰ এই সঙ্গীহীন জীৱনত তোৰ সঙ্গ, অঞ্জন বঘুকাৰ বন্ধুত্ব। সেইখিনি পাইয়ে মই পৰিতৃপ্ত। সেয়েতো কৈ আহিছো, মাত্ৰ এবছৰ কিয়? তোৰ গোটেই জীৱনটো মোৰ লগত থাকিলেও তই মোৰ গলগ্ৰহ হোৱাৰ ঠাইত, মোৰ কাৰণে সি ভগৱানৰ আশীৰ্ব্বাদ

স্বৰূপ হে হৈ উঠিব। তাক যেনেকৈ মই জানো, তয়ো জান মীনা !...সেয়েতো মাজে মাজে মোৰ চিন্তা হয়...।'

'তোৰ আকৌ কিহৰ চিন্তা ?'

'স্বাৰ্থপৰৰ দৰে মই কেৱল নিজৰ পৰিতৃপ্তিৰ কথাই ভাবিছো, কিন্তু তোৰ...

'মোৰ আকৌ কি ?'

'সকলো। মোৰ উচিত আছিল, তোক আকৌ বলেৰে হলেও অঞ্জনৰ ওচৰলৈ ঘূৰাই পঠোৱা।...বাৰু কচোন, তহঁত দুয়ো গোটেই জীৱনটো এনেকৈয়ে কটাবি নেকি ?'

'কব নোৱাৰো...।'

'কব নোৱাৰ ? জানো ময়ো কব নোৱাৰো তহঁত শিল্পীবোৰ কি ধাতুৰে গঢ়া। মই হোৱা হলে...'

'তই হোৱা হলেনো কি ?'

'এই তহঁতৰ শিল্প চৰ্চ্চা, তাৰ ডাঙৰ ডাঙৰ আদৰ্শ, বৰ বৰ ব্যাখ্যা—ইণ্টাৰপ্ৰিতেশ্যন সকলো লুইতৰ পানীত উটুৱাই দি, লৰি গৈ অঞ্জনক বুকুৰ মাজত সাৱটি ললো হেতেন, আৰু তহঁতৰ দৰে কল্পনাৰ ৰামধেনুৰ ৰং খেদি নুফুৰি বাস্তৱৰ পৃথিবীখন স্বীকাৰ কৰি ললো হেতেন।'

সুমিত্ৰাৰ কথাত বহু সময় ধৰি মীনা মৌন হৈ ৰয়। তাৰ পাচত লাহে লাহে ব্যক্ত কৰে—

'মাজে মাজে আজিকালি ময়ো তাকেই ভাবো সুমিত্ৰা !...নেজানো মানুহৰ জীৱনলৈ সুখ কেনেকৈ আহে—দুখেই বা কিয় আহে ? আমাৰ জীৱনত তো মনে বিচৰা সকলো পাইছিলো।.. অথচ আমাৰ মাজৰ এই সংঘাত আমাৰেই সৃষ্টি। অঞ্জনে নিজৰ ইচ্ছা, নিজৰ অন্যায় জেদ কোনো দিন নেৰে। মইয়ে বা তাক মানি লম কেনেকৈ ?...যাওক সেইবোৰ কথা আৰু নেভাবো, ভাবি লাভ কি ? তাত কৈ সৌ ছবিখন শেষ কৰাই ভাল হব...।'

'নিশ্চয়—নিশ্চয় ভাল হব। জীৱনটোত কৈ ৰামধেনুৰ ৰঙেই যাৰ ওচৰত সত্য, তাৰ কাৰণে সিটো ভাল হবই। যা-যা ছবিকে আঁক গৈ, শিল্পী তহঁত...।'

সুমিত্ৰাৰ ঠাট্টা গ্ৰাহ্য নকৰি মীনাই লাহে লাহে ইজেলৰ ফালে আগ বাঢ়ি যায়, কিন্তু সেইখিনি পোৱাৰ আগতেই হঠাৎ থমকি ৰৈ পৰে। মুখমণ্ডলত অকস্মাতে ফুটি উঠে চিন্তাৰ গভীৰ ৰেখা...।

'কি হল ? ৰলি যে...?'

'এটা কথা...'

'আকৌ কি কথা ?'

'ৰঘুকা...'

মীনাৰ কথা শেষ হোৱাৰ আগতেই ঠাট্টা কৰি সুমিত্ৰাই হাঁহি উঠে—'কি মস্কিল্ ! শিল্পীৰ সাধনা' একাগ্ৰতা দেখিছো আকৌ বিক্ষিপ্ত হৈ গল।...চা মীনা ! ৰঘুকাৰ কথা, অঞ্জনৰ কথা মনৰ পৰা মুক্তি নিদিলে, তোৰ সেই ছবি আৰু কোনো কালেই শেষ নহব। কি কুক্ষনত যে সেই কঙ্কালৰ জন্ম হৈছিল ?'

'ঠুপাতি নকৰিবি। কিন্তু সঁচাই কচোন সুমিত্ৰা। যি ৰঘুকায়ে নিতৌ

এবাৰ নহয় এবাৰ আমাৰ ওচৰলৈ নহাকৈ নেথাকে, সেই ৰঘুকা আজি এসপ্তাহ হল ইয়ালৈ অহা নাই, কিয় বাৰু···?'

কৃত্ৰিম নিৰ্লিপ্ততাৰে সুমিত্ৰাই তপৰাই উত্তৰ দিয়ে —

'মই কেনেকৈ জানিম কিয়? হয়তো গা মুৰ ভাল নহয়। বুঢ়া মানুহ জানোছ কিবা অসুখ-বিসুখ হৈছে, আহিব পৰা নাই.. ।'

'ৰঘুকাৰ অসুখ? জীৱনত তো কেতিয়াও দেখা নাই, মনতো নপৰে···।'

'ৰঘুকাৰ বাৰু নপৰে, কিন্তু আনবোৰৰ ক্ষেত্ৰততো পৰে। হয়তো অঞ্জনৰে কিবা অসুখ, ৰঘুকায়ে এৰি আহিব পৰা নাই।'

'যাহ্' কিবোৰ যে কৱ? অঞ্জনৰ আকৌ অসুখ হবলৈ যাব কিয়?'

'কি ঠিক্, এনেয়েতো সদায় চকুৰ অসুখ লাগিয়েই আছে। হয়তো এইবাৰ বেচি হোৱাত ৰঘুকায়ে এৰি আহিব পৰা নাই। বিচিত্ৰ কি? কিন্তু তই যা—যা। শিল্পীৰ একাগ্ৰতা, সাধনা বিক্ষিপ্ত কৰি, তোৰ আকৌ অঞ্জন ৰঘুকাৰ কথা ভাবিবৰ প্ৰয়োজনেই বা কি? হলেই বা অলপ অসুখ··· ।'

'তোৰ লগত কথা কোৱাই ভুল। তোৰ ঠাট্টা শুনি থকাত কৈ...'

'কঙ্কালৰ ওপৰত ৰামধেনুৰ ৰং সানি যোৱাই ঢেৰ বেচি ভাল নহয় জানো?'

থং ভাৱেৰে মীনাক উচাৎ মাৰি আঁতৰি যোৱা দেখি, সুমিত্ৰাই মুক্তকণ্ঠে হাঁহি উঠে; আৰু হাঁহি হাঁহিয়েই পুনৰ চুলি আচোৰাত মনোযোগ দি এসময়ত এখোজ দুখোজ কৈ কোঠাৰ পৰা ওলাই যায়। তাৰ পাচত প্ৰায় উদ্দেশ্যহীন ভাৱেই এটাৰ পাচত এটা কোঠা পাৰ হৈ একেবাৰে ঘৰৰ সমুখত, ডাঙৰ ড্ৰইং ৰুমটোৰ দুৱাৰ মুখ পায়েই হঠাৎ থমক্ খাই ৰৈ পৰে। পাচ মুহূৰ্ত্তেতে কিন্তু সুমিত্ৰাই আনন্দত চিঞৰি উঠে —

'ৰঘুকা তুমি? কেতিয়া আহিলা? আৰু ইয়াত এনেকৈ মনে মনে আছাহি যে? জানা ৰঘুকা, তুমি বহুত দিন বাচিবা। এই মাত্ৰ আমি তোমাৰ কথাই পাতিছিলো!...মীনা! মীনা কোন আহিছে চাহি আহ ।'

ৰঘুকা আহি পাইছিল বেচ কিছু সময়ৰ আগতেই, কিন্তু আন দিনাৰ নিয়মে একেবাৰে চিধা ভিতৰলৈ যোৱাৰ পৰিবৰ্ত্তে, সমুখৰ ড্ৰইংৰুমত ভৰি দিয়াৰ লগে লগেই আজি যেন ৰঘুকাৰ খোজ আপোনা-আপুনি বন্ধ হৈ গৈছিল। মীনা সুমিত্ৰাৰ মুখা-মুখি হবলৈ আজি যেন মনৰ আগ্ৰহ, ইচ্ছা, মনোবল সকলো স্থবিৰ হৈ পৰিছিল।

কি কৰিব, কি নকৰিব ভাবি থাকোতেই কিমান সময় যে পাৰ হৈ যায়, তাক ৰঘুকাই গমেই পোৱা নাছিল; কিন্তু হঠাৎ সুমিত্ৰাৰ চিঞৰটো কানলৈ যোৱাত মুহূৰ্ত্তেতে ৰঘুকা সজাগ হৈ উঠে। কিন্তু তথাপি আন দিনাৰ নিয়মে উৎসাহত আগবাঢ়ি যাবলৈকো ভৰি দুখন যেন আৰু নচলে।

...আগ বাঢ়ি আহে সুমিত্ৰা নিজে। ৰঘুকাৰ অস্বাভাৱিকতা কণ সুমিত্ৰাৰ চকুত নপৰা নহয়। পোচাক-পাতিও যে আন আন দিনৰ দৰে পৰি-পাতি নহয় তাকো সুমিত্ৰাই লক্ষ্য কৰি সামান্য বিস্মিত হৈয়ে ৰঘুকাৰ আৰু ওচৰ চাপি গৈ মুখলৈ চাই—

'কি হল ৰঘুকা? আজি তোমাৰ মনটো ইমান মৰা কিয়?'

'...বহুত দিন বাচি থকাৰ কথা কৈছিলি আই? মই কিন্তু কিমান সোনকালে

মৰিব পাৰো সিমানেই হয়তো শান্তি পাম।...কি সুখ! কি আনন্দৰ আশাত মই বাচি থাকিম তই কব পাৰ?

ৰঘুকাৰ অপ্ৰত্যাশিত কথা শুনি সুমিত্ৰা বিবুদ্ধি হৈ পৰে—

'তুমি এইবোৰ কি কৈছা? হল কি তোমাৰ...?'

'হবলৈ আৰু কিটো আছে? অঞ্জন আই, অঞ্জন...'

ব্যক্ত কৰিব খোঁজা কথা, আৰম্ভ কৰাৰ আগতেই কিন্তু ভিতৰৰ পৰা চিঞৰি চিঞৰি উধাতু খাই মীনা ওলাই আহে, আৰু মনৰ উলাহত একেবাৰে কৈশোৰৰ দিন বোৰৰ দৰেই ৰঘুকাৰ ডিঙিত দুয়ো হাতেৰে সাৱটি ধৰোঁহি—

'ৰঘুকা! তুমি এই কেইদিন অহা নাছিলা কিয়? কিয় অহা নাছিলা? চাওঁ মোৰ ফালে চোঁৱাচোন! মুখখন আকৌ ঘুৰাই নিছা কিয়...?

ৰঘুকাৰ মুখখন বলেৰে নিজৰ ফালে ঘুৰাই লোৱাৰ লগে লগেই কিন্তু মীনাৰ সকলো আনন্দ, মনৰ উচ্ছ্বাস হঠাৎ স্তব্ধ হৈ যায়। অশুভ শংকাত বুকুখন এবাৰ কঁপি উঠে। অস্পষ্ট হৈ পৰে মুখৰ মাত—

'কি হল ৰঘুকা? তোমাৰ চকুত পানী কিয়?'

'ক— ক'ত পানী দেখিলি···?'

আৰু শান্ত হৈ থকা মীনাৰ পক্ষে সম্ভৱ নহয়। মনৰ অস্থিৰতাত অধৈৰ্য্য হৈ, ৰঘুকাৰ বাউসীত ধৰি প্ৰায় চিঞৰি উঠে—

'সঁচা কথা কোঁৱা! তোমাৰ নিশ্চয় কিবা এটা হৈছে, নহলে এনেখন কৰিবা কিয়? কোঁৱা-কোঁৱা, নোকোৱা কিয় তোমাৰ কি হৈছে...?

'মোৰ আকৌ কি হবলৈ আছে আই..?'

'তোমাৰ নহয় যদি কাৰ হৈছে? অঞ্জনৰ? কি হৈছে? গা অসুখ? চকুৰ অসুখ···?'

তাৰ উত্তৰত ৰঘুকাৰ মুখৰ পৰা থিতাতে একো নোলাই। লাহে লাহে মীনা শান্ত হৈ পৰে—

'বুজিছো; অঞ্জনৰ চকুৰ অসুখ তেন্তে আকৌ হৈছে। নিশ্চয় এইবাৰ খুব বেছি হৈছে, নহলে তুমি কান্দিবা কিয়···?' ···কিয়? কিয় তুমি মোক আগতে নজনালাহি? কিয় মোক এটা খবৰো নিদিলা?'

ক্ষন্তেক নিশ্চল হৈ থাকি পাচ মুহূৰ্ত্ততে মীনা হঠাৎ সক্ৰিয় হৈ পৰে— 'মই-মই এতিয়াই যাম। অঞ্জনে বিচাৰক নিবিচাৰক, মই নিজেই এতিয়াই এবাৰ যাম..। সুমিত্ৰা তই...বাৰু নেলাগে। ৰঘুকা তুমি ৰবা, মই এতিয়াই ওলাই আহিছো...!'

কথাৰ লগতে মীনাই প্ৰায় লৰি যায় নিজৰ কোঠালৈ। সামান্য বিবুদ্ধি হৈয়ে যেন সুমিত্ৰাই ৰঘুকাৰ ওচৰ চাপি আহি মুখলৈ চাই—

'ৰঘুকা! তোমাক আজি মই ঠিক বুজিব পৰা নাই। কি হল কোৱাচোন? অঞ্জনৰ চকুৰ অসুখ তো আগতেও বহুত বাৰ হৈছে? এইবাৰ খুব বেছি হৈছে নেকি?'

'হৈছিল আই? খুব বেচিয়েই হৈছিল, কিন্তু আৰু নহয়—তাৰ চকুৰ অসুখ আৰু কেতিয়াও নহয় সুমিত্ৰা!'

'তুমি নো এইবোৰ কি কৈছা? কেতিয়াও নহয় মানে?'

'তোক মই কেনেকৈ কম ? সৌ তাইকেই বা মই কেনেকৈ জনাম,...ইমান দিন আমি যি ভয় কৰিছিলো ডাক্তৰে যি ভয় কৰিছিল সেয়ে হল আই ! অঞ্জন অন্ধ হৈ গল... !'

'কি কলা...?'

ৰঘুৰ কথাৰ আকস্মিক আঘাটটো সহ্য কৰিব নোৱাৰি সুমিত্ৰাই আৰ্ত্তনাদ কৰি উঠে। থিতাতে বিশ্বাস কৰিব নোৱাৰে ৰঘুৰ মুখৰ পৰা ওলোৱা নিষ্ঠুৰ কথাষাৰ। মীনাৰ দৰে সুমিত্ৰায়ো ৰঘুকাৰ বাউসীত খামুচি ধৰি অস্ফুট ভাৱে চিঞৰি উঠে—

'সঁচাই ? কোৱা ! কোৱা, তুমি কোৱা কথাষাৰ সঁচা ?'

'সঁচা আই। সেই সঁচা কথাষাৰ কোৱাৰ আগতে,—অঞ্জনক আজি তাৰ সেই মৰ্ম্মান্তিক অৱস্থাত দেখাৰ আগতে, মোৰ এই চকু দুটা কিয় অন্ধ হৈ নগল ?'

'অহ্, ৰঘুকা ! এতিয়া কি হব ? আমি কি কৰিম ? মীনায়ে বা কি কৰিব...?'

'কৰিবলৈ আৰু কিটো আছে ?...সেইয়া শুণ, মীনা সম্ভৱ আহিছেই। মই কিন্তু তাইক এই সংবাদ কেতিয়াও দিব নোৱাৰিম সুমিত্ৰা। তই তাইক বুজাই কবি।...অহা টেক্সিখন ৰখাই থৈছো, মই যাও', অঞ্জন অকলেই আছে...।'

কথাৰ লগতেঁ ৰঘুকাই প্ৰায় পলাই যোৱাৰ দৰেই এক মুহূৰ্ত্তও আৰু অপেক্ষা নকৰি তৎক্ষণাত কোঠাৰ পৰা বাহিৰ হৈ যায়। সুমিত্ৰাক একেষাৰ কথা কবলৈকো আৰু সুযোগ নিদিয়ে।

...গাত পিন্ধি থকা পোচাকৰ ওপৰতে চাদৰ এখন পেলাই, হাতত সৰু 'এটাচি-কেচ'টো লৈ মীনাই অলপ সময় পাচতে আকৌ ড্ৰইংৰুমৃ ওলাই হি—

'ৰঘুকা বলা,...সুমিত্ৰা মই তোৰ গাড়ীখন লৈ গৈছো দেই...আৰে, ৰঘুকা ক'ত ?'

সুমিত্ৰাই কিন্তু তৎক্ষণাত উত্তৰ নিদিয়ে। আনকি মীনাৰ ফালে ভালকৈ চাবও নোৱাৰে।

'কি হল সুমিত্ৰা ! তই দেখো একো নকলি ? গাড়ীখন নিম... ?'

স্বাভাৱিক হবৰ চেষ্টা কৰি সুমিত্ৰাই লাহেকৈ উত্তৰ দিয়ে—

'নিনিবি কিয় ? নিশ্চয় নিবি।...পাচে কথা হল,...তই এতিয়াই যাব নেলাগে মীনা। পাচত দুয়ো একেলগেই যাম ..।'

পাচত কিয় !'

তাৰ উত্তৰত কিবা এটা নকলে নহয় দেখিয়েই সুমিত্ৰাই মুখলৈ বিআহে তাকে কৈ পেলাই—

'মোৰ এতিয়াই এনেকৈ যাবৰ মন যোৱা নাই। আগতে ভাল কৈ ওলাই-মেলি লওঁগৈ বল, তাৰ পাচত লাহে ধীৰে...'

'বেচ তেন্তে, তই লাহে ধীৰে পাচতেই আহিবি। মই কিন্তু এতিয়াই যাওঁ দেই... ।'

কথাৰ লগে লগে মীনাক দুৱাৰৰ ফালে আগ বঢ়া দেখি সুমিত্ৰাই এইবাৰ প্ৰকৃততে আকুল হৈ চিঞৰি উঠে—

'মীনা ! ক'লো নহয়, তই এতিয়াই অকলে যাব নেলাগে। মোৰ লগত পাচত যাবি...।'

সুমিত্ৰাৰ কথাত—অদ্ভুত ব্যৱহাৰত মীনাই সামান্য আচৰিত হৈয়ে সুমিত্ৰাৰ মুখলৈ চাই—

'মই যাব নেলাগে? নোযোৱাৰ কাৰণে দেখো খন্তেক আগলৈকে তই মোক ঠাট্টাই কৰিছিলি? এতিয়া আকৌ তইয়ে বাধা দিছ কিয়?'

'কাৰণ এই মুহূৰ্ত্তত তই অঞ্জনক হয়তো সহ্য কৰিব নোৱাৰিবি মীনা।'

সুমিত্ৰাৰ কথাত বিবুদ্ধি হৈয়ে মীনাই এখোজ ঘূৰি আহে—

'মই সহ্য কৰিব নোৱাৰিম? তোৰ আকৌ হল কি সুমিত্ৰা! চিৰ জীৱন ধৰি সহ্য কৰি আহিছো অঞ্জনক—অঞ্জনৰ চকুৰ অসুখক। সহ্য কৰি আহিছো অঞ্জনৰ সকলো উপদেশ, আদেশ, খং-ৰাগ, মান অভিমান সকলো। আজি আকৌ নোৱাৰিম কিয়? মই জানো সুমিত্ৰা! ইমান দিন মই ওচৰত নাই। ৰঘুকায়ে হয়তো ভালকৈ চোৱাচিতা কৰিব পৰা নাই। সেয়ে হয়তো অসুখ বেছি হৈছে। কিন্তু মই জানো—খুব ভালকৈয়ে জানো, এবাৰ মই গৈ ওচৰ পালেই অঞ্জনৰ অসুখ দুদিনতে ভাল হৈ যাব।...বাৰু মই যাওঁ দেই··।'

সুমিত্ৰাই কিন্তু আকৌ মীনাক বাধা দিয়ে—

'নেযাবি, মীনা। তই এতিয়াই অকলে নেযাবি, কলো নহয় তই সহ্য কৰিব নোৱাৰিবি,...ৰঘুকায়ে তোক একো কব নোৱাৰিলে, তই এতিয়াও একো নেজান...'

সুমিত্ৰাৰ অদ্ভুত পৰিৱৰ্ত্তনত মীনা বৰ আচৰিত হয়। অলক্ষিতে এবাৰ চকু খাই উঠে। প্ৰায় আতঙ্কিত হৈ সৰু অস্পষ্ট শব্দেৰে লাহে কৈ প্ৰশ্ন কৰে—

'একো নেজানো কি? নকৱ কিয়?'

উপায়হীন সুমিত্ৰাই খন্তেক উচ্-পিচ্ কৰি শেষত অসহায় ভাৱে কৈ পেলাই—'নেজান অঞ্জনৰ চকুৰ অসুখৰ কথা।...সেইয়া আৰু ভাল নহয়—কোনো দিন ভাল নহয়...অঞ্জন অন্ধ হৈ গল মীনা···!'

বজ্ৰাহতৰ দৰেই থৰ্ লাগি মীনাই সুমিত্ৰাৰ অসহায় শোকাতুৰ মুখ খনলৈ খন্তেক চাই ৰয়। তাৰ পাচত অস্ফুট শব্দৰ মাজেৰে সুমিত্ৰাৰ কথা কেইটা মীনাৰ কঁপিবলৈ আৰম্ভ কৰা ওঠ ফুটি ওলাই আহে—

'অঞ্জন অন্ধ হৈ গল...!'

মুহূৰ্ত্ত পাচতে কিন্তু উন্মাদিনীৰ দৰেই সুমিত্ৰাৰ গাত খামুচি ধৰি জোঁকাৰি জোঁকাৰি আৰ্ত্তনাদ কৰি উঠে—

'মিছা! মিছা! সকলো মিছা। অঞ্জন কেতিয়াও অন্ধ হৈ যাব নোৱাৰে। তহঁতে মোক ভয় খুৱাইছ। মই তহঁতৰ কোনো কথা বিশ্বাস নকৰো। অঞ্জন অন্ধ হব নোৱাৰে, নোৱাৰে, কেতিয়াও নোৱাৰে...!'

পাচ মুহূৰ্ত্ততে সুমিত্ৰাক এৰি ঘূৰি লৈ মীনাই কোঠাৰ পৰা চিৰটিকৈ ওলাই যায় গৈ। সুমিত্ৰাই আতঙ্কিত হৈ পাচে পাচে চিঞৰি আহে—

'মীনা! মীনা! তই নেযাবি—নেযাবি...।' কিন্তু সুমিত্ৰাৰ আতুৰ আহ্বান আৰু মীনাৰ কাণলৈ নেযায়—।

ছয়

অঞ্জনৰ শোৱনী কোঠাত বিৰাজ কৰা স্বাভাৱিক নিস্তব্ধতা খিনি, হঠাৎ আইনা ভঙ্গাৰ শব্দত চুৰমাৰ হৈ যায়। তাৰ লগে লগেই বিভিন্ন সামগ্ৰীৰে ভৰা সৰু টেবোল খনেই সম্ভৱ উবুৰি খাই পৰে। সেই সকলো সম্মিলিত শব্দ প্ৰবাহৰ লগত মিহলি হৈ আছে অঞ্জনৰ সৰু এটা কাতৰোক্তি।

...অলপ পাচতে উদ্‌ভ্ৰান্তৰ দৰেই অত্‌তত্‌ খুন্দা-খুন্দলি খাই ষ্টুডিৱটোৰ ভিতৰত অঞ্জন সোমাই হি। ইজেলৰ সমুখত থকা চকীখন, আন্দাজতে খেপিয়াই খেপিয়াই আহি কথমপি তাৰ পিঠিৰ বাৰডালত ধৰি ফেঁাপাবলৈ ধৰেহি।

অঞ্জনৰ মুৰৰ চুলি বিশৃংখল। কামিজৰ বুতামবোৰ খোলা। হাতৰে এঠাইত সৰু কট্যু এডোখৰৰ পৰা বিৰিঙি তেজ ওলাইছে। শৰীৰটোৰ উশৃংখল সাজ-পোছাকৰ দৰেই মনৰ ভিতৰত গুমৰি থকা ধুমুহাটো আত্ম প্ৰকাশ কৰিবলৈ বেচি সময় নেলাগে। ...মুখৰ দুৰ্বোধ্য শব্দ কিছুমানৰ লগতে, অস্হিৰ অসংযত হৈ অঞ্জন কোঠাটোত ঘূৰি ফুৰে। হাতৰ কাষত যিহকে পাই তাৰ ওপৰতে যেন সকলো আক্ৰোশ প্ৰকাশ কৰে।—

কোঠাৰ এদাতিয়ে থকা ডাঙৰ ফুল দানীটো এবাৰ হাতৰ মুঠিত বিচাৰি পাই তাক চুৰান্ত অৱজ্ঞাৰে এফালে দলিয়াই দিয়ে। বেৰৰ সৰু এডোখৰ চিমেন্ট খহি যোৱাৰ লগতে, ফুল-দানীটো ছিটিকি পৰে গৈ দুৱাৰ ডলিৰ গড়ু-ডালৰ গুচৰত।

—আৰু ঠিক সেই মুহুৰ্ত্ততে, সেই দুৱাৰে দিয়েই উধাতু খাই কোঠাৰ ভিতৰত সোমাই হি ৰঘুকা। পাচ মুহুৰ্ত্ততে লৰি গৈ অঞ্জনক দুয়ো হাতেৰে সাৱটি ধৰেহি—

'অঞ্জন! অঞ্জন! অলপ শান্ত হচোন, তই নিজে এনেকৈ ভাঙ্গি পৰিলে আমি বোৰে কি কৰিম? মীনাই কি কৰিব... ?'

ৰঘুকাৰ হাতৰ মাজত বন্দী হৈ পৰা অঞ্জনে অস্ফুট গৰ্জন কৰি উঠে—

'মীনাই কি কৰিব? কিয়? মীনাৰ কৰিবলৈ আছেই বা কি?'

'নহয়, নহয় অঞ্জন! তই তেনেকৈ নকবি, আৰু তইয়ে যদি এই সময়ত অলপ ধৈৰ্য্য নধৰ...'

'ধৈৰ্য্য? তই ধৰিব পাৰিবলি হেতেন?'

ৰঘুকাৰ হাতৰ মাজত অঞ্জনে চৎ-ফৎ কৰি উঠে—

'...মুৰ্ত্তিটো কলৈ গল? আজীৱন মীনাই পুজা কৰি অহা সেই বুদ্ধ মুৰ্ত্তিটো কোন ফালে আছে ?'

'অঞ্জন...'

'মোৰ কি মন গৈছে জান ৰঘুকা? সেই মুৰ্ত্তিটোৰ লগতে যেন এই কোঠাৰ,— এই ঘৰৰ — এই গোটেই পৃথিৱীখনৰ প্ৰতিটো সুন্দৰ মুৰ্ত্তি, প্ৰতিটো সুন্দৰ সৃষ্টি ভাঙি চিঙি চুৰমাৰ কৰি দিম।...কিয়? কিয় ইমান সোনকালে

মোৰ সকলো এনেকৈ শেষ হৈ গল ? কিয় যাব ? এয়ে যদি বিধান আছিল, তেন্তে—তেন্তে মোক শিল্পী কৰি বিধাতাই শ্ৰজিলে কিয়...?'

ক্ষীপ্ত হৈ উঠা অঞ্জনৰ অসংযত আচৰণত আতুৰ হৈ ৰঘুকাই তাক শান্ত কৰিবলৈ সকলো প্ৰকাৰে চেষ্টা কৰে--মিনতি কৰে।

'তই এনেখন কৰিলে মইয়ে বাৰু কি কৰিম ! কচোন অঞ্জন কি কৰিলে তই ভাল পাবি, শান্ত হবি ! মোৰ যদি শক্তি থাকিলে হেতেন...'

প্ৰায় কান্দি উঠিব খোজা ৰঘুকাৰ থোকা-থোকি মাতটো শুনি, হঠাৎ অঞ্জন সংচাকৈয়ে শান্ত হৈ পৰে। খন্তেক মৌন হৈ থকাৰ পাচত লাহেকৈ কয় –

'মোক ক্ষমা কৰ ৰঘুকা। মই-মই বৰ অশান্ত, বৰ অস্থিৰ হৈ পৰিছিলো নহয় ?...মইয়ে বা কি কৰিম ? আজিৰ এই অৱশ্যাম্ভাবি অৱস্থাটোৰ কাৰণে, মই যে বহুত দিনৰে পৰা নিজক প্ৰস্তুত কৰি আনিছিলো। তথাপি—তথাপি কিয় আজি পৰা নাই ?...চকুৰ সমুখৰ এই অনন্ত আন্ধাৰ ইমান ভয়াৱহ, ইমাম নিষ্ঠুৰ বিভৎস হব পাৰে মই তাক কল্পনাও কৰা নাছিলো। আজি যদি মোৰ হাত, ভৰি, সন্মান, যশশ্যা সকলোৰে বিনিময়ত, মাত্ৰ অকণমান পোহৰ—ক্ষুদ্ৰ এচমকা পোহৰ ..'

অঞ্জনৰ অফুৰন্ত আক্ষেপ--বাক্যশ্ৰোত বন্ধ কৰিবলৈকে ৰঘুকাই তাৰ হাতত ধৰি গভীৰ মৰমেৰে অনুৰোধ কৰে –

'আহ অঞ্জন, মোৰ লগত আহ...'

'কলৈ ?' মই এই ষ্টুডিবৰ পৰা কলৈকো নেযাওঁ...'

'বেচ্ বাৰু, নেলাগে যাব। আহ্, ইয়াৰ এই আৰামি ছকীখনতে অলপ শান্ত হৈ বহ্ হি ।'

কথাৰ লগতে হাতত ধৰি নি ৰঘুকাই একাষৰ চকীখনত অঞ্জনক বহুৱাই দিয়েহি –

'অলপ শুবলৈ চেষ্টা কৰচোন। টোপনি আহিলেই সকলো পাহৰি থাকিব পাৰিবি ।' ৰঘুকাৰ প্ৰবোধ বাণীত বিদ্ৰূপৰ সুৰ ফুটি উঠে অঞ্জনৰ ওঠত—

'হু পাৰিম, নিশ্চয় পাৰিম। টোপনি আহিলেই মানুহে সকলো পাহৰি থাকে। চকু মুদিলেই মানুহে সকলো আন্ধাৰ দেখে। কিন্তু মই যে চকু মেলা থাকিলেও সকলো আন্ধাৰ দেখো, ৰঘুকা ..!'

মুখেৰে যিয়েই কওক লাগিলে, চকীত শুই পৰাৰ লগে লগেই, ক্লান্ত, অসুস্থ অঞ্জনৰ চকুলৈ লাহে লাহে টোপনি নামি আহে। এই সুজ়ুগতে ৰঘুৱে কোঠাটোৰ ইফালে সিফালে দলিয়াই পেলোৱা বস্তুবোৰ যি পাৰে পৰি পাতি কৰি থয়। ভিতৰৰ শোৱনী কোঠাটো হয়তো ষ্টুডিবত কৈয়ো বিশৃংখল হৈ আছে। তাকো থানথিত্ লগোৱাৰ প্ৰয়োজন ।

অঞ্জনৰ মুখৰ ওপৰত ৰঘুকাই এবাৰ চকু ফুৰাই লয়। স্বাভাৱিক সুস্থিৰতাৰেই পৰি থকা দেখি, বহুত পৰিমানে নিশ্চিন্ত মনেই এখোজ দুখোজ কৈ ৰঘুকা শোৱনী কোঠালৈ সোমাই যায়।

বৰ বেচি সময় নহয়। শান্ত-শিষ্ট হৈ পৰি থকা অঞ্জনে অলপ অলপ কৈ টোপনিৰ মাজতে উচ্-পিচ্ কৰিবলৈ আৰম্ভ কৰে। তাৰ পাচত খন্তেক চৎফৎ

কৰি হঠাৎ এবাৰ ভয়ংকৰ ভাবে উচাপ্ খাই উঠাৰ দৰেই চকীত ঢৰাই মৰাই উঠি বহে। অজান ত্ৰাশত, উদ্‌ভ্ৰান্তৰ দৰেই, ইফালে সিফালে চাই গাৰ পাচ ফালে কোনোবা অশৰীৰি কিবা এটা আহি থিয় দিয়া যেন ভাবি লৈ ভয়ত বিকৃত মাতেৰে প্ৰায় চিঞৰি উঠে- -

'কোন ! কোন···!'

'কি ? উচাপ্ খাই উঠিলি যে ?'

অকল সন্দেহেই নহয়—মনৰ বিকাৰ ভ্ৰান্তিত শাৰীৰিক ক্লান্তিত, ওচৰত অশৰিৰিৰ উপস্থিতিৰ লগতে যেন অন্ধ অঞ্জনে স্পষ্ট শুনিবলৈ পাই বিদ্ৰূপ ভৰা কণ্ঠস্বৰ। প্ৰায় এটা যুগ তাক শুনা নাছিল, আজি আকৌ শুনিছে ·।

প্ৰায় শুকাই যোৱা ডিঙিৰ মাজৰ পৰা ওলোৱা অস্পষ্ট মাতেৰে অঞ্জনে কব নোৱাৰাতে যেন সম্বোধন কৰি পেলাই--

'মাহীআই ! তুমি··· ?'

'মাহীআই আৰু নহয়—তোৰ মাহীআইৰ প্ৰেতাত্মা মই।···ইয়াৰ কাৰণেই পলাই আহিছিলি ? মোৰ ঘৰ শূন্য কৰি মোৰ বুকু শূন্য কৰি ইয়াৰ কাৰণেই গুছি আহিছিলি ? কিয় ? কিয় ?'

অঞ্জনৰ ধাৰণা হয় সেইবিদেহী মাহীআইৰ কণ্ঠস্বৰ সৰুৰ পৰা ক্ৰমাত ডাঙৰ হৈ, সহস্ৰ অভিযোগ, অভিশম্পাতেৰে অঞ্জনৰ চৌ পাশ মুখৰ কৰি তাৰ কাণ দুখন যেন থকা সৰকা কৰি দিছেহি ।

অঞ্জনে আৰু সহ্য কৰিব নোৱাৰে। অসহায় ভাবে চিঞৰি উঠে—

'মোক ক্ষমা কৰা, মোক ক্ষমা কৰা মাহীআই।···সেইদিনা মই বুজা নাছিলো—দেখিও দেখা নাছিলো তোমাৰ শূন্য অন্তৰখনক। দেখিছিলো কেৱল নিজক—নিজৰ শিল্প সাধনাক। দেখিছিলো মাথো নিজৰ ভৱিষ্যতক···।'

'তেন্তে আজি কলৈ গল তোৰ সেই ভৱিষ্যত ? কলৈ গল তোৰ সেই সাধনা ? তোৰ শিল্প ? তোৰ গৰ্ব ? নিজৰ গৰ্বত সেইদিনা তই উপেক্ষা কৰিলি মোক, উপেক্ষা কৰিলি মোৰ ঘৰখনক- উপেক্ষা কৰিলি এজনী হতভাগ্য বন্ধ্যা নাৰীৰ অন্তৰৰ হাহাঁকাৰ খিনি, ভাবি নেচালি তাইৰ শূন্য জীৱনটোৰ কথা, ভাবি নেচালি মোৰ আশা মোৰ হেপাহ···'

ভাঙ্গি যোৱা এখন অন্তৰৰ সকলো দৈন্যতা লৈয়ে অঞ্জনে আকুল হৈ মিনতি কৰে—

'আৰু নকবা। আৰু নকবা ! আৰু মোক অভিশাপ নিদিবা মাহীআই। আজি মোৰ আৰু একো নাই। মোৰ শিল্প চৰ্চ্চা, মোৰ সাধনা, মোৰ গৰ্ব সকলো শেষ হৈ গল। মই আজি অন্ধ, মই ৰিক্ত, মই সৰ্বহাৰা পঙ্গু। মোক ক্ষমা কৰা। . মই স্বপ্ন দেখিছিলো পৃথিবী সুন্দৰ কৰাৰ, ভাবিছিলো নিজক সুন্দৰ কৰিম, তোমাক সুন্দৰ কৰিম, সমগ্ৰ বিশ্বৰ মানবাত্মাক সুন্দৰ কৰিম মোৰ শিল্প সৃষ্টিৰ সুবৰ্ণ পোহৰৰ মাজেৰে। কিন্তু একোৱেই নোৱাৰিলো। মোৰ সেই সৃষ্টিৰ সপোন, সপোন হৈয়ে ৰল। পোহৰ কতো নেদেখিলো, মাথো অন্তৰ আন্ধাৰ কক্ষত বাস্তব হৈ ৰল, তোমাক দিয়া আঘাতৰ অপৰিণামদৰ্শী প্ৰতিমুহূৰ্তৰ অনুশোচনা। তুমি মোক ক্ষমা কৰা, আজি তুমি মোক ক্ষমা কৰা মাহীআই···'

আত্মগ্লানিত দগ্ধ অঞ্জনৰ কান্দি উঠা অন্তৰখনে হাহাঁকাৰ কৰি ক্ষমা বিচৰাৰ লগতে দুয়ো হাতেৰে নিজৰ মুখখন ঢাকি ধৰে।

সেই বিদেহীৰ কণ্ঠস্বৰ লাহে লাহে যেন অস্পষ্ট হৈ নাইকীয়া হৈ যায়। অঞ্জনে আৰু একো শুনিবলৈ নেপাই। কোঠাৰ চৌদিশ আকৌ শান্ত হয়। অঞ্জনে নিজেও শান্ত হবলৈ চেষ্টা কৰে।

কিন্তু উদ্ভ্ৰান্ত অঞ্জনৰ বিকাৰ গ্ৰস্ত মনটো শান্ত হব নোৱাৰে। প্ৰতি মুহূৰ্ত্তে ধাৰণা হয়, কোঠাৰ আন্ধাৰৰ মাজত কোনোবা যেন ঘূৰি ফুৰিছে। এজন এজন কৈ তাৰ সমুখত, সোঁৱে, বাঁৱে উদয় হৈছেহি ৰঘুকা, মীনা, ৰত্না :

সেইয়া যে ভ্ৰান্ত মনৰ অসুস্থ কল্পনা তাক হৃদয়ঙ্গম কৰাৰ অৱস্থাও অঞ্জনৰ কিন্তু নহয়। চকুৰ আগত আৱৰি থকা অনন্ত আন্ধাৰত লুপ্ত হৈ যায় সঁচা মিছাৰ পাৰ্থক্য। একমাত্ৰ সত্য বুলি ধৰি লয় নিজৰ ধাৰণা বোৰ। সকলোৱে যেন অভিশাপ্ দিবলৈকে অঞ্জনৰ সমুখত উদয় হৈছেহি। বাৰে বাৰে চক্ খাই চক্ খাই চিঞৰি উঠিছে অঞ্জনে—

'কোন ? কোন ···অহ্, ৰঘুকা তই ? আকৌ তই কিয় আহিছ ? কিয় মই জানো কি তোৰ অভিযোগ ? কিয় মই মীনাক ঘৰৰ পৰা ওলাই যাবলৈ কৈছিলো ! বেচ্ কৰিছিলো কিয় নকম. .'

পাচমুহূৰ্ত্তে কিন্তু অঞ্জনৰ মুখৰ ক্ৰুদ্ধ কণ্ঠস্বৰ শান্ত হৈ যায়। ৰঘুক পতিয়ন নিয়াবলৈকে যেন অসহায় ভাৱে কৈ উঠে 'কিন্তু সেইয়া যে মাথো ক্ষণিকৰ ক্ৰোধত ৰঘুকা ! সেইয়া তো মোৰ অন্তৰৰ কথা নাছিল। কিয় মীনাই নুবুজিলে ! লুইতৰ পাৰত আমাৰ কৈশোৰৰ সেই জীৱন--আমাৰ সেই গীত, মই যে তাকেই সাৰ্থক কৰি তুলিব বিচাৰিছিলো। কিন্তু কত ভুল কৰিলো ? কিয় সেই গীতৰ সুৰ হেৰাই গল ? কিয় স্তব্ধ হৈ গল ? কিয় পৃথিবী মৌন হৈ ৰল ?'

খন্তেক পাচতে কিন্তু উন্মাদ হৈ পৰা অঞ্জনৰ প্ৰলাপৰ সুৰ পৰিবৰ্ত্তন হৈ যায়। নিজকে যেন প্ৰশ্ন কৰে —

' সঁচাই জানো মৌন হৈ ৰল ? নহয়, নহয়, সি কেতিয়াও মৌন নহয়— হব নোৱাৰে ..'।

আন্দাজতে ধাৰণা কৰি, মীনাৰ পৰিত্যক্ত ইজেলৰ ওচৰ চাপি যায় অঞ্জন—

'...শুনিচা ? সেইয়া শুনিচা মীনা ! সেই গীত মৌন কেতিয়াও নহয়। আমাৰ কৈশোৰৰ সেই গীত এতিয়াও হেৰাই যোৱা নাই। বতাহৰ বুকুত সি আজিও জীয়াই আছে। সেই মৃত্যুহীন জীৱনৰ গীত কেতিয়াও শেষ নহয়। সি জীয়াই থাকিব। সেই সুৰ দিগন্ত বিয়পি যাব—আমাৰ জীৱন ধন্য হব। মীনা ! মীনা ! ৰঙে ৰসে ভৰা আমাৰ স্বপ্ন বোৰ, সৃষ্টিৰ বিচিত্ৰ সৌন্দৰ্য্য মালাৰে আজিও সি জীৱন্ত –আজিও সি সুন্দৰ...'

হঠাৎ আকস্মিক ভাৱে কোনোবাই হি হি কৈ হাঁহি উঠাত মুহূৰ্ত্তে অঞ্জনৰ মুখৰ মাত, সেই বিদ্ৰূপ ভৰা হাঁহিৰ ধ্বনি শুনি বন্ধ হৈ যায়। উচাপ্ খাই অঞ্জনে পাচ মুহূৰ্ত্তে আকৌ চিঞৰি উঠে

কোন ? কোন তুমি . ?'

'...হি হি হি...আজিও সি সুন্দৰ ! আজিও সি জীৱন্ত...'

অহ্, ৰত্না...!

'ৰলা কিয় ? কে যোৱা, কৈ যোৱা, আজিও সকলো সুন্দৰ, আজিও জীৱন্ত। সকলো জীয়াই আছে,—জীয়াই আছে শিল্পীৰ সাধনা, জীয়াই আছে শিল্পীৰ অলীক কল্পনা, জীয়াই আছে ৰং সনা বগাৰ কাগজৰ আত্মা : মাথো মৰি গল শিল্পী, মৰি গল মীনা, মৰি গল তেজ মঙহৰ জীৱন্ত মডেল ৰত্না। হি হি—হি...।

'বন্ধ কৰা ! সেই হাঁহি বন্ধ কৰা ৰত্না...।'

'কিয় বন্ধ কৰিম ? আজি মোৰ আনন্দৰ দিন—বিজয় দিন—কিন্তু পৰাজিত হৈ গলা তুমি মূৰ্খ ! কাগজৰ বুকুত আত্মাৰ সৌন্দৰ্য্য সৃষ্টিৰে পৃথিবী সুন্দৰ কৰা তোমাৰ সেই দম্ভ তোমাৰ সেই স্বপ্ন বিলাস কলৈ গল ? কোঁৱা, নোকোৱা কিয় ?'

কাণ দুখন থকা-সৰকা কৰা ৰত্নাৰ সেই নিষ্ঠুৰ হাঁহি. অঞ্জনৰ ধাৰণা হয় যেন লাহে লাহে ৰূপান্তৰিত হৈ গৈছে কান্দোনলৈ। ৰত্নাই যেন কান্দি কান্দি কৈছে—

'...ময়োতো সুন্দৰ হোৱাৰ স্বপ্ন দেখিছিলো অঞ্জন ? মানুহৰ মাজত মানুহৰ দৰে ময়োতো বাচি থাকিব বিচাৰিছিলো। কিন্তু কিয় ? কিয় তোমালোকে মোক বাচি থাকিবলৈ নিদিলা...?'

বিস্ময়ত স্তব্ধ হৈ যোৱা অঞ্জনে ঘূৰি লৈ মডেল বহা ষ্টেণ্ডটোৰ ফালে চাই। একো নেদেখে, তথাপি কৈ যায়—

'ৰত্না, তুমি তুমি কান্দিছা ? তুমিও তেনেতে কান্দিব জানা ? পঙ্কিল জীৱন পথৰ সহস্ৰ কোটি ধূলি কণাই তোমাৰ চকুৰ পানী আজিও শুকুৱাই দিব নোৱাৰিলে ? হা ভগবান ! কি বিচিত্ৰ এই মানুহৰ জীৱন...তুমি যোৱা তুমি যোৱা ৰত্না. ইয়াৰ পৰা গুচি যোৱা !'

খন্তেকলৈ কান্দোন বন্ধ হয়। অঞ্জনো অলপ শান্ত হৈ পৰে। কিন্তু সি নিতান্তই সাময়িক। অলপ পাচতে আকৌ অস্পষ্ট কান্দোনৰ শব্দ শুনি অঞ্জনে হতাশ হৈ চিঞৰি উঠে

'উস্ ! আকৌ তুমি আহিছা ? যোৱা, তুমি যোৱা। মোক উন্মাদ কৰি নুতুলিবা।' কিন্তু অবিশ্ৰান্ত ভাৱে চলি থাকে অঞ্জনৰ মুখত সেই বদ্ধ উন্মাদৰে প্ৰলাপ---

' কি হল ? তুমি নিমাত কিয় ? তোমাৰ মুখৰ সেই বিদ্ৰূপৰ হাঁহি নিৰৱ কিয় ? নহয়, নহয়, মোৰ হয়তো সকলো ভুল হৈ গৈছে। তুমি ৰত্না কেতিয়াও হব নোৱাৰা। তেন্তে তুমি কোন ? নোকোৱা কিয় তুমি কোন ? তুমি কি নেজানা মই অন্ধ ! মই যে একো নেদেখো। এবাৰ কোঁৱা তুমি—'

হঠাৎ খন্তেকলৈ স্তব্ধ হৈ ৰয় অঞ্জন। তাৰ পাচতে নতুন কিবা এটা উপলব্ধি কৰাৰ সুৰতে উদগ্ৰীৱ হৈ অস্ফুট মাতেৰে সম্বোধন কৰে

' বুজিছো, তুমি ৰত্না হব নোৱাৰা। তুমি তুমি মীনা ? মোৰ মনে কৈছে তুমি নিশ্চয় মীনা !'

কথাৰ লগতে আকৌ খেপিয়াই খেপিয়াই মীনাৰ ইজেলৰ্ ফালে অঞ্জন আগ বাঢ়ে। কিন্তু সেই মুহূৰ্ত্তে হঠাৎ 'ধাম্' কৈ হোৱা শব্দ এটাত উচাপ্ খাই থমকি ৰৈ যায়।

'.. কি হল ? সেইয়া কিহৰ শব্দ হল ? বতাহৰ ? বতাহত দুৱাৰখন বন্ধ হৈ যোৱাৰ শব্দ হল ? নিশ্চয় সেয়ে হব। মোৰ এই সৰু আন্ধাৰ পৃথিবীখনৰ দুৱাৰ বোৰ এখন এখন কৈ, ঠিক এনেকৈয়ে বন্ধ হৈ যাব. সেয়েতো মোৰ চকুৰ সন্মুখত, মনৰ আকাশত ইমান আন্ধাৰ ।'

খন্তেক টলকা মাৰি, বিকাৰ গ্রস্ত মনটোক সংযত কৰিবলৈকে অঞ্জনে চেষ্টা কৰে। তথাপি·মনৰ মাজত উখল্-মাখল্ কৰি থকা অগনন প্রশ্নৰ সমিধান বিচাৰি নিজক কোৱাৰ দৰেই কৈ যায়—

'...কিন্তু, কিন্তু মই যে ঠিক শুনিছিলো. কোনোবাই যেন কান্দিছিল। কোনোবা যেন ইয়ালৈ আহিছিল। কোন আহিছিল ? মীনা ? নহয়, নহয়, মীনা কিয় আহিব ? মীনাই কিয় কান্দিব ? মীনা আনন্দৰ প্রতীক, সুন্দৰৰ পূজাৰিনী মীনা !

'. তুমি যতে আছা তাতেই সুখী হোৱা মীনা। ভৰাই তোলা তোমাৰ জীৱন সাৰ্থক হওক তোমাৰ সাধনা। কিন্তু তথাপি কিয় তোমাক ইমান বিচাৰিছো ? কিয় ? কিয় মোৰ এই অধীৰ অন্যায় প্রতীক্ষা ?'

'অঞ্জন ! অ ঞ্জ—ন...!'

হঠাৎ অঞ্জনৰ ধাৰণা হয়, বহুত দূৰৰ পৰা যেন মীনাই অঞ্জনক মাতিছে·— ওচৰলৈ লৰি আহিছে। সেই উটি অহা কাল্পনিক শব্দই অঞ্জনক উন্নাৱল কৰি তোলে

'মীনা ! তুমি আহিছা ? তুমি মোক মাতিছা ?···নহয় নহয় তুমি নেমাতিবা। ভুল হব, বৰ ভুল হব মীনা ? মোৰ লগতে তোমাৰ জীৱনটোও মোৰ দৰে ব্যৰ্থ হৈ যাবলৈ নিদিবা, পংগু কৰি নেপেলাবা। তুমি নাহিবা, তুমি নাহিবা...তুমি···তুমি ...তুমি আহাঁ মীনা ! তোমাক যে এতিয়া মোৰ বৰ প্রয়োজন...'

কথাৰ লগে লগে অঞ্জনে আকৌ যেন ইজেলৰ মাজত অনুভৱ কৰে মীনাৰ উপস্থিতি। গভীৰ মৰমেৰে সেই শূন্য ইজেলৰ ওপৰতে হাত ফুৰাই ফুৰাই অঞ্জনে কৈ যায় 'মোৰ এই সুৰহাৰা পৃথিবীত তুমি মাথো গাই যাবা জীৱনৰ গীত।··· গোৱা মীনা ! মনে মনে আছা কিয় ? এবাৰ গোৱা, আমাৰ ৰঙে, ৰসে ৰূপে বিচিত্র স্বপ্নেৰে ভৰা সেই গীত সেই সুৰ। যি সুৰ লুইতৰ পাৰৰ মুক্ত দিগন্ত বিয়পি যাব—আমাৰ জীৱন ধন্য হব—পৃথিবী সুন্দৰ হব...! হা, হা, হা···'

হঠাৎ উন্মাদৰ দৰে এইবাৰ অঞ্জনে নিজেই হাঁহি উঠাৰ লগতে, কপাল খনত হাতেৰে থপৰিয়াই বিচিত্র মাতেৰে চিঞৰি উঠে

'···পৃথিবী সুন্দৰ হব ? মুৰ্খ যি নিজৰ জীৱনটো সুন্দৰ কৰিব নেজানিলে সি পৃথিবী সুন্দৰ কৰাৰ স্পৰ্দ্ধা কৰে—?'

সেই মুহূৰ্ত্ততে কোঠালৈ সোমাই অহা ৰঘুকাই দুৱাৰ মুখৰ পৰাই অঞ্জনক সেই অৱস্থাত দেখি, আতংকত চিঞৰ মাৰি ওচৰলৈ লৰি আহে

'অঞ্জন ! অঞ্জন ! কি কৰিছ ? বলিয়া হৈ গলি নেকি'

'এতিয়াও নাই হোৱা ৰঘুকা, এইবাৰ বোধকৰো হম। কিন্তু কোনে কান্দিছিল ? তই···?'

ৰঘুকাৰ চকু দুটা হাতেৰে খেপিয়াই খেপিয়াই অঞ্জনে পৰীক্ষা কৰি চাই

' কঁতা তইতো কন্দা নাই। তোৰ চকুততো পানী নাই। মোৰ দৰে

তেন্তে তোৰ চকুৰো সকলো পানী শুকাই গল ? যাব, যাব সকলোৰে সকলো চকুলো শুকাই যাব, তোৰ, মোৰ, মীনাৰ, ৰত্নাৰ সকলোৰে চকুৰ পানী । সেয়ে হয়তো জীৱনৰ নিয়ম কিন্তু উস্...ৰঘুকা মোৰ বুকুখন...'

অসংলগ্ন প্ৰলাপৰ লগতে হঠাৎ অঞ্জনক অস্থিৰ, অসুস্থ হৈ যোৱা দেখি ৰঘুকা শংকিত হৈ উঠে

'কি হল অঞ্জন ? এনেখন কৰিছ কিয় ?'

'মোৰ গাটো কিয় ইমান বেয়া লাগিছে ? বুকুখনৰ ভিতৰখন যেন জ্বলাই পুৰিব, কিবা এটাই ডিঙিটো চেপি ধৰিব, উসাহটোও বাৰে বাৰে বন্ধ কৰি দিছে । বৰ কষ্ট, বৰ কষ্ট হৈছে ৰঘুকা ।'

উপাইহীন অসহায় ৰঘুকাই কি কৰিব, কি নকৰিব একো এটাই ভাবি নেপাই অঞ্জনৰ বুকুৰে পিঠিয়ে হাত মোহাৰি মোহাৰি শোৱনী কোঠালৈ লৈ যাবলৈ পাৰ্যমানে চেষ্টা কৰে

'বল অঞ্জন বিছনালৈ বল...'

'নেযাওঁ মই । কিন্তু উস্ মোৰ বুকুখন...জান ৰঘুকা, মীনাক মই ভুল শিক্ষা দিছিলো । সেই শৈশৱৰে পৰা শিকাই আহিছিলো, শিল্পীৰ ওচৰত তেওঁৰ শিল্পৰ আদৰ্শ জীৱনত কৈয়ো ডাঙৰ । মিছা, মিছা সি ভুল । সি একেবাৰে ভুল ! আমাৰ সাধনা, আমাৰ শিল্প চৰ্চ্চা মহৎ হব পাৰে, তাৰ আদৰ্শ মহৎ হব পাৰে, কিন্তু তাতোকৈয়ো মহৎ মানুহ—মানুহৰ জীৱন । তোৰ মোৰ মীনাৰ ৰত্নাৰ সকলোৰে উস্ ।'

অঞ্জনৰ জীৱন উপলব্ধিৰ কথা বোৰ কিন্তু ৰঘুকাৰ কানলৈ এটাও নেযায় । তাৰ শাৰীৰিক কষ্ট দেখি, মাজে মাজে তাক ডিঙিটো চেপি ধৰা দেখি, বেদনাত, অসহ্য দুখত ৰঘুকাৰ শুকান চকু দুটা হঠাৎ ভৰি উঠে অসহায় চকুলোৰে । কিন্তু দৈহিক কষ্টয়ো অঞ্জনক ক্ষান্ত কৰিব নোৱাৰে । মুখৰ পৰা অবিৰাম ওলাই আহে অসংলগ্ন বাক্য শ্ৰোত

'. বুজিছ ৰঘুকা । জগতৰ সকলো ৰং, সকলো সুন্দৰ কল্পনা লৈ কেনভাচত আঁকা ছবিৰে পৃথিবীখনৰ কিমান কণেই বা সুন্দৰ কৰিব পাৰি ? কিমান কণেই বা শিল্পীৰ ক্ষমতা ? ছবিৰে নহয় ৰঘুকা ; পৃথিবী সুন্দৰ কৰে মানুহক লৈ মানুহে । মানুহৰ বুকুৰ সুক্ষ্ম অনুভুতি, মানুহৰ প্ৰতি মানুহৰ আকুলতা প্ৰেম প্ৰীতি দয়া স্নেহ মমতা, তাৰ মাজেৰে যিটোৰ জন্ম, সেই মৃত্যুহীন জীৱনৰ সুৰভী, সেই চিৰসত্য ক্ষয়হীন অমৃতৰে যি জনাই ভৰাই তুলিলে মানুহৰ জীৱন, উপলব্ধি কৰিবলৈ শিকালে আত্মাৰ বিশালতা, প্ৰকৃত শিল্পী সেই জনা ৰঘুকা । সৃষ্টিৰ সৰ্ব্বকালৰ, সৰ্ব্বশ্ৰেষ্ঠ পৰম শক্তিমান সেই শিল্পী । আমি বোৰ বতাহত ওপঙি ফুৰা, মাথো কথা, কথা আৰু কথাৰ ৰঙ্গীন ফানুচ্ ...কিন্তু কিন্তু মীনা এতিয়াও নাহিলে কেলেই ? তই তো কৈছিলি মীনা আহিছে '

'আহিছে আহিছে অঞ্জন মীনা আহিছে, সুমিত্ৰাও আহিছে– সেইয়া শুন, মীনাই তোক মাতিছে ।'

'মাতিছে ? মীনা শেষত সঁচাই আহিছে ? তই তেন্তে যা ৰঘুকা...' হঠাৎ অঞ্জন অসম্ভৱ ব্যস্ত হৈ উঠে ।

'…ষা সোনকালে ষা   ইয়াত কি কৰিছ ? মীনা হ'তক আগ বঢ়াই আন গৈ, আৰু, আৰু মোৰ কেন্‌ভাচ ক'ত ? ৰং তুলি, পেলেট্‌ ক'ত ? দে দে তুলিডাল্‌ মোৰ হাতত তুলি দে ৰঘুকা, মই ছবি আঁকিম…।'

ৰঘুৰ বিস্ময়ৰ সীমা নেথাকে

ছবি আঁকিবি ? তোৰ এই অৱস্থাত, এই অসুখ লৈ…'

হওক মোৰ অসুখ তথাপি মই ছবি আঁকিম। তই নুবুজ কিয় মোৰ এই অন্ধ চকুদুটা দেখিলে যে মীনাই সহিব নোৱাৰিব—বৰ কষ্ট পাব। সেয়ে মই আঁকি যাম। মীনাই আহি দেখক মই ছবি আঁকিছো। বুজিব মই অন্ধ হৈ যোৱা নাই মই এতিয়াও ছবি আঁকিব পাৰো   তই যা যা পলম নকৰিবি—'

কথাৰ লগতে অস্থিৰ ভাৱে অঞ্জনে ৰঘুকাৰ গাত ধৰি দুৱাৰৰ ফালে ঠেলি পঠিয়াই। ৰঘুকাই আপত্তি কৰিবলৈকো আৰু সময় নেপায়। কাৰণ দূৰৰে পৰা অহা মীনাৰ আকুল কণ্ঠস্বৰ কাণত পৰাত, ৰঘুকা ব্যস্ত হৈয়ে ওলাই যায়। অঞ্জনৰ কাষত মীনাৰ প্ৰথম উপস্থিতিত যিটো পৰিবেশ সৃষ্টি হব, তাক হয়তো চকুৰ সমুখত সহ্য কৰাৰ শক্তি নহব জানিয়েই ৰঘুকা আঁতৰি যায়।

কব নোৱাৰে যে পাচফালে অঞ্জনে অসহ্য শাৰিৰীক কষ্টত দুয়ো হাতেৰে নিজৰ বুকুখন চেপি ধৰি কষ্টটো নিৰাময় কৰিবলৈ চেষ্টা কৰাৰ লগতে টলি টলি আন্দাজতে নিজৰ ইজেল খনৰ ওচৰলৈ গৈ খেপিয়াই খেপিয়াই ৰঙৰ তুলিডাল হাতত তুলি লৈ ছবি আঁকিবলৈ চেষ্টা কৰে। কিন্তু প্ৰকৃততে যে কি কৰিছে তাক অঞ্জনে একো কব নোৱাৰে, তথাপি ধাৰণা কৰে তেওঁ সঁচাকৈয়ে ছবি আঁকিছে।

'এইয়া  এইয়া মই পাৰিছো, মই ছবি আঁকিব পাৰিছো। মই অন্ধ হৈ যোৱা নাই। এইয়া যে পোহৰ, চাৰিও ফালে কেৱল পোহৰ দেখিছো, কিন্তু মোৰ বুকুখনত কি হল ? কিয় উসাহ লব পৰা নাই  ?'

অঞ্জনৰ মুখৰ কথাবোৰ অস্পষ্ট হৈ আহে। চেষ্টা কৰিও নিজক আৰু স্থিৰ ৰাখিব নোৱাৰি হঠাৎ পাচফালে থকা চকীখনত ঢপ্‌ কৈ বহি পৰে। হাতৰ টান মুঠিত তুলিডাল ধৰি থাকে যদিও, লাহে লাহে চকীৰ পিঠিত অৱশ হৈ পৰা শৰীৰটো ঢলি পৰে। আৰু প্ৰায় লগে লগেই কোঠাৰ ভিতৰত উধাতু খাই সোমাই হি মীনা  ।

ইমান সময় মীনাই কি কৰিছিল কত আছিল কব নোৱাৰি। হয়তো সুমিত্ৰায়েই ধৰি ৰাখিছিল  নহয়তো মীনায়েই নিজক প্ৰস্তুত কৰি মনৰ শক্তি গোটাই লৈছিল।

তথাপি কোঠাত সোমাই পোনে পোনে অঞ্জনৰ ফালে চাবৰ শক্তি মীনাৰ নহয়। অঞ্জনৰ চকীৰ কাষেদিয়েই উদভ্ৰান্তৰ দৰে লৰি পাৰ হৈ, কোঠাৰ মুৰত থকা বুদ্ধ মূৰ্ত্তিটোৰ ওখ ষ্টেণ্ডডালত ধৰি মীনাই মানসিক উত্তেজনাত ফোঁপাবলৈ ধৰে—

…মোক মোক অলপ সময় দিয়া অঞ্জন! মই যে এতিয়াই তোমাৰ চকুলৈ চাবৰ শক্তি পোৱা নাই। কিন্তু পাম, সেই শক্তি মই পাম, তুমি তো অন্ধ হব নোৱাৰা। তোমাক মই অন্ধ হবলৈ কেতিয়াও নিদিওঁ। মই মই আকৌ তোমাক ভাল কৰি তুলিম—ভাল কৰি তুলিম মোৰ মৰমেৰে, মোৰ চেনেহেৰে, মোৰ নাৰী জন্মৰ সকলো সৌন্দৰ্য্য, সকলো ঐশ্বৰ্য্যৰে ..।'

খন্তেকলৈ এবাৰ উসাহ সলাই মীনাই একেৰাহে কৈ যায়—

'বলা অঞ্জন ! আমি ঘূৰি যাওঁ গৈ, আমি বহুত দেৰি কৰিলো। মই মই বহুত হেৰুৱালো। আৰু মই একো হেৰুৱাব নোখোজো। এই চহৰলৈ আহি আমি ভুল কৰিছিলো ! আৰু ইয়াত নহয়. বলা, লুইতৰ পাৰৰ বিশাল উন্মুক্ত আকাশৰ তলৰ মুক্ত বিহঙ্গ আমি ! চহৰৰ-- নগৰৰ সোণৰ সজাত বন্দী হৈ আমি বাচি নেথাকো অঞ্জন...

...বলা আমাৰ শৈশৱৰ সেই কহুৱা বননীৰ চিৰ সেউজীয়া পৃথিবীলৈ। তাতেই সাজিম মই মোৰ ঘৰ। ৰচণা কৰিম আমাৰ দুয়োৰে সৰু এধানমানি এখন সৰু পৃথিবী।

আমি—আমি দুয়ো যে শিল্পী। আমি চিৰ জীৱন শিল্পী হৈয়ে থাকিম। ..কিন্তু আমাক আজি আৰু নেলাগে কাগজ কেন্‌ভাচ্। নেলাগে নানা ৰং নানা তুলি। বুঢ়া লুইতৰ পাৰৰ চিৰ সেউজীয়া পটেই হব আমাৰ কেন্‌ভাচ্। আমাৰ জীৱনৰ হাঁহি. অশ্ৰু, প্ৰেম প্ৰীতিয়েই হব আমাৰ ৰং। তাৰেই আমি আঁকি যাম আমাৰ জীৱনৰে জীৱনৰ জীৱন্ত ছবি। সেয়ে যে সৃষ্টিৰ আদিম, সংসাৰৰ সৰ্ব্ব মহৎ ছবি। সেয়ে যে সত্য, সেয়ে যে শাশ্বত, সেয়ে যে চিৰন্তন...'

পাচ ফালৰ পৰা অঞ্জনৰ কোনো উত্তৰ নাহিলেও, ভৱিষ্যতৰ মোহনীয় কল্পনালৈ মোহান্ধ হৈ যোৱা মীনাই খন্তেক যেন কান পাতি কিবা শুনে। পাচ পাকতে উৎসাহিত হৈ আকৌ কৈ যায়-

...সেইয়া সেইয়া শুনিছা বতাহে গাইছে. লুইতৰ বৈ যোৱা পানীয়েও গাইছে আমাৰ হেৰাই যোৱা শৈশৱৰ জীৱন সঙ্গীত, বলা আমি আৰু বেলি নকৰো...'

অঞ্জন কিন্তু মৌন হৈয়ে ৰয়। কোনো উত্তৰ নিদিয়ে

'...তুমি মনে মনে আছা কিয় ? কথা নোকোৱা কিয় অঞ্জন ? অ বুজিছো, তুমি অভিমান কৰিছা ? মই গুচি গৈছিলো দেখি তুমি এতিয়াও অভিমান কৰি আছা ? কিন্তু মইতো প্ৰকৃততে যোৱা নাছিলো। মোৰ মন. মোৰ মৰম. মোৰ অন্তৰ সকলো যে ইয়াতেই তোমাৰ ওচৰতে থৈ গৈছিলো। সেইবোৰ লৈ মই কলৈ কাৰ ওচৰলৈ যাম ? আৰু অভিমান নকৰিবা। কথা কোৱা. তাক শুনিলেই মই তোমাৰ মুখলৈ ঘূৰি চাবৰ শক্তি পাম। কোৱা, কোৱা অঞ্জন একেষাৰ কথা কোঁৱা...'

অঞ্জনৰ ফালৰ পৰা তথাপি কোনো উত্তৰ নহাত এই প্ৰথম বাৰলৈ স্বপ্ন বিভোৰা মীনাই হঠাৎ যেন সাৰ পাই উঠাৰ দৰেই বাস্তৱ পৃথিবীলৈ ঘূৰি আহে।

ক্ষিপ্ৰতাৰে পাচফালে ঘূৰি চাই দেখে অঞ্জনৰ চকীখন শূন্য। খন্তেক বজ্ৰাহতৰ দৰে শূন্য চকীখনলৈ চাই থাকি পাচত মীনাই কোঠাৰ ইফালে সিফালে চাৰিও ফালেই ঘূৰি চাই। তথাপি অঞ্জনক কতো নেদেখে। অপৰিসীম বিস্ময়ত এবাৰ চিঞৰি মাত দিয়ে—

'অঞ্জন ! অঞ্জন তুমি কত...?'

কিন্তু কোনো ফালৰ পৰা কোনো উত্তৰ নাহে। আহে মাথো ষ্টুডিঅৰ চাৰি বেৰত খুন্দা খাই মীনাৰ চিঞৰটোৰেই অস্পষ্ট প্ৰতিধ্বনি।

এইবাৰ মীনাই অলপ ভয় খায়। পাচ মুহূৰ্ত্তে উত্‌ৰাৱল হৈ চিঞঁৰে ৰঘুকাক—চিঞঁৰে সুমিত্ৰাক। খন্তেকতে দুয়ো ভিতৰ ফালৰ পৰা উধাতু খাই কোঠাত সোমাই হি। কিন্তু অস্থিৰ হৈ পৰা মীনাৰ বাহিৰে, কোঠাৰ কতো অঞ্জনক নেদেখি দুয়ো সমানেই আচৰিত হৈ যায়। কি হল? কলৈ গল? খন্তেক আগলৈকে দেখো অঞ্জন ইয়াতেই আছিল, তেন্তে …? নিশ্চয় শোৱনী কোঠাত…'।।

লুইতৰ পাৰৰ সেউজীয়া পৃথিবীত ঘৰ সজাৰ স্বপ্ন, জীৱনৰে জীৱনৰ জীৱন্ত ছবি অকাঁৰ মধুৰ ভবিষ্যত পৰিকল্পনা বোৰৰ কথা তল পৰি যায়। বাস্তৱৰ চুৰান্ত উপলব্ধিত মীনাই মুহূৰ্ত্তে সক্ৰীয় হৈ ৰঘুকা সুমিত্ৰাৰ লগত একেলগেই দৌৰি যায় শোৱনী কোঠালৈ। কিন্তু শোৱনী কোঠাতো অঞ্জন নাই।

অবুজ অস্থিৰতাত তিনিও ব্যস্ত হৈ পৰে। খন্তেকতে এটা এটা কৈ ঘৰৰ প্ৰতিটো কোঠা, ভিতৰ বাহিৰ সকলো ঠাইতে বিচাৰিও অঞ্জনক নোপোৱাত বিবুদ্ধি হৈ তিনিও ইজনে সিজনৰ মুখলৈ বিহ্বল হৈ মাথো চাই ৰয় বহুত সময়।

তাৰ পাচত আকস্মিক ভাৱেই হঠাৎ মীনাৰ মনত পৰে, ৰঘুকাৰো প্ৰায় একেলগেই মনত পৰে, ঘৰৰ এমূৰে থকা অঞ্জনৰ সৰু আচুতীয়া কোঠাটো লৈ। যিটো কোঠাত একমাত্ৰ অঞ্জনেই অকলে থাকিব বিচাৰিলেই সদায় আশ্ৰয় লয় গৈ। যিটো কোঠাৰ কৃত্ৰিম আলমাৰীৰ ডাঙৰ দুৱাৰখনৰ ওপৰত অংকা আছে পোহৰ বিলোৱা সেই বিৰাট দীগন্ত বিস্তৃত লেন্ডস্কেপ্ খন…।

খন্তেকতে তিনিও তালৈকে দৌৰ দিয়ে। অধীৰ উত্তেজনাত ধামু কৈ সমুখৰ দুৱাৰ খুলি সোমাই পৰে সৰু কোঠাটোৰ ভিতৰত। কিন্তু পাচমুহূৰ্ত্তে অপৰিসীম বিস্ময়ত থমকি ৰৈ যায়।

দেখে আলমাৰীটোৰ সমুখৰ মজিয়াত দীঘল দি অঞ্জন পৰি আছে। সমুখৰ আলমাৰীৰ লেন্ড্‌স্কেপ্ খন আৰু নাই। তাৰ ঠাইত দেখে তাৰ কৃত্ৰিম দুৱাৰখন খোলা। যিখনৰ অস্তিত্ব মীনাই একপ্ৰকাৰ পাহৰি গৈছিল, ৰঘুকায়েও পাহৰি গৈছিল। যি খন দুৱাৰ জীৱনত কোনো দিন কোনো এজনোয়ো খোলা অৱস্থাত দেখা নাছিল, প্ৰয়োজনো হোৱা নাছিল, সেই দুৱাৰখনেই আজি খোলা—।

অবাক বিস্ময়ত মীনা এখোজ আগুৱাই যায়। কিন্তু পাচ মুহূৰ্ত্তে একো নাই বুলি ভবা আলমাৰীৰ ভিতৰৰ ফালে চকু পৰাৰ লগে লগেই মৰ্ম্মান্তিক আৰ্ত্তনাদ এটাৰ লগতে দুখোজ পাচুৱাই আহে। ৰঘুকাৰ মুখৰ পৰাও ওলাই আহে এটা বিকৃত চিঞঁৰ।

অপৰিসীম ত্ৰাশত, বিস্ময়ত, কৌতুহলত, চকু ডাঙৰ ডাঙৰ কৰি দুয়ো চাই দেখে, দুৱাৰৰ গৰডালত আউজি স্বয়ং মাহীআই থিয় দি আছে। অপ্ৰত্যাশিত ভাৱে সমুখত উদয় হোৱা এই মাহীআই ইমান স্বাভাৱিক ইমান জীৱন্ত যে বহুত সময়লৈকে চকু দুটাই বিশ্বাস কৰিব নোৱাৰে সেইয়া জীৱন্ত মাহীআই নহয়—কেনুভাচত আঁকি থোৱা তেওঁৰে পূৰ্ণাঙ্গ প্ৰতিকৃতি মাথো।

সাময়িক ভাৱে তিনিও অঞ্জনৰ কথাও সম্পূৰ্ণ বিস্মৃত হৈ মোহাচ্ছন্নৰ দৰে মাথো চাই থাকে মাহীআইৰ মুখলৈ। হাড়ে হিমজুয়ে চিনাকী, বৰ আপোন এই মাহীআই। তথাপি যেন কৰবাত সামান্য পাৰ্থক্য আছে।

মীনাৰ ছাঁৎ কৈ মনত পৰে, শৈশৱৰ সেই সোণোৱালী দিনবোৰৰ মইনা মাহীলৈ। কিন্তু সেই মাহীতকৈয়ো যেন সন্মুখৰ এই নাৰী মূৰ্ত্তিৰ মুখাৱয়ত যেন বহু বহু অপাৰ্থিব সৌন্দৰ্য্য যোগ কৰি অঞ্জনে হিয়াৰ সকলো একাগ্ৰতা লৈ আঁকি থৈছে এই প্ৰতিকৃতি। তাৰ মাজেৰে মাহীআইক কৰি তুলিছে মহান— কৰি তুলিছে মহীয়সী এক পৰিপূৰ্ণ, পৰিতৃপ্ত চিৰ আনন্দময়ী মাতৃ মূৰ্ত্তিলৈ।

মাহীআইৰ ওঁঠত খেলি থকা সেই সৰু হাঁহিটো···নহয় নহয়, সেইয়া মনালিচাৰ দুৰ্ব্বোধ্য হাঁহি নহয়, এই মাতৃমূৰ্ত্তি এঞ্জেলোৰ সন্তানহাৰা বেদনা বিহ্বল মাতৃ মেৰীও নহয়—নহয় ৰাফেলৰ মেডোনাৰ !

তাতোকৈয়ো যেন এই মৌলিক শিল্প সৃষ্টি বহুত বেলেগ, বহুত আপোন। এইয়া যেন প্ৰাচ্যৰ চিৰন্তন মাতৃমূৰ্ত্তিৰ মৃত্যুঞ্জয়ী প্ৰতীক, হাড়ে হিমজুৱে ভাৰতীয়। সৃষ্টিৰ বিশাল প্ৰকৃতি-মাতৃৰ মানবীয় প্ৰতিনিধি—

মাহীআইৰ মুখত যেন অঞ্জনে ঢালি দিছে, তেওঁৰ মনোজগতত উপচি থকা সুবৰ্ণ কনিকাৰ চিৰ উজ্জ্বল দীপ্তি। চকু মুখৰ পৰা যেন নিগৰি বৈ আহিছে স্বৰ্গীয় স্নেহ-ধাৰা। অন্তৰৰ অনাবিল জ্যোতিৰে যেন মাহীআই হৈ উঠিছে জ্যোতিৰ্ময়ী। মীনাৰ ধাৰণা হয়, ভৰিৰ পৰা মুখ মণ্ডলেকে মাহীআইৰ সম্পূৰ্ণ প্ৰতিকৃতিটোৱেই যেন উদ্ভাশিত হৈ উঠিছে কিবা এটা অচিন, কিবা এটা অবুজ অস্পষ্ট পোহৰত। কৰ পৰা কেনেকৈ আহিছে সেই পোহৰ ? গোটেই জীৱন কল্পনাৰ সুবৰ্ণ বলয় বৃত্ত ভেদ কৰি অঞ্জনে জানো এই পোহৰেই বিচাৰি ফুৰিছিল ?

অবিভুত হৈ পৰা খন্তেকীয়া কেইটামান মুহূৰ্ত্তৰ ভিতৰতে ইমানবোৰ কথা মীনাৰ মনৰ পটত খেলায় যাই যদিও, পাচ পাকতে ঘূৰি আহে কঢ় বাস্তৱলৈ। ততাতৈয়াকৈ দুয়ো হাতৰ মাজত তুলি ধৰে, মাহীআইৰ ভৰিৰ ওচৰত পৰি থকা অঞ্জনৰ দেহাটো।

'অঞ্জন !...অঞ্জন···।'

কিন্তু অঞ্জনে সঁহাৰি নিদিয়ে। তেওঁৰ অসাৰ নিস্পন্দ দেহাটোত কোনো প্ৰতিক্ৰিয়া নহয়। ভয়ঙ্কৰ ভাবে চক্ খাই মীনাই মৰ্ম্মান্তিক এটা চিঞৰ মৰাৰ লগতে উন্মাদিনীৰ দৰে অঞ্জনৰ নিথৰ গাটো জোকাৰি জোকাৰি ব্যাকুল হৈ মাতে

অঞ্জন অঞ্জন কি হল তোমাৰ ? কথা কোৱা—কথা কোৱা অঞ্জন ! মাহীআই অঞ্জনে কথা নকয় কিয়...!'

মাহীআইৰ হাঁহি থকা ওঁঠৰ কোনো পৰিৱৰ্ত্তন নহয়। অঞ্জনৰ অসাৰ নিস্পন্দ দেহ অসাৰ হৈয়ে থাকে। মীনাৰ চকুৰ সমুখত আন্ধাৰ হৈ যায় গোটেই পৃথিবীখন। আতুৰ হৈ মীনাই এইবাৰ চিঞৰে শিলামূৰ্ত্তিলৈ ৰূপান্তৰিত হৈ যোৱা ৰঘুকাক, চিঞৰে সুমিত্ৰাক

' দে দে খুলি দে সুমিত্ৰা ! ঘৰৰ দুৱাৰ খিড়কী বোৰ সকলো খুলি দে। পোহৰ অলপ পোহৰ আহিবলৈ দে ।'

অকল্পনীয় নিষ্ঠুৰ এটা পৰিস্থিতিৰ প্ৰচণ্ড আঘাতত মীনাই কব নোৱাৰে মুখেৰে কি চিঞৰিছে, চকুৰ সমুখত কি দেখিছে, বুকুৰ মাজত কি অনুভৱ কৰিছে।

মৰ্ম্মান্তিক হতাশাত কেৱল অসহায় উন্মাদিনীৰ দৰেই, অঞ্জনৰ চাঁলি পৰা দেহাটো এহাতে সাৱটি ধৰি, আনখন হাত মাহীআইৰ ফালেই আগ বঢ়াই দি ভীক্ষা খোজাৰ দৰেই আকুল হৈ মাথো কাবৌ কৰিছে···

'.. দিয়া—অলপ পোহৰ দিয়া। গোটেই জীৱন যোৱা আন্ধাৰ আতৰাই, শেষ পৰিক্ৰমাৰ মুক্ত পথ আজি তুমি পোহৰ কৰি দিয়া মাহীআই।···দিয়া অলপ পোহৰ—মাথো অলপ পোহৰ...'

সমাপ্ত